# পো-ৰাংঝেন্

## (স্বাধীন তিব্বত)



বিৰজানন্দ চৌধুৰী



প্ৰকাশক

হিমাদ্ৰি প্ৰকাশন
মাৰ্ঘেৰিটা

পৰিবেশক

জানকী প্ৰকাশন,
পাণবজাৰ, গুৱাহাটী-

*'PO-RANGZEN'* A Novel Based on the Resistance struggel By the Tibetan people written by Biraja Nanda Chowdhury & Published by Molina Chowdhury, Himadri Prakashan Margherita.
Price Rupees Sixty five only,
First Edition September 1996.

প্ৰকাশক : শ্ৰীমতী মলিনা চৌধুৰী
হিমাদ্রি প্ৰকাশন
মাৰ্ঘেৰিটা

বেটুপাত : চন্দন চুতীয়া

মূল্য : ৬৫ ০০ টকা মাত্ৰ

মুদ্রক :
পূজা প্রিন্টিং ওয়ার্কস
২১, রাজা দীনেন্দ্র স্ট্রিট
কলিকাতা - ৯

# আগকথা

'THE FORBIDDEN LAND' নামেৰে জনাজাত তিব্বত দেশখন ১৯৫০ চনলৈকে এক ৰহস্যময় পৰিৱেশতেই আবৃত হৈ আছিল । সাগৰ পৃষ্ঠৰ পৰা বাৰহাজাৰ ফুট উৰ্দ্ধত অৱস্থিত পৃথিৱীৰ এই বৃহত্তম মালভূমি দেশখনৰ কথা বহিৰ্জগতৰ মানুহে জানিবৰ কোনো সুযোগ পোৱা নাছিল । এনেদৰেই পাৰ হৈ গৈছিল সুদীৰ্ঘ দুহেজাৰ বছৰ । 'জেংঘিচ খা' আৰু কুব্লা খাৰ নিচিনা দিগ্বিজয়ী ৰণ নেতা সকলো এই দেশ জয় কৰিবলৈ আহিছিল যদিও মানৱ ইতিহাসত তাৰ কোনো চিন এৰি থৈ যোৱা নাছিল । চীন পৰিব্ৰাজক হিয়েন-চাং এই দেশৰ পৰ্বতমালা আৰু মৰুভূমি পাৰ হৈয়েই ভাৰতবৰ্ষ ভ্ৰমণ কৰিবলৈ আহিছিল সেই কথা ইতিহাসেও কয় । পাটলিপুত্ৰৰ মহান বৌদ্ধ তান্ত্ৰিক 'গুৰু পদ্মসম্ভৱ' আৰু 'দিপঙ্কৰ শ্ৰীজ্ঞান'ৰ নিচিনা সংস্কৃত পণ্ডিতকো এই দেশৰ মানুহে সোণ ৰূপৰ উপঢৌকন দি আদৰি নিছিল যদিও বহিৰ্জগতৰ বুকুলৈ হলে ওলাই অহা নাছিল । হাজাৰ কক্ষৰ তেৰ মহলীয়া বিশাল শিলৰ 'পোতালা' ভৱন গঢ়ি তুলিছিল যদিও বহিৰ্জগতৰ মানুহক হলে চাবলৈ দিয়া নাছিল । মাখন দিয়া লক্ষ লক্ষ সোণ ৰূপৰ চাকিৰে শ শ মঠ মন্দিৰ উজ্বলাই তুলিছিল যদিও লাচা নগৰীৰ প্ৰৱেশ পথ অ-তিব্বতীয়ৰ বাবে আছিল চিৰ বন্ধ । সীমান্ত পাৰ কৰিব খোজা বহিৰাগতৰ বাবে মৃত্যু অপেক্ষা কৰিছিল প্ৰতিজোপা জোপোহাৰ আঁৰত । চীন আৰু ভাৰতীয় সভ্যতাৰ মাজত থাকিও এই দেশৰ মানুহে চাংপো নদীৰ ইয়ালুং উপত্যকাত বিকশিত কৰি তুলিছিল নিজস্ব এক ধৰ্মীয় ৰীতি-নীতি, নিজস্ব সভ্যতা আৰু এক আপুৰুগীয়া সংস্কৃতি ।

কিন্তু তিব্বত বাসীৰ এই 'স্ব-নিৰ্বাসিত' জীৱন কাহিনী আকস্মিক ভাবে অন্ত পৰিল ১৯৫০ চনত । তিব্বত দেশক চীনৰ আভ্যন্তৰীন অঞ্চল বুলি মাও-জে-ডং ৰ কমিউনিষ্ট চৰকাৰে যিদিনা ঘোষনা কৰিলে সেই দিনটোৰ পৰাই অন্ত পৰিল তিব্বত বাসীৰ স্বাধীনতা । সংস্কাৰ আৰু প্ৰগতিৰ নামত তিব্বত বাসীৰ ওপৰত

জাপি দিয়া হ'ল আমূল পৰিবৰ্ত্তনৰ পৰিকল্পনা।

প্ৰগতিৰ নামত জাতিহত্যাৰ এই ষড়যন্ত্ৰক বোধ কৰিবলৈ পৃথিবীৰ কোনো মানুহ, দেশ বা চৰকাৰ আগুৱাই অহা নাছিল। মানৱ অধিকাৰ আৰু গণতন্ত্ৰৰ প্ৰবক্তা স্বৰূপ মাৰ্কিন প্ৰশাসনেও 'এইটো চীনৰ আভ্যন্তৰীন সমস্যা' বুলি কৈ ভিয়েৎনাম বাসীৰ তেজেৰে ৰাঙলি কৰি অহা হাত দুখনো ধুই পেলালে।

কিন্তু জাতিহত্যাৰ এই ৰাজনৈতিক আগ্ৰাসনক প্ৰতিহত কৰিবলৈ প্ৰথমেই থিয় দি উঠিল পূব তিব্বতৰ যুদ্ধ প্ৰিয় 'খাম্পা' উপজাতিৰ লোক সকল। আৰু এই পটভূমিতেই 'চোনাম নৰবু' নামৰ কোনো এক আত্মাভিমানী খাম্পাইও হাতত তুলি ললে অস্ত্ৰ। ধন-সম্পদ, প্ৰভাৱ-প্ৰতিপত্তি আৰু পূৰণি আভিজাত্যৰ মৰ্যদাক পিচ পিলে এৰি থৈ সিও হৈ পৰিল সশস্ত্ৰ বিদ্ৰোহী। যুগল বেণী মূৰত মেৰিয়াই খাম্পা পৰিচয়ৰ ৰঙা সূতাৰ মুঠিও তাতে বান্ধি ললে। এক মাত্ৰ আদৰি জীয়েক 'পেমা'ক বোকোচাত ওলোমাই লৈ ঘৈনীয়েক 'নিংমা'ক হাতত ধৰি চোনাম নৰবুও গুচি গল গিৰি মালাৰ শিলাময় কঠিন পৰিবেশৰ মাজলৈ স্বদেশ-স্বধৰ্ম ৰক্ষাৰ কুৰুক্ষেত্ৰলৈ।

উপন্যাসৰ আৰম্ভনীও ইয়াতেই—

এই উপন্যাসখন লিখিবলৈ আৰম্ভ কৰাৰে পৰা ছপাহৈ ওলোৱালৈকে যি সকলৰ পৰা উদগনি আৰু সহায় পাইছিলো তেওঁলোকৰ অন্যতম হৈছে— প্ৰেছ কপিটো লিখি দিওতা মাৰ্ঘেৰিটাৰ শ্ৰীমতী বন্তী কৌৰৰ। সমালোচনাৰে সহায় কৰা মোৰ কন্যা ৰীতা, আৰু পৰিবেশনৰ দায়িত্ব লোৱা গুৱাহাটীৰ জানকী প্ৰকাশন। এই সকলোৰে ওচৰত মই কৃতজ্ঞ।

লিখক



অৰ্পণ

নবেল শান্তি বটা বিজয়ী, দেশান্তৰি ধৰ্ম্মগুৰু দালাই লামা
আৰু
তেখেতৰ আজন্ম অনুগামী তিব্বত দেশৰ মুক্তিকামী
জনগণৰ প্ৰতি শ্ৰদ্ধাৰে
অৰ্পণ কৰিলো ।

বিৰজা নন্দ চৌধুৰী

# বাৰশ বছৰ আগৰ ভবিষ্যত বাণী

"যিদিনা আকাশত লোহাৰ চৰাই উৰিব, ঘোঁৰাবিলাক দৌৰিব চকাৰ ওপৰত সিদিনাই এই দেশৰ মানুহ পৰুৱাৰ নিচিনাকৈ পৃথিৱীৰ চাৰিওপিনে বিযপি যাব আৰু ধৰ্ম্ম গুছি যাব ৰঙা মানুহৰ দেশলৈ।"

'গুৰু পদ্মসম্ভৱ'

৭ ম শতিকা



গাঁওখনৰপৰা ক্ৰমানুয়ে নামি আহিছিল এঢলীয়া যোঁৰা পথটো। শিলবালিৰ শুকান পথ। পিছলি যায় বুলি আগ ভৰিৰ খুৰা দুটাৰে খোপনি দি দি নামিছিল ৰংবিৰঙীয়া তিব্বতীয়া ঘোঁৰা ছটা।

গাঁওখনৰ নাম চুৰ্ষাং। পূব তিব্বতৰ খাম্পা উপজাতি অধ্যুষিত চামদো অঞ্চলত অৱস্থিত। সৰু গাঁও। যথেষ্ট প্ৰভাৱশালীও। প্ৰভাৱশালী এই কাৰণতে যে চুৰ্ষাঙৰ চাৰিওদিশে বিয়পি থকা অধিত্যকাটোৰ ভূমিপতিসকল এই গাঁৱৰে অধিবাসী। এক বিস্তীৰ্ণ অঞ্চল বিয়পি থকা এই অধিত্যকাতে আছে কৃষি ভূমি। অধিত্যকাটোৰ অন্তত আৰম্ভ হৈছে অনুচ্চ অদ্ৰিমালা। এই অদ্ৰিমালাৰ পাদদেশতেই সিঁচৰতি হৈ আছে সাতখন বিভিন্ন নামৰ সৰু-বৰ গাঁও। কৃষিৰ অনুপযোগী এঢলীয়া ওখ ঠাইবিলাকেই গাঁওবাসীৰ চৰণীয়া পথাৰ। এই চৰণীয়া পথাৰলৈকে গাঁৱৰ গৰখীয়াই লৈ আহে পালে পালে 'য়াক', 'জো' আৰু নোমাল ভেৰাৰ পাল। ঘোঁৰাত উঠি পালৰ ওপৰত সতৰ্ক দৃষ্টি ৰাখি ফুৰে গৰখীয়া যুৱকে। প্ৰতিজন গৰখীয়াৰে পিঠিত ওলমি থাকে খাজিমৰা বন্দুক নাইবা পুৰণি ৰাইফল। ওচৰৰ পৰ্বতবিলাকৰ নিম্নাঞ্চলত গজা ডাঠ 'কনিফাৰ' বনাঞ্চলতে থাকে নোমাল শিয়াল, বাং কুকুৰ আৰু নাহৰফুটুকী বাঘ। চেগ বুজি হাবিৰ মাজৰ পৰা ওলাই আহি টানি লৈ যায় ভেৰা বা ছাগলী। টানি নিব নোৱাৰিলে মাৰি থৈ যায় 'য়াক' বা জো পোৱালি। আক্ৰান্ত জন্তুৰ চিঞৰ শুনিলে ঘোঁৰা চেকুৰাই খেদি আহে পালৰ ৰখীয়াই। দুই এজাই বন্দুকো ফুটুৱাই। বাঘ পলাই হাবিত সোমালে মৃত জন্তুটোক ঘোঁৰাত তুলি গৰখীয়াই গাঁওলৈ লৈ

আছে আবেলি পৰত । এই সমাজত প্ৰাণী হত্যা মহাপাপ বুলি মানি আহিছে যদিও মৃত জন্তুৰ মাংস খোৱাত কিন্তু কোনো বাধা নিষেধ নাই ।

গাঁওখনৰপৰা নামি অহা ঘোঁৰাকিটাৰ একেবাৰে সন্মুখৰটো আটোম টোকাৰিকৈ সজোৱা । কোনো চোৰাৰী নাই যদিও ঘোঁৰাটোৰ পিঠিত মূল্যৱান জীন বন্ধা আছে । এই জীনৰ ওপৰত পাৰি থোৱা আছে নানান ৰঙৰ উলেৰে বোৱা এখন সৰু দলিচা । ঘোঁৰাটোৰ কপালৰ ওপৰত থিয়কৈ বন্ধা আছে উল আৰু ৰঙীন পাখিৰে সাজি উলিওৱা এপাহ ফুল বা এটা কিৰীটি ।

ঘোঁৰাটোলৈ চালেই সেইটো এটা কেৰাভেন বা যাত্ৰীদল বুলি বুজিব পাৰি । তিব্বত দেশত দূৰ-দূৰণিলৈ যাব লগা সৰু-বৰ সকলো অভিযাত্ৰী দলৰ আগে আগে যায় তেনে এটা সুসজ্জিত ঘোঁৰা । ইয়াক মাঙ্গলিক চিন বুলিও ক'ব পাৰি বা আভিজাত্যৰ পৰম্পৰা বুলিও ধৰি লোৱা হয় । শ শ বছৰ ধৰি চলি আহিছে এই পৰম্পৰা । তিব্বতবাসীৰ প্ৰাচীন আৰু গৰিমাময় সংস্কৃতিৰ ইও এটা ক্ষুদ্ৰ অংশ মাত্ৰ ।

দ্বিতীয় ঘোঁৰাটোৰ ওপৰত বহি গৈছে এগৰাকী আদবয়সীয়া খাম্পা উপজাতিৰ মহিলা । হৃষ্ট-পুষ্ট দেহৰ মহিলা গৰাকীৰ য়াকৰ চৰ্বীসনা মুখখন পুৱাৰ ৰ'দত চিক্‌মিকাই উঠিছে । ডিঙিত আপুৰুগীয়া দামী মালা । গাত পিন্ধিছে ফুল বচা পছমী কাপোৰৰ 'চুবা' । এনে চুবা সদায় নিপিন্ধে । বিশেষ উৎসৱত নাইবা ঘৰ এৰি দূৰলৈ গলেহে এনে দামী চুবা পিন্ধে । সদায় পিন্ধা চুবাটো খহটা । মহিলাগৰাকীয়ে কঁকালৰ সন্মুখভাগত ওলোমাই বান্ধিছে আন এখন এহাত মান বহল ফুলাম কাপোৰ । চুবাটোৰ দীঘল হাত দুখন আঙুলিৰ আগলৈকে পৰা । শীতৰপৰা হাত দুখন ঢাকি ৰাখিবলৈ সেইটোৱেই উপায় । মহিলাগৰাকীৰ চুলি বন্ধা পদ্ধতিটোহে বিচিত্ৰ ধৰণৰ । মূৰৰ চুলিকোছাক এশ আঠটা ভাগত ভগাই লৈ মিহি মিহিকৈ বেণী গোঁঠা। দীঘল দীঘল বেণীবিলাক পিঠি বগাই ওলমি পৰা । খাম্পা উপজাতিৰ মহিলাই তেনেদৰেই চুলি বন্ধা নিয়ম । মূৰত পিন্ধিছে ভেৰা চালৰ নোমাল টুপী ।

তৃতীয় ঘোঁৰাটোৰ চোৰাৰী দুজন । এজন পুৰুষ আৰু আনজনী ছোৱালী । ছোৱালীজনীৰ বয়স আঠ-সাত বছৰ মান হব । উলেৰে বন কৰা ফুলাম চুবা এটা তাইও পিন্ধিছে । অকল কঁকালত বান্ধি ওলোমাই লোৱা ফুলাম কাপোৰখনহে নাই । কম বয়সীয়া ছোৱালীয়ে সচৰাচৰ এনে কাপোৰ নাবান্ধে । তাৰ সলনি এডাল ফিটাহে কঁকালত বান্ধি লয় ।

তিব্বত দেশত এনে চুবা পুৰুষ, মহিলা, ল'ৰা-ছোৱালী নিৰ্বিশেষে সকলোৱে পিন্ধে। চুবাটোৰ সন্মুখ ভাগ খোলা। দুয়ো পটা জপটিয়াই বন্ধা কাৰণে কঁকালৰ ওপৰ ভাগ মোনাৰ নিচিনা হৈ পৰে। চুবাটোৰ সেই ভাঁজতেই সুমুৱাই থোৱা হয় যাৱতীয় সামগ্ৰী। টকা-পইচাও থাকে সেই ভাঁজৰ ভিতৰতে। দুখীয়াজনে সেই ভাজতে লৈ ফুৰে খাদ্যবস্তু খোৱা কাঠৰ বাটি আৰু চামুচ। ধৰ্ম পুথি আৰু জপৰ মালাও লৈ ফুৰে সেই ভাজতে।

পিচ পিনে বহি অহা পুৰুষজন ছোৱালীজনীৰে বাপেক। ঘোঁৰাৰ লেকাম দুডালত ধৰি অহা বাপেকৰ সবল হাত দুখনৰ মাজতে বহি আহিছে ছোৱালীজনী। নিছিদ্ৰ নিৰাপত্তা অনুভৱ কৰে তাই। ধনী বাপেকৰ একমাত্ৰ জীয়েক। ৰূপে গুণে তাইৰ মান ছোৱালী চুৰ্খা অঞ্চলতে নাই। নাম তাইৰ পেমা। বাপেকে মৰমতে পেমাদো বুলিয়েই মাতে।

বাপেক জীয়েক উঠি অহা ঘোঁৰাটো ওখ,শক্তিশালী আৰু তজবজীয়া। ঘোঁৰাটো দেখিয়েই ক'ব পাৰি উত্তৰ-পূব তিব্বতৰ 'কক-নোৰ' হ্ৰদ অঞ্চলৰ পৰাই ধৰি অনা ঘোঁৰা। সেই বিখ্যাত হ্ৰদৰ আশে-পাশে থকা বিশাল ঘাঁহনি অঞ্চলতে পোৱা যায় এইবিধ বনৰীয়া ঘোঁৰা। জাকপাতি চৰি ফুৰে এই প্ৰজাতিৰ ঘোঁৰাবিলাকে মুক্ত আকাশৰ তলত। কিবা কাৰণত হঠাৎ উচপ খাই উঠিলেই প্ৰচণ্ড গতিৰে মুহূৰ্ততে নোহোৱা হৈ যায় দিগন্তৰ সীমাৰেখাত। পিচপিনে এৰি থৈ যায় এক ধূলিৰ প্ৰহেলিকা। এই পথৰা দুৰন্ত ঘোঁৰাবিলাকৰ চৰিত্ৰ বুজি পায় 'কক-নোৰ' হ্ৰদ অঞ্চলত বসবাস কৰা অঘৰী 'গোলোক-পা' উপজাতিৰ মানুহেই। সেই ঘোঁৰাক ধৰি বশলৈ আনিব পাৰে অকল 'গোলক-পা' ডেকা লৰা সকলেহে। শিকাই বুজাই পিঠিত উঠি চেঁকুৰাব পৰা হ'লেই সিহঁতে সেই ঘোঁৰা বেচি দিয়ে 'কুম্‌বুম্ নামৰ বিখ্যাত মঠৰ ঘোঁৰা বজাৰত। কুম্‌বুম্ তিনিদিনৰ বাট। ঘোঁৰা সলায় অঘৰী 'গোলোক-পা'ই ধন নিনিয়ে। লৈ যায় প্ৰয়োজনীয় সামগ্ৰী। তিব্বত দেশত বস্তুৰ সলনি বস্তু লোৱা প্ৰথাহে যুগ যুগৰ পৰা চলি আহিছে। নগদ ধনৰ বিনিময়ত সেই দেশৰ অধিবাসীয়ে একো বস্তু কিনা-বেচা নকৰে।

যাকৰ পাল চৰায় ফুৰা অঘৰী 'গোলোক-পা' উপজাতিৰ কোনো স্থায়ী বাসস্থান নাই। গাঁও পাতিও নাথাকে, খেতি খোলাও নকৰে। য়াক পোহাটোয়েই জীৱিকাৰ একমাত্ৰ পথ। উত্তৰ তিব্বতত বৰষুণ খুব কম হয়। আঠশ কিঃমিঃ দীঘল এই শুকান অঞ্চল প্ৰায় মৰুভূমিৰ নিচিনা

চকলা পাহাৰ আৰু খাঁহনি তথা এই অঞ্চলত বিভিন্ন উপজাতিৰ অঘৰীসকলেই ঘোঁৰাবাজি ঘূৰি ফুৰে। য়াকৰ শীতল ক'লা নোমেৰে বৈ বোৱা খহতা কাপোৰৰ তম্বুতেই সিহঁত থাকে। য়াকৰ গাখীৰ খীৰাই তাৰে পৰা মোনে মোনে মাখন আৰু চিজ প্ৰস্তুত কৰি সমতলৰ বজাৰত আনি সিহঁতৰ প্ৰয়োজনীয় সামগ্ৰীৰ লগত সলনি কৰি লৈ যায়।

অঘৰীসকলৰ প্ৰয়োজনীয় সামগ্ৰীৰ চাহিদাও তেনেই সাধাৰণ। উৎসৱত পিন্ধিবলৈ চীনা চিকৰ কাপোৰ এযোৰ, খাবলৈ চম্পাগুড়ি এবস্তা ইমানেই। অঘৰী-সকল দুৰ্দ্ধৰ্ষ চৰিত্ৰৰ যদিও ধৰ্মহীন নহয়। বৌদ্ধ ধৰ্মৰ অনুগামী যদিও অঘৰী-সকলৰ অধিষ্ঠাত্ৰী দেৱতাজন হ'ল 'মহাকাল' বা হিন্দুধৰ্মৰ মহাদেৱ। অৱশ্যে হিন্দুধৰ্মৰ মহাদেৱতকৈ অঘৰীসকলৰ মহাকাল কিছু পৃথক। তিব্বত দেশত এই মহাকাল দেৱতাক বিভিন্ন ৰূপত পূজা কৰা হয়। তিব্বতীয় ভাষাত 'গনপো' নামে জনাজাত এই মহাকালৰ গাৰ বৰ্ণ ৰঙা নতুবা ক'লা হয়। হাত ছখন থাকে। এহাতে নৰমুণ্ড আন হাতে খৰ্গ ধৰা এই মহাকালৰ ৰূপ অতি ভয়ানক।

দালাই লামাৰ অন্ধ অনুগামী এই অঘৰীসকলে 'লাচা'লৈকো তীৰ্থকৰিবলৈ মাজে সময়ে দল বান্ধি নামি আহে। কোনো অনুশাসন নমনা এই অঘৰী সকল লাচালৈ আহিলে এডোখৰ আহুতীয়া ঠাইত হে শিবিৰ তৰিবলৈ দিয়া হয়। স্থানীয় বাসিন্দাই গা এৰাই চলে।

পেমাৰ বাপেকে এবছৰ আগতে ঘোঁৰাটো কুম্‌বুম্ বজাৰৰ পৰাই আনিছিল। সলনিত বস্তু দিছিল দুবস্তা চাম্পা গুড়ি, কেইটামান তামৰ চাকি আৰু দালাই লামাৰ ছবি দুখন। ঘোঁৰাটো লবৰ সময়ত ছমাহেই হোৱা নাছিল বশলৈ অনাৰ। তথাপি আপত্তি কৰা নাছিল পেমাৰ বাপেকে। ধুনীয়া ঘোঁৰাটো শিকাই বুজাই লব পাৰিব বুলি ভাবি এখন দামী 'টাঙ্কা' ও উপহাৰ স্বৰূপে দিছিল অঘৰী 'গোলোক-পা' জনক।

পেমাৰ বাপেক চুৰ্খাং অঞ্চলৰে এজন নাম জ্বলা ঘোঁৰা বিশেষজ্ঞ। এবাৰ পিঠিত উঠি লব পাৰিলেই অতি দুৰন্ত ঘোঁৰাকো বশলৈ আনি লব পাৰে। 'মন্‌লাম' উৎসৱৰ সময়ত কুম্‌বুমৰ ঘোঁৰা দৌৰ প্ৰতিযোগিতাত পেমাৰ বাপেকে গোলোক-পা চোৰাবীকো চেৰ পেলাই কেইবাবাৰো কুম্‌বুম্ মঠৰ 'খেন্‌পো'ৰ আশীৰ্বাদ লৈ আহিছিল। ঘৰলৈ উভতি আহোঁতে পেমাৰ কাৰণে আনিছিল বিভিন্ন পুতলা আৰু মিঠাইৰ টোপোলা।

পিচপিনে আহি থকা বাকী তিনিটা ঘোঁৰাৰ পিঠিত ওলোমাই বন্ধা আছিল ছটা ডাঙৰ টোপোলা। চাৰিটা টোপোলাত আছিল পণ্য

দ্ৰব্য । বাৰ্লি আৰু মাকৈ । সেয়া নিজৰ খেতিতে উৎপন্ন কৰা পণ্য । এঁকেবাৰে শেষৰটোৰ পিঠিত আছিল লদা মাখন । মাখনো যৰৰে । আঠজনী খীৰতী 'জো' আছে ঘৰতে । মাখন আৰু 'খিজ' উৎপন্ন হয় অপৰ্য্যাপ্ত । নিজে খাই আনকো দিব পাৰিছিল ।

আজি তিনিটা ঘোঁৰাৰ পিঠিত তুলি এই সকলো সম্ভাৰ লৈ নৰবু গৈ আছে প্ৰাদেশিক ৰাজধানী চিলিংলৈ । চিলিং তিনি দিনৰ বাট । প্ৰথম নিশা কায়েৰী মঠতে থাকি পিচদিনা কুম্‌বুম্ পাব লাগিব । কুম্‌বুম্ চহৰতে নৰবুৰ ভনীয়েক থাকে । ভনীয়েকৰ লগতে ঘৈনীয়েক আৰু জীয়েকক থৈ নৰবু অকলে যাবগৈ চিলিঙলৈ- এয়ে তাৰ আঁচনি । ঘৈনীয়েকে কুম্‌বুম্ মঠতে চাকি বন্তি জ্বলাই পূজা-অৰ্চনা কৰিব বুলি সাজু হৈ আহিছে । এপাহ ৰূপৰ পদুম ফুলও আনিছে গুৰু 'চংখাপাৰ' 'শ্বৰটেন'ত দান দিব বুলি । পৰিয়ালটো কুম্‌বুম্ মঠৰে শিষ্য । এই মঠৰে কৃষিভূমিলৈ নৰবুৰ উপৰি পুৰুষসকলে চুৰ্খাঙত গাঁও পাতিছিল । সেইটো দুশবছৰৰ আগৰ কথা । নৰবু হ'ল দশম পুৰুষ । দহ পুৰুষৰ বংশ বৃদ্ধি হ'ল যদিও সেই বংশ পৰিয়ালবিলাক নানান দিশে বিয়পি গৈছে । সাতাম পুৰুষীয়া ভেটিটোৰ ৰখীয়া হৈ আছে নৰবু ।

এই দহ পুৰুষ ধৰি নৰবুহতে কুম্‌বুম্ মঠতে কৃষিভূমিৰ খাজনা শোধাই আহিছিল । পূৰ্বতে হেনো এই খাজনাৰ বছৰেকীয়া পৰিমান আছিল এবস্তা চাম্পাগুড়ি । এতিয়া নতুন প্ৰশাসনৰ অধীনত এই খাজনাৰ পৰিমান চাৰিগুনলৈ বৃদ্ধি পাইছে । পূৰ্বতে খাজনা মঠতে আনি জমা দিব লাগিছিল । সেই ব্যৱস্থা এতিয়া বাতিল কৰা হৈছে । এই বৰ্দ্ধিত খাজনা এতিয়া প্ৰাদেশিক ৰাজধানী চিলিঙত গৈ নতুন হান চৰকাৰৰ ভঁৰালত জমা দিব লাগে । এই বছৰেকীয়া খাজনা শোধাবলৈকে নৰবু ওলাইছে চিলিঙলৈ- লগত লৈ গৈছে ঘৈণীয়েক নিংমা আৰু একমাত্ৰ জীয়েক পেমাক ।

ঘোঁৰা ছটাই এঢলীয়া টিলাটো লাহে লাহে নামি আহি 'চু-কেমা' নামৰ জানটোৰ পাৰত ৰৈ দিলে । প্ৰথমটো ঘোঁৰা ৰৈ দিয়াত পিচৰ কিটাও ৰ'বলৈ বাধ্য হ'ল । 'চু-কেমা' জানটো মানুহে খন্দা - প্ৰাকৃতিক নহয় । তিব্বতৰ পূব অঞ্চলত আন ঠাইৰ তুলনাত বৰষুণৰ পৰিমাণ অধিক হয় যদিও ওখ পথাৰবিলাকত নিয়মিত পানী যোগানৰ ব্যৱস্থা লাগে । এই প্ৰয়োজন পূৰাবলৈকে নৰবুৰ কোনোবা উপৰি পুৰুষে জানটো খান্দি উলিয়াই দিছিল । তিব্বত দেশখন পশ্চিম ইউৰোপতকৈ ডাঙৰ যদিও

কৃষি ভূমিৰ পৰিমাণ তেনেই সীমিত। নৈৰ পাৰৰ সৰু-বৰ উপত্যকাবিলাকেই দেশৰ কৃষি প্ৰধান ঠাই। ওখ ঠাইবিলাকতো কৃষি পথাৰ আছে যদিও জলসিঞ্চনৰ প্ৰয়োজন হয়।

নৰবুৰ উপৰি পুকৰে ওচৰতে থকা পৰ্বতৰ নিজৰাৰ পৰা ডোং খান্দি পথাৰলৈ নমাই আনোতে মাজতে গৰম পানীৰ উঁহ এটা পাইছিল। সেই কাৰণে ডোংটোৰ নাম 'চু-কেমা' থ'লে। তিব্বতীয় ভাষাত চু-কেমা মানে গৰম পানী বুজায়। এই অকনমানি পানীৰ সোঁৰটোৱেই কালক্ৰমে জান এটাৰ ৰূপ লৈ পৰিল। বাৰিষাৰ বৰষুণৰ পানী পৰ্বতৰপৰা কোবাল গতিত বৈ অহাৰ ফলত ডোংটো জানত পৰিণত হ'ল। সৰু জান যদিও খৰালি বতৰতো এক আঁঠুমান পানী থাকে। খৰালি মানুহে জানটো খোজ কাঢ়িয়েই পাৰ হয়। বাৰিষা পাৰ হ'বলৈ সাঁকো আছে। ডাঙৰ গা-গছ এডালেই সাঁকো। চুৰ্খাঙৰ মানুহে পৰ্বতৰ পৰা পাইন গছ এডালকে বগৰাই আনে। এডাল সাঁকোৱেই কেইবাবছৰ চলি যায়।

জানটো পাৰ হৈয়ে নতুন মটৰ আলিটো পায়। এই আলিটো আগতে নাছিল। গোটেই অঞ্চলটো পথাৰেই আছিল। ঘোঁৰা বাট এটা আছিল যদিও সিও পথাৰখনৰ কাষে কাষে গৈছে। এতিয়া সেই পুৰণি ঘোঁৰাবাটতোৱেই আহল-বহল মটৰ আলি হ'ল। পথাৰখনৰ বহুত মাটি সোমাল এই আলি বাটত। কোনো মানুহেই আপত্তি জনাব নোৱাৰিলে ক্ষতি পূৰণো নাপালে একোকে। বৰঞ্চ নতুন প্ৰশাসনৰ আদেশত চুৰ্খাং অঞ্চলৰ গাঁওবাসীয়ে বাধ্যতামূলকভাৱে কাম কৰিব লগা হ'ল এই মটৰ আলি নিৰ্মাণত।

আমাৰো আনন্দ আছে
জীৱনৰ কণ্টকীয়া যাত্ৰাত
আকৌ মিলিত হ'ম বুলি
পৰজনমৰ প্ৰথম পুৱাত

এইটো ১৯৫০ চনৰ কথা। তেতিয়া চীন দেশত সাম্যবাদী চৰকাৰ প্ৰতিষ্ঠা হোৱা এবছৰ হৈছিল মাত্ৰ। জাতীয়তাবাদী নেতা চিয়াংকাইচেকৰ চৰকাৰক ওফৰাই দি মাও-জে-ডঙৰ নেতৃত্বাধীন বিপ্লৱী কমিউনিষ্টসকলে দেশ অধিকাৰ কৰি লৈছিল। লগে লগে অন্ত পৰিছিল চীন দেশৰ বিচ্ছ

বহুৰীয়া গৃহ যুদ্ধ । সাম্যবাদী চৰকাৰ প্ৰতিষ্ঠা কৰাৰ পিচতেই মাও-জে-ডঙৰ চকু পৰিছিল তিব্বত দেশৰ ওপৰত । চীন দেশৰ আভ্যন্তৰীণ অংশ বুলি দাবী কৰিছিল পূৰ-তিব্বতৰ সীমা মূৰীয়া আমৃদো আৰু খাম ভূমিখণ্ড । ৰাজনৈতিকভাবে এই দুই ভূমিখণ্ড চীন দেশৰে অংশ আছিল যদিও কোনো কাৰ্যকৰী প্ৰশাসন চলাব পৰা নাছিল পিকিং চৰকাৰে । তদুপৰি এই দুই ভূমি খণ্ডত বসবাস কৰা যুদ্ধপ্ৰিয় 'খাম্পা' উপজাতিৰ লোকসকলকো বশলৈ আনিব পৰা নাছিল । স্বাধীনতাপ্ৰিয় এই যুজাৰু খাম্পাসকল বৌদ্ধ ধৰ্মৰেই অনুগামী আছিল আৰু লাচাৰ দালাই লামাকেই ধৰ্মগুৰু বুলি মানি লৈছিল । তিব্বতীয় ভাষা সংস্কৃতিক গ্ৰহন কৰা এই খাম্পা সকলে নিজকে তিব্বতীয় বুলি ভাবিও গৌৰব কৰিছিল মনে প্ৰাণে । আন আন উপজাতিৰ লোক এই ভূমিখণ্ডত আছিল যদিও খাম্পাসকলৰ প্ৰাধান্যই আছিল সকলোতকৈ অধিক ।

খাম্পা উপজাতিৰ লোকসকল মূলতঃ কৃষিজীৱী । স্থায়ীভাবে গাঁও পাতি থাকে যদিও এই সম্প্ৰাদায়ৰ মাজতো পশুপালক অথবী জীৱন যাপন কৰা মানুহৰ সংখ্যা তেনেই তাকৰ নহয় । ৰাইফল এই খাম্পাসকলৰ চিৰ লগৰীয়া অস্ত্ৰ । আন তিব্বতীয়তকৈ তুলনামূলকভাবে ওখ আৰু বলিষ্ঠ গঢ়ৰ খাম্পাসকলক সকলো তিব্বতীয়ই সমীহ কৰি চলে ।

মাও-জে-ডঙৰ বিজয়ী গণ মুক্তি বাহিনীৰ হাজাৰ হাজাৰ সৈনিকে তেতিয়া প্ৰাদেশিক ৰাজধানী চিলিঙতে শিবিৰ পাতি আছিল । সেই একে সময়তে এই ফৌজৰ এটা অংশই উত্তৰ-পূৰ তিব্বতৰ মূল চহৰ চামৃদোৰ দিশত আগবাঢ়ি গৈছিল । গণ মুক্তি ফৌজে চামৃদো চহৰ দখল কৰি লৈছিল বিনা ৰক্তপাতে । পূৰ তিব্বতৰ প্ৰাদেশিক গৱৰ্ণৰ ঙাবো'ৱে ৰাজধানী এৰি পলাই যাব ধৰোতে মুক্তি ফৌজৰ হাতত বন্দী হৈছিল আৰু তেওঁৰ অধীনস্থ তিব্বতীয় সৈন্য বাহিনীটো ছেদেলি ভেদেলি হৈ গুচি গৈছিল চাৰিওদিশে ।

বিজয়ী কমিউনিষ্ট সকলে স্বাধীনতা প্ৰিয় খাম্পাসকলৰ চৰিত্ৰ ভালদৰেই জানিছিল । গণ মুক্তি ফৌজৰ বিশালতা আৰু ত্ৰিছ বছৰীয়া ৰণ অভিজ্ঞতাৰ তুলনাত মুষ্টিমেয় খাম্পাসকল নগণ্য আছিল যদিও হান্ সাম্যবাদী সকলে প্ৰথম অৱস্থাত সংঘৰ্ষত জড়িত হব বিচাৰিলে । আলোচনাৰ মাধ্যমৰে পূৰ তিব্বত দখল কৰি লোৱাৰ উদ্দেশ্য লৈ তেওঁলোকে কুম্বুম্ মঠৰ মঠাধিকাৰীক চিলিঙলৈ আমন্ত্ৰণ কৰি পঠালে ।

সেই সময়ত কুম্বুম্ মঠৰ মঠাধিকাৰী আছিল দালাই লামাৰ

ককায়েক । নাম আছিল থুবৃটেন্ জিগ্‌মে । ককায়েকক হাতত কৰি লব পাৰিলে তিব্বত দেশৰ অধিপতি দালাই লামাকো হাতত কৰি লব পাৰিব বুলি পিকিং প্ৰশাসনে ভাবি লৈছিল । দালাই লামাৰ সন্মতি অবিহনে তিব্বত দেশ দখল কৰি লোৱাটো সহজ কাম নহব বুলি চীনৰ কমিউনিষ্ট চৰকাৰে ভালকৈ বুজিছিল । গতিকে থুবৃটেন্ জিগমেক যাতি পঠোৱা হ'ল প্ৰাদেশিক ৰাজধানীলৈ ।

থুবৃটেন জিগ্‌মে পাঁচ বছৰ বয়সতে এজন অৱতাৰী লামা বুলি চিনাক্ত হৈছিল । অৰ্থাৎ মাকৰ গৰ্ভত থাকোতেই 'টাগৃৎষেৰ' মঠৰ মৃত লামাৰ-আত্মাই এই গৰ্ভস্থ সন্তানৰ দেহত আহি থিতাপি লৈছিল । তিব্বতবাসীৰ বিশ্বাস যে সিদ্ধ লামাৰ আত্মাৰ বিনাশ নহয় । সংসাৰৰ জ্বালা-যন্ত্ৰণাৰ পৰা মুক্ত হ'ব পাৰিলেও এই সিদ্ধ পুৰুষসকলে পুনৰ জন্মলৈ উভতি আহে মানুহক নিৰ্বাণ প্ৰাপ্তিৰ পথ দেখুৱাবলৈ । মৃত্যুৰ আগ মুহূৰ্তত এই সিদ্ধ লামাসকলে আকৌ ক'ত উপজিব তাৰো কিছুমান ইঙ্গিত এৰি থৈ যায় । সিবিলাক ইঙ্গিত অনুসৰণ কৰি সেই মঠৰ জ্ঞানী সকলে বাঞ্চিত শিশুটিক বিচাৰি উলিয়াব পাৰে ।

থুবৃটেন জিগ্‌মেৰ শৰীৰটো আহি থিতাপি লৈছিল টাগৎষেৰ মঠৰ মৃত মঠাধিকাৰীৰ আত্মাই । গতিকে সাত বছৰ বয়সতে জিগমেয়ে ঘৰ এৰি গুচি যাব লগা হৈছিল টাগৎষেৰ মঠলৈ । তাৰ পিচতো 'টাংষ্টেৰ' নামৰ পূব তিব্বতৰ সেই অকামানি গাঁওখনৰ একেটা ঘৰতে জন্ম লৈছিল চতুৰ্দশ দালাই লামাই । থুবৃটেন জিগ্‌মেৰ কণিষ্ঠ ভায়েকেই পিচলৈ দালাই লামাৰূপে চিনাক্ত হৈছিল । দালাই লামা অকল- তিব্বতবাসীৰ ধৰ্মীয় গুৰুয়েই নহয়-দেশৰ শাসনকৰ্তাৰ সৰ্বস্ব ক্ষমতাও তেখেতৰ হাতততে থাকে ।

এই আমন্ত্ৰণে কুমবুম মঠৰ খেন্‌পো বা মঠাধিকাৰী থুবৃটেন জিগ্‌মেক মহাসংকটত পেলালে । আমন্ত্ৰণ প্ৰত্যাখান কৰাৰ অৰ্থই হ'ব আগ্ৰাসী হান কমিউনিষ্টক প্ৰত্যাহ্বান জনোৱাটো । চীনৰ বিজয়ী গণমুক্তি ফৌজে বলপূৰ্বকভাৱে পূব তিব্বতলৈ সোমাই আহিলে সংঘৰ্ষৰ জুই জ্বলি উঠিব বুলি আশঙ্কা কৰি দালাই লামাৰ ককায়েকে শান্তিপূৰ্ণ আলোচনাৰ পথকে বাচি ল'বলৈ মনস্থ কৰি চিলিঙলৈ গ'ল । গণমুক্তি ফৌজে ইতিমধ্যে দখল কৰি লোৱা চীনৰ আভ্যন্তৰীণ অঞ্চলসমূহত বৌদ্ধধৰ্মৰ অনুগামীসকলৰ ওপৰত যি কঠোৰ নিৰ্য্যাতন আৰম্ভ কৰি দিছিল সেই সকলো সংবাদ থুবৃটেন জিগমেৰ অজ্ঞাত নাছিল । পূব তিব্বতো যাতে হান কমিউনিষ্টসকলে তেনে পৰিস্থিতিৰ সৃষ্টি কৰিবলৈ সুযোগ নাপায় সেই

আশাকে লৈ থুবটেন জিগমে চিলিং পালেগৈ ।

ইতিমধ্যে উত্তৰ-পূব তিব্বতৰ বন্দী গৱৰ্ণৰ 'ঙাপো-ঙাৱাং'ক পিকিঙলৈ লৈ যোৱা হৈছিল । এটা শান্তিপূৰ্ণ মীমাংসাৰ বাবে তিব্বতবাসীৰ অবিসম্বাদী ধৰ্মীয় গুৰু দালাই লামাই সেই বন্দী গৱৰ্ণৰ গৰাকীজনকে চীন চৰকাৰৰ লগত আলোচনা কৰাৰ কৰ্তৃত্ব প্ৰদান কৰিলে । সেই আলোচনা এক পক্ষীয়হে আছিল । পিকিং চৰকাৰৰ প্ৰতিনিধিয়ে যি সমূহ প্ৰস্তাৱ দাঙি ধৰিছিল সেইবিলাক প্ৰস্তাৱত তিব্বতবাসীৰ ৰাজনৈতিক স্বতন্ত্ৰতা, ধৰ্মীয় স্বাধীনতা, সাংস্কৃতিক সুৰক্ষা আৰু অৰ্থনৈতিক বিকাশৰ প্ৰতিশ্ৰুতি প্ৰদান কৰাৰ শুভেচ্ছা অন্তৰ্ভুক্ত কৰা হৈছিল যদিও পৰৱৰ্তী পৰ্য্যায়ত এই প্ৰতিশ্ৰুতিসমূহ নিৰ্মমভাৱে পদদলিত কৰি পেলাবলৈ পিকিং চৰকাৰে অকণো সঙ্কোচ নকৰিলে ।

'সোতৰ দফীয়া নামেৰে পৰিচিত এই শান্তি চুক্তিত স্বাক্ষৰ কৰিবলৈ ঙাবো প্ৰথমতে সন্মত হোৱা নাছিল যদিও এজন যুদ্ধ বন্দী ৰূপে নিৰ্য্যাতিত ঙাবোএ অৱশেষত সেই সোতৰ দফীয়া চুক্তিত স্বাক্ষৰ কৰিবলৈ বাধ্য হৈছিল । চুক্তি হ'ল যদিও তিব্বত দেশৰ প্ৰশাসনীয় মুৰব্বী স্বৰূপ দালাই লামাৰ চীল মোহৰৰ চাপ তাত নাছিল । দালাই লামাৰ চীল মোহৰ বিহীন চুক্তিখন তিব্বত বাসীয়ে গ্ৰহণ নকৰিব বুলি জানিয়েই পিকিং চৰকাৰে নকল চীল মোহৰ প্ৰস্তুত কৰি ললে ।

এনেদৰে এটা প্ৰাচীন আৰু সাংস্কৃতিবান জাতিৰ কপালত মাৰি দিয়া হ'ল ৰাজনৈতিক দাসত্বৰ নকল মোহৰ । তাৰ পিচৰে পৰা তিব্বত দেশত যি- বিলাক ঘটনা সংঘটিত হবলৈ আৰম্ভ কৰিলে সেয়ে হৈ পৰিল হান কমিউনিষ্টৰ নগ্ন আগ্ৰাসন ।

চিলিঙৰ আলোচনাতো হান প্ৰতিনিধিয়ে কুম্বুম্ মঠৰ মঠাধিকাৰীক সেই সোতৰ দফীয়া প্ৰতিশ্ৰুতিকে দোহাৰিলে । পূব-তিব্বতত হান বাহিনীৰ অনুপ্ৰবেশক কোনো প্ৰকাৰে বাধা প্ৰদান কৰিব নোৱাৰি থুবটেন্ জিগ্মে হতাশ মনেৰে উভতি আহিল কুম্বুম্‌লৈ । থুবটেন জিগমে উভতি অহাৰ দুদিন পিচতেই গণ মুক্তি ফৌজৰ পাঁচশজনীয়া শক্তিশালী সৈন্যদল এটা আহি উপস্থিত হ'ল কুম্বুম্ মঠত । আশ্ৰয়স্থল বিচৰাৰ নামত সেই বাহিনীয়ে কুম্বুম্ ধৰ্মীয় মঠটোকে দখল কৰি লব বিচাৰিলে । বুজাই বঢ়াই গুচৰৰ দূচাৰ নামৰ গাঁওখনলৈকে পঠাই দিয়া হ'ল যদিও জনসাধাৰণ উত্তেজিত হৈ পৰিল । কুম্বুমৰ মঠাধিকাৰীয়ে জনসাধাৰণক অশান্ত নহবলৈ বুজনি দিলে যদিও জনসাধাৰণৰ অন্তৰত জ্বলি উঠিব ধৰা বিদ্ৰোহৰ জুইকুৰা

হ'লে নির্বাপিত কৰিব নোৱাৰিলে। অধিকৃত অঞ্চলৰ দায়িত্ব ভাৰ এক গণ্ডীৰভাৱে হাতত লৈয়ে নতুন কমিউনিষ্ট প্ৰশাসনে পূব তিব্বতৰ ওপৰত জাপি দিলে বিভিন্ন আঁচনি। সংস্কাৰৰ নামত জাপি দিয়া এই আঁচনিৰ নাম থলে "চিংগ্ৰো'। দখলকাৰী গনমুক্তি ফৌজে অধিকৃত পূব তিব্বতত নিজৰ অৱস্থান কটকটীয়া কৰি তুলিবলৈ যাতায়াতৰ সুবিধাৰ্থে আলিবাট সাজি তোলাত মনোনিবেশ কৰিলে। এই বলপূৰ্বক দখলৰ বিৰুদ্ধে যে চিৰ স্বাধীন খাম্পা উপজাতিৰ লোকসকল জাঙুৰ খাই উঠিব সেই কথা গণমুক্তি ফৌজে আৰম্ভণিতে অনুমান কৰি লৈছিল। খাম্পাসকলৰ এই সাম্ভাব্য প্ৰতিৰোধ দমন কৰিবলৈ মটৰ আলিৰ প্ৰয়োজন অপৰিহাৰ্য্য হ'ব বুলিয়েই ধৰি লোৱা হ'ল। লগে লগে আদেশ হ'ল পুৰুষ-মহিলা, ল'ৰা-বুঢ়া নিৰ্বিশেষে সকলো আহি সেই কামত যোগ দিব লাগে। এই আদেশৰ ওপৰত কোনো গুৰুত্ব নিদিলে পূব তিব্বতবাসীয়ে। জনাসাধাৰণৰ অসহযোগী আচৰণত অধৈৰ্য্য হৈ পৰিল নতুন প্ৰশাসন। এই বাৰ ঘোষণা কৰিলে বাধ্যতামূলক কামৰ আদেশ। এই আদেশকো জনসাধাৰণে উলঙ্ঘা কৰা যেন দেখি গণমুক্তি ফৌজে বল প্ৰয়োগ কৰিবলৈ আগবাঢ়ি আহিল।

ধৰ্মীয় মঠসমূহেই জনসাধাৰণক কমিউনিষ্ট বিৰোধী কৰি তুলিছে বুলি অনুমান কৰি হান প্ৰশাসনে এইবাৰ ধৰ্মীয় মঠৰ ওপৰতো হস্তক্ষেপ কৰিলে। কিছুমান ধৰ্মীয় পৰম্পৰাৰ অৱসান ঘটাবলৈ কুম্‌বুম্ মঠৰ মঠাধিকাৰীক আদেশ দিয়া হ'ল। উপায়হীন মঠাধিকাৰীয়ে শান্তিপূৰ্ণ সহ অৱস্থানৰ খাতিৰত সেই আদেশকো মানি ল'লে। মঠ-মন্দিৰত মাখনৰ চাকি-বন্তি জ্বলোৱা বন্ধ হৈ গ'ল। শ শ বছৰ পুৰনি এই পৰম্পৰাৰ বিলুপ্তি ঘটোৱাত নতুন চৰকাৰ আৰু জনসাধাৰণৰ মাজত বিভেদৰ পথাৰ খন অধিক বহল হৈ পৰিল।

দখলদাৰী হান সৈন্য বাহিনীৰ ভৰণ-পোষণৰ প্ৰয়োজন পূৰাবলৈ মঠ-মন্দিৰৰ ভঁৰাল খুলি কাঢ়ি লৈ যোৱা হ'ল গাড়ীয়ে গাড়ীয়ে খাদ্য সম্ভাৰ। মঠ নিবাসী লামাসকলৰ সংখ্যাও হ্ৰাস কৰি পেলোৱা হ'ল। কুম্‌বুম্ মঠত বসবাস কৰা লামাসকলৰ সংখ্যা চাৰি হাজাৰৰ পৰা দুশলৈকে হ্ৰাস কৰা হ'ল। ৰাষ্ট্ৰৰ সম্পদ বুলি মঠ-মন্দিৰত সঞ্চিত হৈ থকা ধন-সম্পদকো বাজেয়াপ্ত কৰিলে নতুন কমিউনিষ্ট প্ৰশাসনে। ৰাষ্ট্ৰৰ কৰ্ম-শক্তিৰ অপচয় কৰা বুলি দোষাৰোপ কৰি মঠ-মন্দিৰত থকা লামাসকলকো সাঙুৰি লৈ যোৱা হ'ল আলিবাটৰ কামত।

সন্ত্ৰস্ত শ শ লামাই মঠ ত্যাগ কৰি যাবলৈ বাধ্য হ'ল। গেৰুৱা

'সাগায়' এৰি জনসাধাৰণৰ কাপোৰ পিন্ধি আত্মগোপন কৰিবে হাজাৰ হাজাৰ ধৰ্মপ্ৰাণ লামাই ।

এই বাধ্যতামূলক সংস্কাৰসমূহক মানি ল'ব নোৱাৰি কুম্বুম্ মঠৰ মঠাধিকাৰী গৰাকীয়ে স্বইচ্ছাৰে নিজৰ পদ ত্যাগ কৰিলে । তথাপি অব্যাহতি দিয়া নহ'ল দালাই লামাৰ ককায়েক থুব্‌টেন জিগ্‌মেক । গৃহবন্দীৰ নিচিনা হ'ল থুব্‌টেন্ জিগ্‌মে । দেহৰক্ষীৰ ছদ্মবেশত নিয়োগ কৰা হ'ল দুজন কুচক্ৰী হান কমিউনিষ্ট । মতাদৰ্শক মানি ল'বলৈ অবিৰাম মানসিক হেঁচা দিয়া হ'ল থুব্‌টেন্ জিগ্‌মেৰ ওপৰত । থুব্‌টেন্ জিগ্‌মে কুম্বুম্ মঠ ত্যাগ কৰাৰ পিচৰে পৰা কমিউনিষ্টসকলৰ ধৰ্মীয় নিৰ্য্যাতন অধিক ব্যাপক হৈ উঠিল ।



জানটোৰ পাৰ পাই নৰবুৱে নিজৰ ঘোঁৰাটোক প্ৰথমে পানীলৈ লাহে লাহে নমাই দিলে । সেই জানত বহুত মাছ । হাতেৰেও ধৰিব পাৰি । অকণি অকণি মাছবিলাক ঘোঁৰাৰ গচকত মৰে বুলি নৰবুৱে তললৈ চাই গ'ল । ঘোঁৰাটোৰ ওপৰতে হাউলি নৰবুৱে হাতৰ এছাৰিভালেৰে খুণ্ডলি মাছবিলাক উজাৰি দিলে । মাছ হলেও সিও মৃত মানুহৰে আত্মা হ'ব পাৰে বুলি নৰবুৱেও বিশ্বাস কৰে । কোনোবা মৃত আত্মীয়-স্বজনৰ আত্মাও সেই মাছতে সোমাই থাকিব পাৰে বুলি নৰবুৱে ঘোঁৰাটোক সাৱধানে সিটো পাৰত নি তুলিলেগৈ । বাকী কিটা ঘোঁৰাও পিচে পিচে পাৰ হৈ আহিল ।

জানটো পাৰ হৈয়ে নতুন আলিবাটটোত উঠিবলৈ লওঁতেই দক্ষিণ দিশৰ পৰা কেইবাখনো সামৰিক যান সিহঁতৰ পিনে আহি থকা দেখিলে নৰবুৱে । ঘোঁৰা ৰখাই সামৰিক যান কিখন পাৰহৈ যোৱালৈকে নৰবুৱে অপেক্ষা কৰিলে । অপেক্ষা কৰিবলৈ নৰবু বাধ্য হ'ল । ক্ষমতা, মৰ্য্যদা আৰু ন্যায়-অন্যায়ৰ সকলো অধিকাৰ আজি সেই যান কিখনত উঠি অহা মানুহৰ হাততেই আছে বুলি সিও জানে ।

এনেৰে সুখনকৈ ৰাস্তাৰ চীনত তৈয়াৰী আওপুৰণি 'জিয়েফাং' লৰী

মঠৰ হবুহবাই পাৰ হৈ য়োৱালেকে নৰবুৰে বোঁৱাৰ ওপৰতে বহি চাই থাকিল । ছখন যানত বহি গৈছে গণ মুক্তি ফৌজৰ হান সৈনিক । সৈনিকবিলাকে নৰবুহঁতলৈ পেন্দোৱাকৈ চাই গ'ল যদিও কোনো বাক্য উচ্চাৰণ নকৰিলে । সৈনিকবিলাকৰ সৰহ ভাগেই চেমনীয়া । গাৰ ছালৰ ৰং পীত বৰণীয়া দেখিয়েই নৰবুৰে চিনি পালে সিহঁত হান মানুহ । চীন দেশত এতিয়া হান জাতিৰে আধিপত্য চলিছে বুলি সিও শুনিছে । উত্তৰ চীনৰ মাঞ্চুৰীয়া আৰু বহিঃমঙ্গোলীয়াত কমিউনিজিমৰ নামত এতিয়া হান জাতিৰেই প্ৰভুত্ববাদ জাপি দিয়া হৈছে । চীনৰ কমিউনিষ্ট চৰকাৰে এই দুই অঞ্চলত হান জাতিৰ লক্ষ লক্ষ মানুহক নি নানান অজুহাতত সংস্থাপিত কৰিছে । যাৰ পৰিণতিত এই দুই অঞ্চলৰ ভূমি-পুত্ৰসকল সংখ্যালঘু হৈ পৰিছে বুলি নৰবুৰে শুনিছে । আনকি এই দুই অঞ্চলত বসবাস কৰা বৌদ্ধ ধৰ্মাৱলম্বী মানুহৰ ধৰ্মীয় বিশ্বাসক নতুন চৰকাৰে বিনাশ কৰাত উঠি-পৰি লাগিছে বুলি সেইখিনি অহা মানুহৰ মুখৰ পৰা নৰবুৰে জানিব পাৰিছে । কমিউনিজিমৰ নামত সেই সমাজ বিলাকৰ পুৰণি ব্যৱস্থা আৰু সাংস্কৃতিকো অব্যাহতি দিয়া হৈছে । মঠ-মন্দিৰবিলাকেই পুৰণি চিন্তাধাৰাৰ কেন্দ্ৰ বুলি তাকো একালৰ পৰা ধ্বংস কৰি নিছে ।

গণ মুক্তি বাহিনীৰ সেউজীয়া পোছাক পিন্ধা এই হান জাতিৰেই সহস্ৰ মানুহ আজি পূব তিব্বতৰ চুকে-কোণে, দিনে-নিশাই বিয়পি যাব ধৰা নৰবুৰে নিজেই দেখিছে । এই আলিটোৰে চলি থকা সামৰিক যানবিলাক নৰবুৰে চুৰ্থাং গাঁৱৰ পৰাই দেখি থাকে । মাঞ্চুৰীয়া আৰু বহিঃমঙ্গোলীয়াত যি ঘটিছে সেই একেই ঘটনা পূব-তিব্বততো যে নঘটিব সেই নিশ্চয়তা দিবলৈ আজি কোনো নাই বুলি নৰবুৰে জানে । যি একজন আছিল সেইজনা গুৰুও এতিয়া গৃহবন্দী । শুনা কথাবিলাক যদি সঁচা হয় তেনেহলে কুম্‌বুম্ মঠৰ মঠাধিকাৰীজনেও এতিয়া পূব তিব্বতৰ ধৰ্মীয় অধিকাৰ আৰু সংস্কৃতিতো ৰক্ষণাবেক্ষণ দিব নোৱাৰিব বুলি ভাবি নৰবুৰ মনো হতাশাৰে উপচি পৰিল ।

কিন্তু এই বলপূৰ্বক অধিকাৰক যে তাৰ স্বজাতিৰ মানুহে কেতিয়াও মানি নল'ব সেই কথাৰ উমান ইতিমধ্যেই নৰবুৰে পাইছে । প্ৰতিজন সুস্থ সবল খাম্পাৰ মন আজি অস্থিৰ । ঘৰে ঘৰে বাটে-পথে চলিছে আলোচনা । গাঁৱে গাঁৱে বহিছে গোপন সভা । সাম্ভাব্য সংঘৰ্ষৰ আশংকাত প্ৰতিটো পৰিয়াল আজি উদ্বিগ্ন । সংঘৰ্ষৰ আৰম্ভ হ'লে কোন ক'ত যাব তাৰেই প্ৰস্তুতি চলিছে গোপনে । বহুতো পৰিয়ালে ওখ পৰ্বতৰ গুহাত নি

খাদ্য বস্তু লুকুৱাই থ'বলৈ আৰম্ভ কৰিছে বুলি নবযুৱে নুগুনাকৈ থকা নাই। নতুন প্ৰশাসনে খাম্পাসকলৰ হাতত থকা ৰাইফল সমূহ জমা দিবলৈ কঠোৰ নিৰ্দেশ জাৰি কৰা স্বত্বেও সেই আদেশ আজিলৈকে কোনেও মানি লোৱা নাই। নবযুৱেও মানি লোৱা নাই। জীৱনৰ লগৰী স্বৰূপ ৰাইফলটো হস্তান্তৰ কৰিবলৈ কোনো খাম্পা প্ৰস্তুত নহয় বুলি নবযুৱে জানে। নবযুৱো ৰাইফল আছে। বুম্‌বুম্ বজাৰত আধা কেজি সোণ গুড়ি দি সি ৰাইফলটো কিনি লৈছিল। জাপানী ৰাইফল। গুলীও আছে দুশ মান। সতেজ কৰি ৰাখিবলৈ এই গুলী মোনা নবযুৱে নিয়মিত ৰ'দত দি শুকুৱাই থয়। এই ৰাইফলটো সি হানৰ হাতত তুলি দিয়াতকৈ লগৰ খাম্পাসকলৰ নিচিনাকৈ সিও ল'ৰা-তিৰোতাক লৈ গুচি যাব ওখ পৰ্বতৰ টিঙলৈ। হানৰ তলতীয়া হৈ থকাতকৈ সি আজীৱন যুদ্ধ কৰি যাব সিও ভাল। পৰ্বতে-পাহাৰে সি মুক্তমনে ঘূৰি ফুৰিব তথাপি হানৰ বশ্যতা কেতিয়াও মানি নল'ব বুলি নবযুৱে মনে প্ৰাণে দৃঢ় হৈ পৰে।

ধৰ্মহীন হান কমিউনিষ্টক সি কেতিয়াও মানি ল'ব নোৱাৰে। তাৰ উপৰি পুৰুষসকলেও হান প্ৰভুত্ববাদক মানি লোৱা নাছিল। সেই ইতিহাস নবযুৱে জানে। আনকি মাও-জে ডংএ দক্ষিণ-চীনৰ পৰা দীৰ্ঘ যাত্ৰা কৰি উত্তৰ চীনলৈ যাওঁতে খাম্পা অধ্যুষিত অঞ্চলেৰেই এদিন গৈছিল। সেয়া কুৰি বছৰৰ আগৰ কথা মাত্ৰ। নবযুৱো তেতিয়া ৰাইফল চলাব পৰা বয়স হৈছিল যদিও বাপেকে তাক ঘৰ এৰি যাব দিয়া নাছিল। মাও-জে-ডংৰ লাল ফৌজক খাম্পা সকলে সহজে বাত এৰি দিয়া নাছিল। সেই কথা তাৰ মনত আছে। ঠায়ে ঠায়ে সংঘৰ্ষ হৈছিল সেই দিনবিলাকতো। মাও-জে-ডঙে খৰ খেদাকৈ পাৰ হৈ গৈছিল খাম্পা অঞ্চলৰ মাজেৰে। এৰি থৈ গৈছিল বহুতো মৃত সৈনিক। কুৰি বছৰৰ পিচত মাও-জে ডংৰ ফৌজ পুনৰ উভতি আহিছে খাম্পা অঞ্চললৈ। এইবাৰ আহিছে বিজয়ী বাহিনীৰূপে। বিজয়ৰ দম্ভলৈ উভতি অহা হান কমিউনিষ্ট বাহিনীয়ে স্বাধীনতাপ্ৰিয় খাম্পাসকলৰ চৰিত্ৰ ভালকৈয়ে জানে।

খাম্পা প্ৰতিৰোধ অনিবাৰ্য্য বুলি জানিয়েই হান সকলে পূব তিব্বতত নিজৰ স্থিতি এই এবছৰৰ ভিতৰতে কট্‌কটীয়া কৰি তোলা নবযুৱে দেখিছে।

এনেতে তীব্ৰ বেগেৰে আহি থকা এখন জীপ গাড়ী নবযুৱৰ সমুখত আকস্মিকভাবে বৈ পৰিল। নবযুৰ চিন্তাত খেলি-মেলি লাগোতেই জীপত বহি অহা এজন চেমনীয়া হান বিষয়াই কৰ্কশ মাতেৰে চিঞৰি উঠিল।

'ঐ "টু-ফান্" ঘোঁৰাৰ পৰা নাম' । এই কৰ্কশ আদেশ পাইও নৰবু ঘোঁৰাৰ ওপৰতে বহি থকা দেখি যৈণীয়েক নিংমাই নিজৰ ঘোঁৰাটোক নৰবুৰ ওচৰ চপাই আনিলে । নিংমাই জানে নৰবু সাহসী, জেদী আৰু আত্মভিমানী।

'ঘোঁৰাৰ পৰা নামিবলৈ কৈছো শুনা নাই নেকি টুফান' ?

'টুফান' সম্বোধনত নৰবুৰ গা-মন জিকাৰ খাই উঠিল । আন মানুহে এনেদৰে কোৱাহেঁতেন একে ঘাপে তাৰ মাত চিৰদিনলৈ কাঢ়ি ল'ব পাৰিলেহেঁতেন নৰবুৱে । এতিয়া সি অধিকৃত অঞ্চলৰ নিঃসহায় মানুহ। সমুখত তাৰ চাৰিজন সশস্ত্ৰ হান লুণ্ঠণকাৰী থিয় দি আছে । যৈণীয়েক আৰু নাবালিকা পেমাকলৈ নৰবুৱে নিজকে বৰ অকলশৰীয়া অনুভৱ কৰিলে ।

'কি কৈছে সিহঁতে' ? ওচৰ চাপি অহা নিংমাই ফুচফুচাই সুধিলে । নিংমাই হান কথা বুজি নাপায় যদিও নৰবুৱে কিছু বুজি পায় ।

'ঘোঁৰাৰ পৰা নামিব কৈছে ।' নৰবুৰ উত্তৰ শুনি নিংমাই লগে লগে নৰবুকে ঘোঁৰাৰ পৰা নামিব ক'লে । 'নামি দিয়া তেনেহলে, এই বুলি কৈয়ে নৰবুৰ হাতৰ পৰা ঘোঁৰাৰ লেকামদাল নিংমাই নিজৰ হাতলৈ আনি ল'লে । আন সময়ত এনে অনুৰোধ কৰাৰ সাহস নিংমাৰ কেতিয়াও নহ'লহেঁতেন । সমগ্ৰ চুৰ্থাং অঞ্চলতে এজন প্ৰতিপত্তিশীল ব্যক্তি বুলি নৰবুৰ এটা সুকীয়া মৰ্য্যদা আছে । নৰবুৰ ঘোঁৰা চলোৱা দক্ষতা কুম্‌বুম্‌লৈকে বিয়পা । কুম্‌বুমৰ দীপাৱলী মেলাত হোৱা লক্ষ্য ভেদ প্ৰতিযোগিতাত সুদক্ষ অঘৰী গোলোক তিৰন্দাজীকো নৰবুৱে সহজতে পৰাজিত কৰিব পাৰিছিল । সেই প্ৰতিযোগিতাৰ পঁৰাই নৰবুৱে জিকি আনিছিল কাণত পিন্ধি থকা সোণৰ অষ্ঠীযোৰ ।

সেই নৰবুকে আজি বিদেশী হান সৈনিকে ঘোঁৰাৰ পৰা নামিবলৈ আদেশ দিয়াত নিংমা বিমোৰত পৰিল । জাতীয় মৰ্য্যদাৰ এনে শোক লগা অৱনতিক নিংমাইও মানি ল'বলৈ বাধ্য হ'ল । সমুখত থিয় দি থকা সশস্ত্ৰ হান সৈনিকে এজন সবল খাম্পাৰ প্ৰভাৱ প্ৰতিপত্তিক কোনো মূল্য নিদিয়ে বুলি নিংমাই বুজিব পাৰিলে ।

"আকোৰগোজ হৈ বহি আছা কিয়-নামি দিয়া পেমাৰেই শপত দিছোঁ" । একমাত্ৰ আদৰী জীয়েক পেমাৰ শপত দিয়াৰ লগে লগে নৰবুৱে একান্ত অনভিপ্ৰেত মনোভাবেৰে ঘোঁৰাৰ পৰা নামি দিলে ।

কেনি যোৱা "পালা" ? ইমান পৰে পৰিস্থিতিৰ আও-ভাও বুজিব নোৱাৰি পেমাই ঘোঁৰাৰ ওপৰতে মনে মনে বহি আছিল । বাপেকে ঘোঁৰাৰ

পৰা নামি দিয়াৰ লগে লগে তাইৰো মনত ভয় উপজিল । এনেতে হান বিষয়াজনে পুনৰ চিএৰি উঠিল ।

"দাখন মাইকীজনীৰ হাতত থৈ তই ইয়ালৈ আগুৱাই আহ" ।

যুদ্ধপ্ৰিয় আৰু স্বাধীনচিতীয়া খাম্পা মানুহক হানসকলে এই এবছৰেও বিশ্বাসত ল'ব পৰা নাই । গণমুক্তি ফৌজৰ হাজাৰ হাজাৰ সৈন্য আনিও খাম্পা সকলক তেতিয়াও বশলৈ আনি ল'ব পৰা নাচিল নতুন সাম্যবাদী প্ৰশাসনে । সমগ্ৰ পূৰ্বাঞ্চল জুৰি বিক্ষিপ্ত সংঘৰ্ষ তেতিয়া আৰম্ভ হৈছিল ।

'আকৌ কি  কৈছে' ? নিংমাৰ উৎকণ্ঠা বাঢ়ি উঠে ।

'দাখন থৈ যাব কৈছে সিহঁতে' । উদাসভাৱে কথাকিটা কয় যদিও কিবা এটা দৃঢ়তাই যেন তাৰ মন কঠোৰ কৰি তুলিলে । নৰবুৰ কঁকালৰ পৰা ৰূপৰ খাপ লগোৱা দাখন নিংমাই নিজেই উলিয়াই আনিলে ।

"যোৱাচোন কি কয় শুনি আহা" ।

সেই দহ খোজ দূৰত্ব আগবাঢ়ি যাবলৈকো নৰবুৰ মন বিদ্ৰোহী হৈ উঠিব খোজে । কিন্তু উচতনিয়ে তাৰ মন তলাব নোৱাৰিলে । যুঁজিব লাগিলে গড় বান্ধিয়েই যুজিব । মাজ পথাৰত থিয় দি মৰাটোৱেই বিদ্ৰোহ নহয় বুলি ভাবি সি দৃঢ় পদক্ষেপেৰে আগবাঢ়ি গ'ল ।

"কথা বুজি নাপাৱ নেকি" ? জীপৰ পৰা নামি হাতত পিষ্টলটো লৈ থিয় দিয়া হান বিষয়াজনেই প্ৰশ্নটো কৰিলে ।

'সিমান বুজি নাপাওঁ' । নৰবুৰ সংক্ষিপ্ত উত্তৰটো হান বিষয়াজনে বৰ ভাল নাপালে । নৰবু যে এজন সাধাৰণ ব্যক্তি নহয় সেই কথাও লগতে ভাবিবলৈ বাধ্য হ'ল ।

'কি নাম তোৰ টুফান'?

চেঙেলীয়া বিষয়াজনৰ কৌতুক মিশ্ৰিত কেটেৰা প্ৰশ্নত লগৰ কিজনে খিক্‌খিকাই হাঁহি দিলে । হান বিষয়াৰ সেই তিৰস্কাৰকো নৰবুৱে অসীম ধৈৰ্য্যৰে সহিব বিচাৰিলে ।

'টুফান বুলি ক'লে আমি অপমানিত হওঁ । দুখীয়া হ'ব পাৰো কিন্তু বৰ্বৰ নহয় ।'

অলপ হ'লেও প্ৰতিবাদ কৰাৰ অধিকাৰ নৰবুৱে এৰি নিদিলে । আৰু দুখোজ আগবাঢ়ি নৰবুৱে বিষয়াজনৰ একেবাৰে সমুখত গৈ থিয় দিলে ।

'তই কথাৰ উত্তৰ দিব জান তেনেহলে - নহয়নে' ? বিষয়াজনৰ অৰ্থপূৰ্ণ মন্তব্যত নৰবু অকণো বিচলিত নহ'ল । ধীৰস্থিৰভাৱে থিয় দি সি তাৰ উত্তৰ দিলে -

'মোৰ নাম চোনাম নৰবু । গৌখন মোৰ গাঁও - নাম চুৰ্বাং ।'

"বেছ্ বেছ্ তোৰ কথা কোৱাৰ সাহস আছে দেখিছো । পিচে মহাশয়নো ক'লৈ যাব ওলাইছে" ?'

'চিলিগুৰিলৈ' ।

'পূজা কৰিবলৈ নে' ?

'তোমালোকে বিচৰা মাটিৰ খাজানা সোধাম বুলি যাব ওলাইছোঁ' ।

'ইমান দূৰ ঘোঁৰাতেই উঠি যাবিনে ? কিমান দিনত গৈ পাবি' ?

'তিনি দিনত পাম' । যিমান পাৰে সংক্ষেপে উত্তৰ দি গ'ল নৰবুৱে এইবাৰ বিষয়াজনৰ দৃষ্টি নৰবুৰ জীয়েক আৰু ঘৈণীয়েকৰ ওপৰত পৰিল।

'সিহঁত কোন হয় তোৰ ?'

'মোৰ ছোৱালী আৰু তাইৰ মাক' । বিষয়াজনৰ অবান্তৰ প্ৰশ্নই নৰবুক অলপ বিৰক্ত কৰি তুলিলে ।

'সিহঁতকো লগতে লৈ যাবি নেকি ?'

'সেয়া আমাৰ বাবে কোনো ডাঙৰ কথা নহয় । আমি আধাজীৱন ঘোঁৰাৰ ওপৰতে বহি কটাই দিব পাৰোঁ ।'

চোনাম নৰবুৰ উত্তৰত পৰাজিতৰ গ্লানি নাছিল - আছিল আত্মচেতনাৰ গৰ্ব ।

'আজি ক'ত থাকিবি ?' হান বিষয়াজনৰ এই প্ৰশ্নৰ কোনো অৰ্থ নৰবুৱে বিচাৰি নাপালে যদিও সকলো সাম্ভাব্য পৰিস্থিতিৰ সমুখীন হ'বলৈ সাজু হৈয়ে সি নিঃসঙ্কোচে উত্তৰ দিলে ।

'আজি নিশা কায়েৰি মঠত - কাইলৈ কুম্বুমত ।'

'ভাল কথা গৈ থাক । কায়েৰিতে আকৌ দেখাদেখি হ'ম' বুলি অৰ্থপূৰ্ণ ইঙ্গিত দি সিহঁতে কায়েৰি মঠৰ দিশলৈকে বুলি ধূলি উৰুৱাই গুচি গ'ল । জীপখনে উৰুৱাই যোৱা ধূলিয়ে নৰবুক কন্তেকৰ বাবে আগুৰি পেলালেও সি নিস্পলক দৃষ্টিৰে সিহঁত যোৱাৰ পিনে চাই থাকিল। তাৰ মুখত দৃঢ়তাৰ কঠিনভাৱ ফুটি ওলাল । ঘোঁৰাটো লৈ ঘৈণীয়েকে ওচৰ চাপি অহাটোকো সি অনুভৱ নকৰিলে । টুফান বুলি কৰা তিৰস্কাৰৰ দংশন বেদনাক নৰবুৱে তেতিয়াও পাহৰি পেলাব পৰা নাছিল । তিব্বতীয় মানুহ বুলিলেই সিহঁতে বৰ্বৰ বুলি ইতিকিং কৰে । কানি খোৱা হানে কমিউনিষ্ট হৈ তিব্বতৰ হাজাৰ বছৰীয়া সভ্যতা সংস্কৃতিকো উপলুঙা কৰিব পৰা হ'ল বুলি ভাবি নৰবুৰ অন্তৰত গভীৰ আঘাত লাগিল ।

লেকামদাল গিৰিয়েকৰ হাতত তুলি দিওঁতে নৰবুৰ মুখৰ ভাৱ দেখি

নিংমাবো বেয়া লাগিল । শিবিয়েকক টুকাল বুলি সম্বোধন কৰা বৈনীয়েকেও শুনিছিল । শুনি দুখ পাইছিল যদিও কবিব লগীয়া একোৱেই নাছিল । বাদ-বিবাদব সৃষ্টি কবাব পৰিণতি হ'ব নববুব আকস্মিক অন্তৰ্দ্ধান । এদিন এজাক হান সৈনিক আহি 'চিংত্ৰো'ব বিবোধী বুলি নববুক লৈ যাব কোনোবা অজ্ঞাত স্থানলৈ । এদিন চোনাম নববুকো বাখি থোৱা হ'ব 'কাকো-নো'ব দ্রুলব পাবত হান কমিউনিষ্টে প্রতিষ্ঠা কবা বিশাল কাবাগাবত । তাপি দিয়া হ'ব বাধ্যতামূলক শ্রমব কঠিন বোজা । চলিব অবিবাম শাবীবিক নির্য্যাতন। মানসিক সংশোধনব নামত বাজনৈতিক প্রচাবেবে ভোলা কবি পেলোৱা হ'ব নববুব সুস্থ মগজু । দুবেলা দুবাটি বার্লিব পানীকে খাদ্য বুলি একথকাই পি খাই চোনাম নববু মানুহ শুটি হৈ পবিব এটা জীবন্ত কঙ্কাল । গাব কাপোব-কানিখিনিও এদিন জহি খহি সুলকি পবিব । উলংগ হৈ পবিব এখন সাংস্কৃতিবান/সমাজব জীবন্ত প্রতীক স্বৰূপ চোনাম নববু ।

ঘোঁৰাটোব ওপবত উঠি বহিয়েই চোনাম নববুৱে 'পো-বাংবোণ' বুলি চিঞঁবি দুই আঁঠুবে ঘোঁবাব পেটত খুন্দিয়াই দিলে । মবমব জীয়েকজনীয়ে ঘোঁবাটোব ওপবতে বহি আছে সেই কথাও পাহবি পেলালে । পেটত খুন্দাখাই তজবজীয়া ঘোঁবাটো চক্খাই উঠি আগঠেং দুটাত থিয় দি উঠিল । পেমাই ভয়তে বাপেকব গাত সাবট মাবি ধবাতহে চোনাম নববুব মন শান্ত হৈ পবিল ।

'তুমি ইমান অশান্ত হৈ পবা কিয় কোবাচোন । হানব চুবা চেলেকা কোনোবা জাতিদ্রোহীয়ে শুনিলে কি পবিণাম হ'ব সেই কথা তুমি ভাবি নোচোৱা কিয় ? 'পো-বাংবোণ' বুলি চিঞবা কিমান মানুহ নোহোৱা হৈ গৈছে সেই কথা তুমি নাজানা নেকি ?'

নিংমাব সতর্কবাণী শুনিও নববুৱে একো উত্তবকে নিদিলে । কিবা এটা গভীব ক্ষোভত সি ওচবব কৃষি পথাবখনলৈ কিছুসময় নির্বাক দৃষ্টিবে চাই থাকিল মাত্র ।

'এইবিলাক আক এতিয়া আমাব সম্পত্তি নহয় । সাতাম পুৰুষীয়া খেতি পথাববো গবাকী এতিয়া হানসকল । ইয়াত উৎপন্ন হোৱা শস্যবো মালিক এতিয়া সিহঁতেই । প্রয়োজনতকৈ আমাব মাটি হেনো বহুত বেছি। সেই অতিবিক্ত মাটিকো হেনো সিহঁতে আনক ভগাই দিব । এইবিলাক অন্যায় কথা কেনেদবে মানি লম ?'

'এইবিলাক কথা পিচত্তো ভাবিব পাবিবা । এতিয়া ব'লা নহ'লে কায়েবি পাওঁতে আন্ধাব হৈ যাব ।'

'পিচত ভাবিবলৈ কিনো বাকী আছে ? এতিয়া আমাৰ বাইফলবিলাকো জমা দিবলৈ নির্দেশ আহিছে । বাইফলটো হ'লে মই জমা নিদিওঁ । সেই দিন- বিলাকলৈ কোনো খাম্পা মানুহেই বৈ নাথাকিব নিংমা । যদি বাইফল কাঢ়ি নিবলৈ হানে বলপ্রয়োগ কৰে তেনেহলে আন সকলৰ লগতে মইও গুচি যাম গুথ পর্বতলৈ ।'

নৰবুৰ কথাত কঠিন সিদ্ধান্তৰ ইংগিত ফুটি ওলোৱা দেখি নিংমা বিচলিত হৈ পৰিল ।

'আমাৰ কি হ'ব তেতিয়া ।'

'লাচা এতিয়াও নিৰাপদ । প্রয়োজন হ'লে আলেকে তোমালোকক পঠিয়াই দিম ।' নৰবুৰে ভবিষ্যতৰ সিদ্ধান্তবিলাক যেন আগতীয়াকৈ ল'বলৈ আৰম্ভ কৰিলে ।

'আৰু তুমি ?'

'খাম্পা জাতিয়ে হানৰ বশ্যতা কেতিয়াও মানি লোৱা নাছিল, আজিও নলয় । হানে আমাক অস্ত্র তুলি ল'বলৈ বাধ্য কৰিলে আমিও পিচ হোঁহকি নাযাওঁ' ।

'সেইবিলাক কথা এতিয়া ভাবিব নেলাগে । ঘোঁৰা চলোৱা । আন্ধাৰ হোৱাৰ আগতে কায়েৰি পাব লাগিব' ।

মাকৰ কথাতে হয়ভৰ দিলে পেমাই । ইমান মনে মনে বহি অহা পেমাইও বাপেকে কোৱা কথাবোৰ শুনি শুনি যেন আমনি পাই উঠিল ।

'কিমান কথা পাতা পা-লা । অলপ জোৰে চলোৱানা ঘোঁৰাটো ।

অকণমানি পেমাই সেই দিনা কোনো কথাকে ভালদৰে বুজা হৈ উঠা নাছিল। কিন্তু নতুনকৈ অহা মানুহবিলাক যে ভাল মানুহ নহয় সেই কথা তাইও অনুমান কৰিব পাৰিছিল । সিহঁতৰ গাঁৱলৈকো হান সৈনিক দুবাৰমান গৈছিল । সিহঁতক দেখি পেমাই লৰ মাৰি গোহালিটোত গৈ নতুনকৈ ওপজা ভেৰা পোৱালি দুটাক সাৱট মাৰি তুলি লৈছিল ।

পেমাৰ মূৰটো মৰমতে পিহি দি নৰবুৱে ঘোঁৰাৰ গতি অলপ বঢ়াই দিলে । কিবা এটা ভৱিষ্যতৰ কথা মনতে কল্পনা কৰি নৰবুৱে পেমাক আদৰ কৰি সুধিলে

'মই নেথাকিলেও, 'আমা'ৰ লগত থাকিব পাৰিবানে পেমাদো ?'

নৰবুৰে জীয়েকক মৰমতে পেমাদো বুলিয়েই মাতে ।

'তুমিনো ক'লৈ যাবা ?' পেমাৰ সৰল প্রশ্ন ।

'যদি বহু দূৰলৈ গুচি যাওঁ ?'

"কিয়ান দূৰলৈ পালা ? লাচালৈ - "গ্যায়োবিম্পোচে'ক চাবলৈ নেকি ?"

লাচালৈ কি, গ্যায়োবিম্পোচে মানুহ নে দেৱতা সেইবিলাক কথা পেমাই ভালদৰে নুবুজে বুলি মাক-বাপেকেও জানে ।

'তাতকৈও দূৰলৈ' । পেমাই মনতে দুখ পাব বুলি নৰবুৰে সিমানতে, প্ৰসংগটোৰ অন্ত পেলাব বিচাৰিলে যদিও পেমাই নেৰিলে ।

'লাচাতকৈও দূৰ ঠাই কিবা আছে নেকি পালা ?'

'আছেতো । তাতোকৈও দূৰ ঠাই বহুত আছে ।'

'তাতো হান মানুহ আছে যদি তুমি তালৈ নাযাবা দেই পালা ।' হান বিদ্বেষে পেমাৰ অকণমানি অন্তৰতো যেন লাহে লাহে খিতাপি ল'ব ধৰিলে।

'নাযাওঁ বাৰু । সৌখন যে বৰফে আগুৰা পৰ্বত দেখিছা কি নাম জানানে ?' নৰবুৰে প্ৰসংগটো সলাব বিচাৰিলে ।

'অ' জানোতো । সেইখন কায়েৰি পৰ্বত । আমাৰ গাঁৱৰ দেৱতা তাতে থাকে ।'

'ঠিক কৈছা পেমাদো । আমাৰ গাঁৱৰ দেৱতাজন তাতেই থাকে । এই অঞ্চলৰ সুখ-দুখ সেইজনেই চায় । সেইখন পৰ্বতৰ শিখৰত ডাৱৰ নেথাকিলে সিদিনা ৰ'দ হয়, বগা ডাৱৰ জমা হ'লে বৰষুণ হয় আৰু ক'লা ডাৱৰে আৱৰি ধৰিলে ধুমুহা বতাহ আহিব বুলি আমি বুজি পাওঁ।'

চুৰ্খাং অঞ্চলৰ লোক বিশ্বাসৰ কথাবিলাক নৰবুৰে জীয়েকক সাধুকথাৰ নিচিনাকৈ বুজাই গৈ থাকে । সেইয়া অকল চুৰ্খাং অঞ্চলৰে লোকবিশ্বাস নহয়, এনে বিশ্বাস সমগ্ৰ তিব্বত দেশতেই বিয়পি আছে । তিব্বত দেশৰ প্ৰতিটো অঞ্চলৰ মানুহে ওচৰৰ ওখ পৰ্বত এখনৰ শিখৰতে সেই অঞ্চলৰ শুভাকাংশী দেৱতাজন থাকে বুলি বিশ্বাস কৰে । পূজা-অৰ্চনাও দিয়ে ।

'এইবাৰ তালৈ ধূপ বন্তি জ্বলাবলৈ কেতিয়া যাব পা-লা ?'

যোৱা বছৰৰ কথা তাইৰ মনত পৰিল । যোৱা বছৰ তাইও গৈছিল মাক বাপেকৰ লগত । চুৰ্খাং অঞ্চলৰ সকলো মানুহকো যোৱা দেখিছিল পেমাই। পৰ্বতৰ নামনিতে তম্বু তৰি ল'ৰা-ছোৱালী আৰু তিৰোতাবিলাকক থৈ পুৰুষ বিলাক গুচি গৈছিল কায়েৰি পৰ্বতৰ শিখৰলৈ । শিখৰ পাওঁতে সম্পূৰ্ণ এটা দিন লাগিছিল । ল'ৰা-ছোৱালীবিলাকক লৈ তিৰোতা বিলাক থাকি গৈছিল পৰ্বতৰ নামনিতে। মুকলি পৰিবেশ পাই শিশুবিলাকে দৌৰি ফুৰিছিল চাৰিওপিনে । ৰঙা নীলা বনৰীয়া ফুল চিঙি আনিছিল থোপা থোপে । কিশোৰবিলাকে সাহস কৰি উঠি গৈছিল কিছু উচ্চতালৈ । চিঙি আনিছিল মনোমোহা "ৰডোডেণ্ড্ৰন ফুল । বুঢ়ালি আনিছিল টোপোলা

টেপোলা বলবীয়া শুকান বাদাম আৰু আখ্ৰোট ফল। চিঙি আনিছিল বস্তা বস্তা বলবীয়া বগৰী। কায়েৰি পৰ্বতৰ তলত যেন বং বহইচৰ মেলা বহিছিল। অকল কিনা-বেচা হে তাত নাছিল। ঘৰতে প্ৰস্তুত কৰি নিয়া বিভিন্ন খাদ্যৰ আদান প্ৰদান চলিছিল তথুৰে তথুৰে। নিশা হ'লে জ্বলি উঠিছিল বহতো মেজিৰ জুই আৰু সেই জুইৰ চাৰিওপিনে চাংধাই নাচিছিল পুৰতি নিশালৈকে।

এখন স্বাধীন আৰু আত্মনিৰ্ভৰশীল দেশৰ সদাউৎফুল্ল মানুহৰ মাজত নাছিল কোনো ৰাজনীতি - নাছিল কোনো জাতিগত সংঘৰ্ষ। আছিল মাত্ৰ ধৰ্ম - শান্তি আৰু মানৱীয় মূল্যবোধ।

'এইবাৰো যাম পেমাদো'।

যাব বুলি ক'লে যদিও নৰবুৰ মন দুঃচিন্তাৰে উপচি পৰিল। পূব তিব্বতৰ ঠায়ে ঠায়ে জ্বলি উঠিব ধৰা বিদ্ৰোহৰ জুইকুৰাৰ ভাপ আহি যেন চোনাম নৰবুৰ গাতো লাগেহি। ইতিমধ্যে পূব তিব্বতৰ গাতে লাগি থকা চীন দেশৰ জিচুৱান প্ৰদেশৰ লিটাং চহৰতো সংঘৰ্ষ লগাৰ সংবাদ আহি নৰবুৰেৰ কানতো পৰিছে। লিটাং মঠৰ সা-সম্পত্তিৰ হিচাব লবলৈ যাওঁতে মঠ নিবাসী কেইবা হাজাৰো ভিক্ষুৰ লগত গন মুক্তি ফৌজৰ সংঘৰ্ষ হৈছে বুলি সি শুনিছে। সেই সংঘৰ্ষত লিটাং অঞ্চলৰ ধৰ্মপ্ৰাণ জনসাধাৰণেও আহি ভিক্ষুসকলৰ কাষতে হেনো থিয় দিছিল। স্বধৰ্ম ৰক্ষাৰ বাবে জনসাধাৰণেও প্ৰাণ আহুতি দিবলৈ সাজু আছিল। দুৰ্গসদৃশ লিটাং মঠত প্ৰৱেশ কৰিব নোৱাৰি বিমান বাহিনীক মাতি পঠালে হান সৈনিকে। আকাশ মাৰ্গৰ পৰা চীনৰ বোমাৰু বিমানে হাজাৰ বছৰীয়া পুৰণি মঠটো ধ্বংস কৰিয়েই শান্ত নহ'ল। মেচিন গানেৰে নিহত কৰিলে শ শ ভিক্ষুক। আহত কৰিলে সহস্ৰজনক। সম্পত্তিৰ হিচাপ দিবলৈ অমান্তি হোৱাটোৱেই আছিল হান কমিউনিষ্টৰ দৃষ্টিত এক ৰাষ্ট্ৰ বিৰোধী অপৰাধ।

এই লিটাং চহৰ চীন দেশৰ ভৌগোলিক সীমাৰ ভিতৰতে পৰে যদিও জনসাধাৰণ কিন্তু বৌদ্ধ ধৰ্মৰে অনুগামী। স্বধৰ্মৰ মানুহৰ এই শোকাবহ ঘটনাই নৰবুকে যিমান আঘাত দিলে তাতকৈ বেছি আঘাট দিলে যেতিয়া শুনিলে "শ্ৰাংচং" মঠটোকো হেনো হানসকলে ভাঙি পেলালে বুলি। এই "শ্ৰাংচং" মঠটো কুম্বুম্ মঠৰ পৰা বেছি দূৰত নাছিল। হান কমিউনিষ্টসকলে ওচৰ পাজৰৰ গ্ৰামবাসী জনতাক ৰাজনৈতিক প্ৰৰোচনাৰে উত্তেজিত কৰি এই ঐতিহাসিক মঠৰ ওপৰতো আক্ৰমণ কৰালে। সেই আক্ৰমণৰ নেতৃত্ব দিলে হান কমিউনিষ্ট সকলে। সুউচ্চ পাহাৰৰ থিয় শিলনিত গঢ়ি তোলা

এই বিত্তোপন মঠৰ প্ৰতিটো কক্ষ সিহঁতে হেনো ভাঙি পেলাইছে। লুটি লৈ গৈছে সকলো মূল্যবান সম্পদ। নিৱ লোবাবাখিনিক পাঁচশ ফুট তলেৰে লৈ যোৱা নৈখনলৈ বগৰাই দিছে উল্লাস উল্লাসত। 'গেলুক পা' সম্প্ৰদায়ৰ আদি গুৰু 'চাংখাপা'ৰ বৰ্‌টেন্‌টো ভাঙি তাত সংৰক্ষিত কৰি ৰখা গুৰুৰ পবিত্ৰ হাড় টুকুৰাকো হান কমিউনিষ্টে অপবিত্ৰ কৰিলে বুলি ভাবি নৰবুৰ মন ক্ষোভেৰে উপচি পৰিল।

'কেতিয়ালৈ যাবা কোৱানা পা - লা। তুমি ইমান কিনো ভাবি আছা - মোৰ হ'লে টোপনি ধৰিছে। তোমাৰো ধৰিছে নেকি ?'

দুঃচিন্তাৰ গভীৰতাত নিমাত হৈ পৰা নৰবুৱে চলন্ত ঘোঁৰাটোৰ খোজে প্ৰতি উঠা উচাল্ বিলাকো যেন পাহৰি পেলালে। জীয়েকৰ আকস্মিক মাতত নৰবুৰ মন পুনৰ বাস্তৱলৈ উভতি আহিল।

'নাই নাই টোপনি কিয় আহিব। চলন্ত ঘোঁৰাৰ ওপৰত টোপনি আহিব পাৰে জানো পাগলী ?' আমনি পোৱা জীয়েকৰ মুখটো অলপ পিহি দিলে নৰবুৱে।

'তেনেহলে কিবা কিথি কোৱানা - মোৰ যে আমনি লাগিছে পালা।'

ক্ৰমাগতভাবে চলন্ত ঘোঁৰাত বহি অহা অকণমানি পেমাৰ অস্বস্তিক নৰবুৱে অনুভৱ কৰিলে। পেমাক নৰবুৱে হিয়া উবুৰিয়াই ভাল পায়। ঘৰত থাকিলে পেমাক সি ছাঁৰ নিচিনাকৈ সকলো সময়তে লগত-লৈ ফুৰে। পথাৰলৈ গ'লেও ঘোঁৰাত তুলি লগতে লৈ যায়। ঘৈনীয়েকে আপত্তি কৰিলেও নৰবুৱে তাত গুৰুত্ব নিদিয়ে। পথাৰলৈ নি গছৰ ছায়াতে খেলিব দি হালোৱাৰ লগতে নৰবুৱে নিজেও হাল বায়। দুপৰীয়া ঘৈণীয়েকে জলপান লৈ আহিলে মাখন আৰু চাহেৰে চাম্পা গুড়িৰ লাৰু কিটা বাপেকেই কৰি দিয়ে। তপত চুপ বাটিও বাপেকেই ফুৰাই ফুৰাই খাব পৰা কৰি দিলেহে পেমাই খায়। চুপত ওপঙি থকা মাখন চপৰা কাঠৰ চামুচেৰে ঘূৰাই ঘূৰাই গলাই নিদিয়ালৈকে পেমাই একান্ত মনে চাই থাকে।

ভজা বাৰ্লি খুন্দি আনিবলৈ তিনি 'গংলি' দূৰৈত থকা পানী চাকিটোলৈ গ'লেও নৰবুৱে পেমাক লগত লৈ যায়। খৰস্ৰোতা পাৰ্বতীয়া নৈৰ পানীয়ে কাঠৰ ডাঙৰ চকাকিটা ঘূৰালে শিলৰ জাঁতখনো তাৰ লগতে ঘূৰিব ধৰে। ধীৰ গতিত ঘূৰি থকা জাতৰ পিছনাতে ভজা বাৰ্লি গুড়ি হৈ ওলাই আছে। বৰ একান্তমনে এইবিলাক চাই থাকোতে পেমাৰ হাঁহি উঠে। তন্দ্ৰাচ্ছন্ন হৈ মুখ দুপিয়ালে নৰবুৱে জীয়েকক জোকাৰি দিয়ে। পেমাই হাঁহি

দিয়ে । তথাপি পেমাই প্ৰতি মাহে পানী চাকিটোলৈ নোযোৱাকৈ নেথাকে ।

আমনি পোৱা জীয়েকৰ আমনি আঁতৰাবলৈ নৰবুৱে সাধুকথা কোৱাৰ উপায়টোকে বিচাৰি ল'লে ।

'মনে মনে নাথাকো বাৰু - সাধু এটাকে কওঁ শুনিবানে' ?

'অ অ, সাধু এটাকে কোৱা । দীঘল সাধু ক'ব লাগিব কিন্তু ।'

'ঠিক আছে - বহুত দীঘল সাধু এটাকে কওঁ বাৰু' ।

সাধু শুনিলে তোমাৰ যদি টোপনি আহি যায় তেতিয়া কি হ'ব ?'

'টোপনি নাহে বাৰু - কোৱা এতিয়া ।' পেমাই জিনখনৰ ওপৰতে অলপ লৰচৰকৈ বহি সাধু শুনিবলৈ অপেক্ষা কৰিলে ।

'জানা পেমাদো আমাৰ এইখন দেশ এদিন পানীৰ তলতে আছিল ।' সাধুকথা কোৱাৰ ছলেৰে নৰবুৱে পেমাক দেশৰ কথা শুনাবলৈ আৰম্ভ কৰিলে ।

'তেনেহলে মানুহবিলাক ক'ত আছিল ?'

'তেতিয়া এই দেশত কোনো মানুহ নাছিল । মানুহৰ জন্মই হোৱা নাছিল । বহুত বছৰৰ পিচত সেই পানীবিলাক শুকাই শুকাই মাটি ওলাল । ওখ ওখ মাটি- বিলাক পাহাৰ হ'ল । সমান মাটি বিলাকত লাহে লাহে ভাঠ হাবি গজিল ।'

'তাৰ পিচত ?'

'তাৰ পিচত এই দেশত মানুহৰ জন্ম কেনেকৈ হ'ল কওঁ শুনা ।'

'অ' কোৱা । সেই মানুহবিলাকৰ গাঁও ক'ত আছিল আৰু 'আমা'- 'পাপা' আছিল নে নাই ?' পেমাৰ কৌতূহল বাঢ়িব ধৰে ।

'সিহঁতৰ গাঁও বা মাক-বাপেকো নাছিল । আমাৰ দেশৰ দেৱতাজনৰ নামটো তুমি জানানে ?'

'চেন্‌ৰেজিগ' নহয় জানো ?' পেমাই সিমানেই জানে । বিদ্যাশিক্ষা তাই আৰম্ভ কৰা নাই । লিখা-পঢ়াৰ একমাত্ৰ স্থান হৈছে মঠ-মন্দিৰবিলাক। মঠত থাকি লিখা-পঢ়া শিকিব লাগিলে তাই ভিক্ষুণীৰ ব্ৰত ল'ব লাগিব । একমাত্ৰ জীয়েক কাৰণে নৰবুৱে তাইক ভিক্ষুণী কৰিবলৈ ইচ্ছা কৰা নাছিল । আৰু অলপ ডাঙৰ হ'লে তাইক ঘৰতে লিখা-পঢ়া শিকাব লাগিব বুলি মঠ ত্যাগ কৰি সংসাৰী হোৱা লামা এজনক ইতিমধ্যে নৰবুৱে কৈ থৈছে । মঠলৈ নগলেও তিব্বত দেশৰ লৰা-ছোৱালীবিলাকে গল্পৰ মাজেৰে বহুতো ধৰ্মীয় কথা শৈশৱৰে পৰা শিকিবলৈ আৰম্ভ কৰে ।

'ঠিকেই কৈছা । এদিন চেনবেজিগ্ দেৱতাই ভাবিলে যে মাটিপৰ্বত হাবি ব্ৰহ্ম সৃষ্টি হোৱাৰ পিচত এই দেশত মানুহৰ জন্ম হব লাগে । তেওঁৰ মতেই কাম আৰম্ভ হ'ল । চেনবেজিগে্ দেৱতাই তেখেতৰ পত্নীয়ে

'ডন্মা' দেবীৰ লগতে এদিন কথা পাতিলে । চেনবেজিগে্ নিজে এটা ডাঙৰ বান্দৰ হৈ এই দেশৰ হাবিত জন্ম ল'বলৈ সিদ্ধান্ত ল'লে আৰু ডন্মা দেবীক পৰ্বতৰ শিলনিত বাস কৰা দানৱীৰূপে জন্ম ল'বলৈ ক'লে । সেই মতে দুয়ো আহি এই দেশৰ হাবিত জন্ম গ্ৰহণ কৰিলে ।'

'ক'ত জন্মিলে পালা ? সৌ কায়েৰি পৰ্বতৰ হাবিতনে ?'

'তাত নহয় । লাচাৰ ওচৰৰ হাবিত আহি জন্মিলে ।'

'তাৰ পিচত দুয়ো আহি গাঁও পাতিলে নেকি ?'

'তেতিয়াও গাঁও পতা নাছিল । সেই হাবিতে দুয়োৰে বিয়া হ'ল । বিয়া হোৱাৰ পিচত তেওঁলোকৰ ছটা ল'ৰা জন্ম হ'ল । সেই ল'ৰাকিটাৰ চেহেৰা আধা বান্দৰৰ নিচিনা হ'ল ।

'কেনেকুৱা আধা বান্দৰ পালা ?'

'সেই ল'ৰা ছটাৰ মুখবিলাক আছিল বান্দৰৰ নিচিনা ৰঙা । গাত নোম আছিল যদিও মানুহৰ নিচিনাকৈ হ'লে খোজ কাঢ়িব পাৰিছিল ।' 'নেজডাল হ'লে নাছিল দেই ।'

'তুমি দেখিছিলা নেকি ?'

'মই কেনেকৈ দেখিম । সেয়া বহুত পুৰণি কথা । মইও আমাৰ পাপাৰ পৰাই শুনিছিলো । আমাৰ পাপাইও তেখেতৰ পাপাৰ পৰাই শুনিছিল ।'

'তাৰ পিচত কি হ'ল ? সেইবিলাক বান্দৰ মানুহে ক'ত গাঁও পাতিলে ?'

'চেনবেজিগে সেই ল'ৰাবিলাকক বান্দৰী বিয়া কৰাব ক'লে । সেই মতে হাবিলৈ গৈ সিহঁতে বান্দৰী বিয়া কৰাই ঘৰ-সংসাৰ পাতিলে । সিহঁতৰ পৰাই আমাৰ দেশত ছটা জাতিৰ জন্ম হ'ল । আমাৰ দেশত থকা বিভিন্ন জাতিবিলাক সেই বান্দৰৰে বংশধৰ ।' 'আমিও তাৰেই বংশধৰ পেমাদো ।'

'ধেৎ মিছা কথা । আমি কিয় বান্দৰ হ'বলৈ যাম ।'

'সঁচা কথা পেমাদো । আমিও সেই বান্দৰৰে বংশ ।'

'তেনেহলে তোমাৰ নেজডাল ক'ত গ'ল ?' পেমাই খিলখিলাই হাঁহি উঠিল ।

'বান্দৰ আৰু দানৱীৰ পৰা আমাৰ জাতিটোৰ সৃষ্টি হৈছিল যদিও সেইকথাৰ হ'লে আনজাতিৰ পৰাই নাছিল। আমাৰ ধৰ্মপুথি 'কালুৰুত্ত' এই সকলো কথা লিখা আছে। তাতৰ বৈ লিখা পঢ়া-শিকিলে তুমি নিজেই পঢ়িব পাৰিবা।'

'সেই বান্দৰ মানুহ বিলাকে ক'ত শুইছিল আৰু কি খাইছিল পা-লা?

'সেই মানুহ বিলাকৰ প্ৰথমে একো খাদ্য নাছিল। হাবিৰ ফল-মূলকে খাই জীয়াই আছিল। ঘৰ সাজিব নজনা কাৰণে ৰ'দ-বৰষুণ আৰু শীতকালত পৰা ৰবকত মানুহবিলাকে বৰ কষ্ট পাইছিল। তাকে দেখি চেনুৱেজিগ দেৱতাই সিহঁতক ছয়বিধ শস্যৰ বীজ দিছিল খেতি কৰি খাবলৈ। লাহে লাহে সিহঁতে গাঁও পাতি থাকিব শিকিলে। ঘৰ সাজিব জনা হ'ল। হাবি কাটি মুকলি ঠাই উলিয়াই খেতিও কৰিব ধৰিলে। যিখন পথাৰত সিহঁতে প্ৰথম খেতি আৰম্ভ কৰিছিল।সেই-খন পথাৰ এতিয়াও আছে।'

'ক'ত আছে ?'

'লাচাৰ ওঁচৰতে আছে।'

'এতিয়াও তাত মানুহে খেতি কৰেনে পা-লা ?'

'এতিয়া নকৰে। সেইখন পথাৰৰ মাটিক আমাৰ মানুহে পবিত্ৰ বুলি ভাবে। তাৰ পৰা মাটি আনি নিজৰ পথাৰত সিঁচি দিলে খেতি বৰ ভাল হয়।'

'তুমিও আনিছানে ?'

'আনিছোতো। লাচালৈ যাওঁতে মইও আনিছো সেই পথাৰৰ অলপ মাটি।'

'এই নতুন মানুহবিলাক তেনেহলে ক'ৰ পৰা আহিল পালা ?' সিহঁতো আগতে বান্দৰ আছিল নেকি ?' পেমাৰ প্ৰশ্নত জনাৰ আগ্ৰহতকৈ ঘৃণাৰ ভাবহে স্পষ্টকৈ ফুটি ওলাল।

'এই নতুন মানুহবিলাক এই দেশৰ নহয়। সিহঁত আমাৰ পৰা বেলেগ মানুহ। সিহঁত আগতে বান্দৰ আছিল নে নাই সেই কথা মই নাজানো।'

নৰবুৰে হানসকলৰ প্ৰসংগ এৰাই যাব বিচাৰিলে যদিও টুফান বুলি ইতিকিং কৰা কথাটো পুনৰ মনলৈ উভতি আহিল।

'আগতে বান্দৰ নাছিল যদিও এতিয়াও সিহঁতক সভ্য মানুহৰ দিচিনা নালাগে। কথাও ক'ব নেজানে। তাৰ পিচত কি হ'ল কোৱা।' পেমাই নাক কোচালে।

'তাৰ পিচত সেই উপাধি পুৰুষৰ পৰা আমাৰ দেশত ছয়খন সমাজ হ'ল। খোৱা বস্তু লৈ সিহঁতৰ মাজত কাজিয়া পেচাল আৰম্ভ হ'ল। লাহে

লাহে সিহঁতৰ মাজতে কোনোবা হ'ল ধনী কোনোবা হ'ল দুখীয়া। কোনোবা ৰজা হ'ল কোনোবা হৈ পৰিল প্ৰজা। মুঠতে আমাৰ দেশত শান্তি নোহোৱা হৈ পৰিল।'

নৰবুৱে তিব্বত দেশৰ প্ৰাগঐতিহাসিক যুগৰ কাহিনী কৈ যাব ধৰিলে।

'তেতিয়া প্যাল্লো থিম্পোচে থাকিল নেকি' ? দালাই লামাৰ সকলো কথা পেমাই তেতিয়া ভালদৰে বুজিব পৰা হোৱা নাছিল।

"তেতিয়া দেশত সৰু সৰু ৰজাসকলেহে আছিল। সেই ৰজাসকলে নিজৰ মাজতে যুদ্ধ কৰি ফুৰিছিল। সেই যুদ্ধবিলাকত বহুত মানুহ মৰিছিল।'

'মানুহো মৰিছিল নেকি ?' এখন অহিংস সমাজত ওপজা অকণমানি পেমাই কল্পনাও কৰিব পৰা নাছিল যে মানুহে মানুহক হত্যাও কৰিব পাৰে বুলি।

'অ মৰিছিল। তেতিয়া আমাৰ দেশত ধৰ্ম নাছিল। যাদুমন্ত্ৰ কৰা ভূত প্ৰেতক পূজা কৰাই ধৰ্মৰ চিনা আছিল। তাৰ পিচত এদিন সেই হুখন সমাজৰ জ্ঞানী মানুহসকল লগ লাগি সৌখন আকাশত থকা ঈশ্বৰৰ ওচৰলৈ গ'ল'।

নৰবুৱে আকাশখনলৈ আঙুলিয়াই দেখুৱাওতে পেমাই আকাশখনলৈ মুখ তুলি চালে।

'ইমান ওপৰলৈ কেনেকৈ গ'ল পা-লা ? যাবলৈ ৰাস্তা আছে জানো ?'

'গ'ল আৰু কিবাকৈ। জ্ঞানী মানুহে য'লৈ ত'লৈকে যাব পাৰে। উৰিও যাব পাৰে ইচ্ছা কৰিলে।'

নৰবুৱে তিব্বত দেশৰ তান্ত্ৰিক যোগ সাধনাৰ অলৌকিক কাহিনী বিলাক বুজাই নক'লে যদিও তান্ত্ৰিক সাধকৰ বহুতো বিস্ময়কৰ কাহিনীৰ বিষয়ে সিও শুনিছে। এতিয়াও তেনে মানুহ তিব্বতত আছে বুলি সি জানে। তেনে এজন সিদ্ধ লামাক নৰবুৱে লগ পোৱা নাই যদিও 'কুটেন্' সি দেখিছে। নিজৰ আত্মাক শৰীৰৰ পৰা পৃথক কৰি কোনো এজন আৰাধ্য দেৱতাক নিজৰ শৰীৰলৈ মাতি আনিব পৰা কুটেনৰ সামৰ্থ নৰবুৱে দেখিছে। কুটেন হ'ল ভৱিষ্যত বক্তা, তান্ত্ৰিক সাধক নহয়।

'পিঠিত ভেউকা আছিল হ'ব পায় নহয়নে পালা ?'

পেমাই মনতে কল্পনা কৰি নিজৰ প্ৰশ্নৰ উত্তৰ নিজেই বিচাৰি ল'লে।

'আছিল হ'ব পায়, নহ'লেনো আকাশলৈ কেনেকৈ উঠি যাব পাৰিলেহেঁতেন্ ।'

জীয়েকৰ কথাতে হয় ভৰ দিলে নৰবুৱে । পুৰণি তিব্বতত তান্ত্ৰিক সাধকে হেনো হাতৰ ডম্বৰুটোৰ ওপৰতে ঘোঁৰাৰ নিচিনাকৈ উঠি আকাশত ঘূৰি ফুৰিব পাৰিছিল বুলি চলি অহা লোক বিশ্বাসক নৰবুৱে মানি লৈছে ।

'তাৰ পিচত কি হ'ল কোৱা ।'

'সেই জ্ঞানী-লোকসকলে ঈশ্বৰক গৈ ৰজা এজন খুজিলে । ঈশ্বৰেও মানুহ বিলাকৰ দুখ বুজিব পাৰি ৰজা এজন দি পঠালে ।'

'সেই ৰজাজন কেনেকুৱা আছিল পালা ? আমাৰ নিচিনাই আছিলনে, নে সেইজনৰো নেজ এডাল আছিল ?'

সেই বুলি কৈ পেমাই নিজৰ কথাত নিজেই হাঁহি দিলে । নেজৰ ৰহস্যটোৱে যেন তাইৰ লগ এৰা নাছিল ।

'ৰজা মানুহ, নেজ কিয় থাকিব । ঈশ্বৰে পঠোৱা ৰজা আছিল যেতিয়া ভাল কাপোৰ-কানি পিন্ধিয়েই আহিছিল কিজানি' ।

'ৰজাজনৰ নামনো কি আছিল আৰু আমাৰ দেশলৈ ঘোঁৰাত নে দোলাত উঠি আহিছিল, ভাল দৰে বুজাই কোৱানা পা-লা ।'

পেমাই কৰা প্ৰশ্নৰ উত্তৰ দিবলৈ নৰবুৱে অলপ ভাবিব লগাত পৰিল । স্বৰ্গৰ পৰা মাটিলৈ নামি অহা তিব্বত দেশৰ প্ৰথম ৰজাজনৰ নামটো তাৰ মনত নপৰা হ'ল ।

'তোমাৰ টোপনি আহিল নেকি পা - লা ?' বাপেকক নিৰুত্তৰ দেখি পেমাই ঘূৰি চালে ।

'নাই নাই, টোপনি অহা নাই । ৰজাজনৰ নামটো কি আছিল তাকেই ভাবিছোঁ' ।

'অ' মনত পৰিছে । ৰজাজনৰ নাম আছিল 'ন্যাত্রি শ্বেনপো'। আকাশৰ পৰা সেইজন ৰজাই এদাল ৰছী বগাই নামি আছিল । নামি আহি আমাৰ দেশৰ পৰ্বত এখনতে প্ৰথমে ভৰি থৈছিল ।'

'সেই ৰজাজন থকা ঘৰটোনো ক'ত আছিল ?'

'ৰজাজনৰ কোনো ঘৰ নাছিল । এই দেশৰ মাটিত থকাও নাছিল । ৰাতি ৰছি দালেৰে বগাই আকৌ আকাশলৈ গুছি থৈছিল ।'

'কিয় গুচি গৈছিল । কেনেকুৱা ৰজা আছিল সেই জন?'

'অকল সেইজনেই নহয় পেমাদো, পিচলৈ আৰু ছজন ৰজা তেনেদৰে আকাশৰ পৰা নামি আহিছিল । গধূলি হ'লে আকাশলৈ গুচি গৈছিল ।'

গাঁৱৰ মানুহে কিয় ধৰি ৰখা নাছিল পা - পা?" পেমাই পুতলা খেলৰ ৰজাক ধৰি বান্ধি ৰখাৰ নিচিনাকৈ হয়তো কথাটো ভাবি ল'লে।

'আকাশৰ পৰা ঈশ্বৰে পঠোৱা ৰজাক গাঁৱৰ মানুহে ধৰি বান্ধিব নোৱাৰে নহয়। সেই ৰজা বিলাকৰ গাত বহুত আছিল - মন্ত্ৰও জানিছিল বহুত।'

'তাৰ পিচত কি হ'ল কোৱা।'

'আমনি লাগিছে নেকি পেমাদো ?'

'নাই লগা ভালহে লাগিছে। আকাশৰ পৰা নামি অহা ৰছীডাল কিজানি বৰ দীঘল আছিল নহয়নে পালা ? ইমান দীঘল ৰচি ক'ত পাইছিল ৰজাবিলাকে?'

'সেইডাল মন্ত্ৰ কৰা ৰছী আছিল হ'ব পায়। সেই কাৰণে যিমান দীঘল লাগে সিমানেই দীঘল কৰি ল'ব পাৰিছিল কিজানি।'

এনেতে নিংমাই নিজৰ ঘোঁৰাটো লৈ ওচৰ চাপি আহিল।

'বেলি মূৰৰ ওপৰ পালেহি। পেমাৰ ভোক লাগিব পায়। সৌ গছজোপাৰ ছাঁলৈকে ব'লা।'

নিংমাৰ কথা শেষ হ'বলৈ নাপাওতেই পেমাই থুনুথুনাই উঠিল।

'পিচত খাম আমা ...... আগতে সাধুটো শুনি ল'ব দিয়ানা।'

'অলপ কিবা খাই লোৱা ..... যাওঁতে আকৌ কৈ যাম বাক।'

বাপেকৰ কথা পেমাই পেলাব নোৱাৰিলে। নৰবুৱে ঘোঁৰাটো ঘূৰাই সৰু জানটোৰ পাৰত থকা পাইন গছজোপাৰ তলতে নি ৰখালে। বৰ নিৰ্জন ঠাই। গছৰ তলিখনো শুকান ফৰ্‌ফৰীয়া। ঘোঁৰাৰ পৰা বাপেকে নমাই দিওঁতেই পেমাই লৰমাৰি জানটোৰ পাৰত গৈ থিয় দিলে। খাৰগাঁঠিৰ সমান দ ফট্‌ফটিয়া পানীত অকনি অকনি মাছবিলাক চৰি থকা পেমাৰ চকুত পৰিল। খৰালি বতৰত লাহে লাহে শুকাই যাব ধৰা জানটোৰ এঠাইত কেইটামান সৰু সৰু মাছ পোৱালি এডোখৰ বন্ধ পানীত ইফালে সিফালে ঘূৰি ফুৰা পেমাই দেখা পালে। বাপেক মাকে নেদেখাকৈ তাই চাপৰ গৰাটো নামি পানী যুঁৱলিত গৈ থিয় দিলে। বন্ধ পানীৰ পৰা বোৱতী ধাৰালৈ লোৰ এটা খান্দি দিবলৈ হাতখন মেলোঁতেই ভৰি এখন পিচলি পানীত সোমাল। ফুলাম 'চম্বা' বুটজোতা পানী সোমাই চপ্‌চপীয়া হ'ল দেখি পেমাৰ মুখখন বিবৰ্ণ হৈ পৰিল। এনেতে তাইক ক'তো নেদেখি নৰবুৱে দুই জাপতে আহি জানটোৰ পাৰ পালেহি।

'কি কৰিছা পেমাদো, পানীলৈ নামি গৈছা কিয় ? চম্বাযোৰও পানীত

তিয়াই পেলালা ।' অপৰাধীৰ নিচিনাকৈ পেমাই পানী যুঁৰলিত থিয় দি থকা দেখি নবৰু নামি গ'ল। পেমাক দাঙি লবলৈ গৰোতেই পেমাই আবদ্ধ মাছ পোৱালি কিটালৈ আঙুলিয়াই দেখুৱালে ।

'সেই কিটাক এৰি দিয়ানা পা - লা ।'

'অ' কথা এইটোহে নেকি পেমাদো এতিয়াই এৰি দিছো বাৰু ।'

পেমাৰ অকনমানি মনত জীৱৰ প্ৰতি ওপজা দয়া মমতাক নবৰুৱে নেওচিব নোৱাৰিলে । দুহাতৰ আজলিৰে মাছকিটা তুলি আনি বৌৱতী ধাৰাত মেলি দিলে । নিমিষতে মাছকিটা নোহোৱা হৈ পৰিল জাকৰ মাজত

'হৈছেনে এতিয়া ?'

বাপেকৰ প্ৰশ্নত পেমাৰ তন্ময়তা আঁতৰি গ'ল । তাইৰ বিষণ্ন মুখত পুনৰ হাঁহি বিৰিঙি ওলোৱা দেখি নবৰুৱে পেমাক দুহাতেৰে দাঙি ল'লে ।

'অচিন ঠাইত এনেদৰে ঘূৰি ফুৰিব নালাগে পেমাদো । এনে অচিন নির্জন ঠাই বিলাকতে বেয়াবস্তু বিলাক ঘূৰি ফুৰে ।'

'কেনেকুৱা বেয়া বস্তু পালা ?'

'অপ-দেৱতাবিলাক ।'

'অপ-দেৱতাৰ কথা শুনি পেমাই বাপেকৰ ডিঙিতে ক'ব নোৱাৰাকৈ সাবটি ধৰিলে ।

তিব্বতবাসীয়ে অপদেৱতাৰ কথাবিলাক বৰকৈ বিশ্বাস কৰে । বেমাৰ আজাৰো অপ-দেৱতাৰেই প্ৰভাৱ বুলি ধৰি লয় । ধুমুহা, শিলাবৃষ্টিও অপ-দেৱতাইহে সৃষ্টি কৰে বুলি ভাবে । শস্যত পোক লাগিলেও অপ-দেৱতাৰেই কাম বুলি ধৰ্মভীৰু তিব্বতবাসীয়ে যুগ যুগ ধৰি মানি আহিছে। এই অপ - দেৱতাসমূহক খেদিব পৰা ক্ষমতা তান্ত্ৰিকসকলৰহে আছে । তান্ত্ৰিকসকলে পৰীক্ষা-নিৰীক্ষা কৰি পূজা-পাতলৰ বিধান দিয়ে । সেই বিধান অনুসৰি ডাঙৰ সৰু পূজা-পাতলকে দি আহিছে তিব্বতৰ মানুহে । এই লোক বিশ্বাসৰ পৰম্পৰা হাজাৰ বছৰীয়া পুৰণি । এই পুৰণি বিশ্বাস সমূহৰ ওপৰতে গঢ় লৈ উঠিছে তিব্বতবাসীৰ নিজস্ব বিশেষ সভ্যতা আৰু সংস্কৃতি । দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে সোমাই পৰিছে ধৰ্মীয় আনুগত্য ।

নিংমাই টোপোলা মেলি খোৱা বস্তু উলিয়ালে । বাপেক-জীয়েকক দি নিজেও খাবলৈ ল'লে । ইতিমধ্যে নবৰুৱে পানী উতলাই দিছিল ।

খাই - বৈ টালি টোপোলা বান্ধি ঘোঁৰা আনি মঠৰ আলিবাটটোত তোলোতেই নবৰুৰ চকুত পৰিল এদল মানুহৰ ওপৰত । ঘোঁৰাত উঠি অহা সেই দলটো কায়েৰিৰ দিশৰ পৰাই আহিছে বুলি নবৰুৱে অনুমান

কৰিলে । কায়েৰি মঠলৈ নৰবু বহুত দিন যোৱা নাই । কায়েৰি মঠৰো কা-সম্পত্তিৰ হিচাপ ল'বলৈ হান সৈনিক আহিছিল বুলি নৰবুৱে দুবছৰ মান আগতে শুনিবলৈ পাইছিল যদিও তাৰ পিচত কি হ'ল সি গম নাপায় ।

কায়েৰি এটা পুৰণি মঠ । কায়েৰি মঠৰ ভূমিতে চুৰ্ষাং অঞ্চলৰ কিছু মানুহে খেতি-বাতি কৰে, খাজনাও দিয়ে এই মঠতে । নৰবুৱে কায়েৰি মঠতে লিখা-পঢ়া শিকিবলৈ লৈছিল । তাৰ বয়স ন বছৰ মান হওঁতেই বাপেকে এদিন আনি তাক কায়েৰি মঠত লিখা-পঢ়া শিকিবলৈ থৈ গৈছিল । ঘৰ এৰি মঠলৈ অহাৰ পিচৰ বছৰতে নৰবুৰ ভায়েক এজনৰ জন্ম হৈছিল । ইতিমধ্যে কায়েৰি মঠৰ মঠাধিকাৰী-জনো ঢুকাইছিল । তেওঁৰ আত্মাই নৰবুৰ ভায়েকৰ ৰূপতে পুনৰ উপজিছিল বুলি কথা ওলাইছিল । নৰবুৰ ভায়েকৰ বয়স তিনিবছৰ হওতেই এদিন কায়েৰি মঠৰ জেষ্ঠ লামাবিলাক নৰবুহঁতৰ ঘৰলৈ গৈছিল । পৰীক্ষা-নিৰীক্ষাৰ পাচত সেই লামা-সকলে পতিয়ন গৈছিল যে নৰবুৰ ভায়েকৰ দেহাতে আছি মৃত মঠাধিকাৰীজনে পুনৰ জন্ম লৈছে । তাৰ পিচত এদিন নৰবুৰ ভায়েকক নিয়ম-নীতি আৰু ভক্তি সহকাৰে কায়েৰি মঠলৈ লৈ আহিছিল দশম মঠাধিকাৰীৰূপে । ভায়েক আহি কায়েৰি মঠৰ সন্মানিত আসনত মঠাধিকাৰী ৰূপে প্ৰতিষ্ঠা হোৱাৰৰ লগে লগে নৰবু গুচি গৈছিল চুৰ্ষাংলৈ । তাৰ শিক্ষা গ্ৰহণ সিমানতে অন্ত পৰিছিল যদিও বাপেকে ঘৰতে লামা এজন নিয়োগ কৰি দিছিল । সেই লামাৰ অধীনতে নৰবুৱে লিখা-পঢ়া শিকাৰ লগতে তিব্বতবাসীৰ প্ৰধান ধৰ্ম পুথি 'কাঞ্জুৰ' খন পঢ়িব পৰা হৈ উঠিছিল । এইবিলাক ত্ৰিশ বছৰৰ আগৰ কথা ।

বিপৰীত দিশৰ পৰা অহা সৰু সমদলটোত নজনমান মানুহ দেখিলে নৰবুৱে । সকলো পুৰুষ । ঘোঁৰাত উঠি অহা মানুহ কিজনক দেখিয়েই নৰবুৱে চিনি পালে চুৰ্ষাং অঞ্চলৰ মানুহ বুলি । নৰবুৱে ঘোঁৰা ৰখাই দি মানুহ কিজনৰ বাবে অপেক্ষা কৰিলে ।

'আকৌ কিয় ৰ'লা পা - লা ?' সাধুকথাৰ বাকী অংশ শুনিবৰ বাবে পেমা ঘোঁৰাৰ ওপৰতে খচ্‌মচাই উঠিল ।

'সেই মানুহ কিজন আমাৰ অঞ্চলৰ । অলপ কথা পাতি লওঁ ।'

'সোনকালে কথা পাতি ল'বা সেই পা - লা ।'

'ল'ম বাৰু ।'

এনেতে ঘোঁৰাত উঠি অহা দলটো নৰবুৰ ওচৰ পালেহি । নৰবুক দেখি সিহঁতে ঘোঁৰা ৰখাই মাটিলৈ নামি দিলে । ওচৰ চাপি আহি আগলৈ

হাউলি সিহঁতে নৰবুক সন্মান জনালে ।

'কায়েৰিৰ পৰা আহিছা নিশ্চয় ?'

'হয়, কায়েৰিৰ পৰাই আহি আছোঁ' । উত্তৰ দি মানুহখিনি থিয় দি থাকিল।

'তোমালোকক ইমান মন মৰা দেখিছো কিয়' ? সিহঁতৰ বিবৰ্ণ মুখবিলাকলৈ চাই নৰবুৰ মনতো বিভিন্ন সন্দেহ উপজিল ।

'আমি একো নকওঁ । আপুনি তালৈ গৈ নিজেই সকলো দেখিবলৈ পাব ।' ইমানকে কৈ মানুহ কিজনে থিয় দিয়েই থাকিল ।

'কি দেখিবলৈ পোৱাৰ কথা কৈছা তোমালোকে অলপ খুলি নোকোৱা কিয় ?'

'এইবিলাক কথা শুনি আপুনি ভাল নাপাব বুলিয়েই ক'ব নোৱাৰা হৈছে । আপুনি গৈ আছে যেতিয়া কায়েৰিতে সকলো দেখিবলৈ পাব । এইখন দেশত হান পাপীসকলে ধৰ্ম বুলি একোকে নাৰাখিব যেন লাগিছে । আমি নকওঁ আপুনি নিজেই চাই লৈ কি কৰিব লাগে আমাক ক'ব - সেই মতেই আমি থিয় দি উঠিম ।'

এই বুলি কৈ মানুহ কিজনে আকৌ হাউলী নৰবুক সন্মান জনালে । নৰবু এজন ভূমিপতি আৰু আঢ্যবন্ত বুলিয়েই মানুহ কিজনে সন্মান যাচিলে এনে নহয় - সমাজত নৰবুৰ স্থান তাতোকৈ বহুত উৰ্দ্ধত । কায়েৰি মঠৰ মঠাধিকাৰী বা খেন্‌পো'ৰ ককায়েক বুলি এক বিশেষ সন্মান নৰবুৱে আজি ত্ৰিশ বছৰে পাই আহিছে । তিব্বত দেশত ইও এক প্ৰচলিত পৰম্পৰা । কোনোৱা ঘৰৰ সন্তান এজনে অৱতাৰী পুৰুষৰ সন্মান পালে সেইখন ঘৰৰ সামাজিক মৰ্য্যদাও নিশাটোৰ ভিতৰতে আমূল পৰিৱৰ্ত্তন ঘটে । এটা বিশেষ মৰ্য্যদা লাভ কৰে সেই খন ঘৰৰ প্ৰতিজন ব্যক্তিয়ে ।

'হয় নেকি ! যোৱা তেনেহলে । কি হৈছে মই নিজেই চাই লম বাৰু । আজি নিশা মই কায়েৰিতে থাকিম ।'

'কায়েৰিত ক'ত থাকিব বুলি ভাবিছে ?'

'কিয় সুধিছা তেনেদৰে ? সদায় য'ত থাকো তাতে থাকিম । মঠতে নাথাকিনো থাকিম ক'ত ?'

এই প্ৰশ্নৰ কোনো উত্তৰ নিদিয়াকৈ মানুহ কিজনে থিয় দি থকা দেখি নৰবুৰ সন্দেহ বাঢ়ি উঠিল ।

'মনে মনে থাকিলা যে ?'

'মঠলৈ অহা-যোৱা কৰা বন্ধ হৈ গৈছে । মঠৰ ভিতৰত এতিয়া হান সৈনিক থাকে । ভিতৰত কি হৈছে কোনেও নাজানে । আমি আজি তাতে

থকাৰ ইচ্ছা লৈ আহিছিলো, কিন্তু বিধৰ্মী হানক চাৰিও পিনে সিজনিজাই থকা দেখি আমি বাহিৰে বাহিৰে গুচি আহিছোঁ ।

'তোমালোক এতিয়া আহিছা ক'ৰ পৰা ?'

'কুম্বুমৰ পৰা । তাৰ পৰিস্থিতি বৰ বেয়া ।' ইতিমধ্যে কুম্বুমৰ ওচৰৰ লুচাৰ গাঁওত 'হু হু' বিলাকৰ লগত হান সৈনিকৰ তাণ্ডৱ সংঘৰ্ষ হৈ গৈছে বুলি শুনি আহিছোঁ ।'

কথাবিলাক শুনি নৰবুৰ খং উঠিব ধৰে যদিও উত্তেজিত হৈ নপৰে । নৰবু এজন নেতা নহয় যদিও নেতৃত্বৰ সকলো চৰিত্ৰ নৰবুৰ চালচলন, কথা-বতৰাত মিহলি হৈ থাকে । ছয় ফুট ওখ আৰু বলীষ্ঠ গঢ়ৰ নৰবুৰ ধন-সম্পদ, মান-মৰ্য্যাদাৰ কোনো অভাৱ নাই যদিও নৰবু অহংকাৰী নহয় । নৰবুৰ ওচৰলৈ সহায় - সহানুভূতি বিচাৰি যোৱা কোনো মানুহে কেতিয়াও বিমুখ হৈ আহিব লগা হোৱা নাই ।

'গৈ থাকা তেনেহলে । মই উভতি নহালৈকে তোমালোকে কোনো কথাতে উত্তেজিত হৈ নপৰা যাতে তাকে মনত ৰাখিবা । পৰিস্থিতি মইও এবাৰ চাই আহোঁগৈ ।'

মানুহ কিজানে পুনৰ নৰবুৰ প্ৰতি সন্মান জনাই ঘোঁৰাত উঠি ৰহিল । নিংমাও সিহঁতৰ কাষেৰে পাৰহৈ যাওঁতে ঘোঁৰাৰ ওপৰৰ পৰাই সন্মুখলৈ হাউল সিহঁতে সন্মান জনালে । নিজৰ ঘোঁৰাটো অলপ খৰকৈ চলাই দি নিংমাই নৰবুৰ কাষ চাপি আহিল । মানুহ কিজানৰ কথাবিলাক নিংমাইও শুনি আছিল ।

'তুমি কি ভাবিছা তেনেহলে ?'

'ভাবিব লগা কি আছে । দেশৰ মানুহে যি দেখিছে মইও তাকেই দেখা পাম । দেশৰ মানুহে যি ভাবিছে মইও তাকেই ভাবিব লাগিব ।'

কায়েৰি পাবলৈ তেতিয়াও এঘণ্টাৰ বাট বাকী আছিল । বসতি অঞ্চল শেষ হৈ অহাত কায়েৰি পৰ্বতৰ নামনিৰ বনানী অঞ্চল লাহে লাহে আৰম্ভ হৈছিল । পাইন গছৰ পাতল বনানী অঞ্চলৰ মাজেৰে গৈ থাকোতে অৰ্দ্ধসমাপ্ত সাধুকথাটোৰ কথা পেমাৰ পুনৰ মনত পৰিল ।

'বন্দীভালেৰে নামি অহা ৰজাবিলাকৰ কি হ'ল কোৱা এতিয়া ।'

ঘোঁৰা চলিবলৈ লওঁতেই পেমাই আধা কোৱা সাধু কথাটোক মনত পেলাই দিলে । হানসকলৰ অমাৰ্জিত, আচৰণক মনতে লুকুৱাই ৰাখি নৰবুৱে সাধু কথাটো পুনৰ আৰম্ভ কৰিলে ।

'ৰজাৰ পুতেক ঘোঁৰাত উঠিব পৰা হলেই সেইজন ৰজা আকাশতে

থাকি লৈছিল।'

'আৰু উত্তৰতি অহা নাছিল নেকি ?'

'নাছিল। পুতেকেই ৰজা হৈ 'মু' ডালেৰে নামি আহিছিল। সেই কাৰণে এই ৰজা ছয়জনৰ সমাধি আমাৰ দেশৰ মাটিত নাই।

'তাৰ পিচত আৰু ৰজা নাছিল নেকি পালা ?'

'আছিল। সেইজনৰ নাম আছিল 'ত্ৰিগুম'। তেওঁ বৰ খঙাল ৰজা আছিল। ৰজা হৈয়ে ত্ৰিগুমে সকলোকে কাটো মাৰো কৰি ফুৰিব ধৰিলে। কোনেও ত্ৰিগুম ৰজাৰ লগত যুদ্ধ কৰিবলৈ আগবাঢ়ি আহিবলৈ সাহস নকৰিলে।'

'ইমান ভয়াতুৰ আছিলনে মানুহবিলাক ?'

'আকাশৰ পৰা অহা ৰজাক সকলোৱে ভয় কৰিছিল হ'ব পায়। পিচে 'লো-ঙাম' নামৰ সাহসী মানুহ এজনে এদিন ত্ৰিগুমৰ লগত যুদ্ধ দিবলৈ আগবাঢ়ি আহিল। দুয়োৰে মাজত সংঘৰ্ষ হ'ল। যাদুবিদ্যাৰ বলেৰে ইজনে সিজনক পৰাজিত কৰিবলৈ চেষ্টা কৰিলে। বহুদিনীয়া সেই শক্তি পৰীক্ষাৰ যুদ্ধত ৰজা ত্ৰিগুমে ভুলতে এদিন 'মু' ডাল কাটি পেলালে। 'মু' ডাল ছিগি যোৱাত ত্ৰিগুম ৰজা আমাৰ দেশতে থাকি যাবলৈ বাধ্য হ'ল। স্বৰ্গৰ পৰা নামি অহা প্ৰথম ৰজা 'ন্যাত্ৰি শ্বেনপো'ৰ পিচত এই দেশত আৰু বত্ৰিশজন ৰজা হৈছিল।'

এনেতে পেমাই বাপেকৰ গাত ভেজাদি পৰিল। জীয়েকৰ ভাগৰ লাগিছে বুলি নববুৱে একো নক'লে। গল্পটো কৈ গ'ল।

'জানা পেমাদো সেই বত্ৰিশজন ৰজাৰ পিচত যিজন এই দেশৰ ৰজা হৈছিল সেইজন ৰজা বৰ ক্ষমতাশালী হৈ পৰিছিল। তেখেতৰ নাম আছিল 'চংষ্টেন গাম্পো'। এই ৰজাজনৰ দিনৰ পৰাই আমাৰ দেশত কিতাপ লিখা আৰম্ভ হৈছিল। এই বাহুবলী ৰজা চংষ্টেন গাম্পোএ তিব্বতৰ সকলো সৰু সৰু ৰজাক যুদ্ধত পৰাজিত কৰি এই দেশক এখন ৰাজ্য কৰিছিল। দেশৰ ৰাজধানীকো তুলি আনিছিল লাচালৈ। নিজৰ সৈন্য বলেৰে ৰজা চংষ্টেন গাম্পোএ হানবিলাক থকা দেশৰ এটা অংশও জয় কৰি লৈছিল। হানবিলাকৰ ৰজাই ভয়তে নিজৰ জীয়েকক চংষ্টেন গাম্পোলৈ বিয়া দি বন্ধুত্ব পাতি লৈছিল। ৰাজকুমাৰীৰ নাম আছিল - 'ওৱেন-চেং-কুং-চু। আমাৰ দেশৰ মানুহে মুন চাং-কংজো বুলি কয়। তাৰ পিচত আমাৰ ৰজাজনে নেপাল দেশ জয় কৰি ভৃকুটী দেৱী নামৰ ৰাজকুমাৰী এজনীকো নিজৰ ৰাণী কৰি আনিছিল। এই দুই ৰাণী বৌদ্ধ ধৰ্ম মানিছিল

কাৰণে আমাৰ ৰজাই সেই ধৰ্ম লৈছিল। বৌদ্ধধৰ্ম লোৱাৰ পিচত আমাৰ ৰজাই লাচা নগৰত থকা 'জখাং' দেৱালয়টো নিৰ্মাণ কৰে। তাৰ পিচত সেই দুই ৰাণীৰ দুটা শিলৰ মূৰ্তি সজোৱাই জখাং মন্দিৰৰ বেৰত লগাই থৈছিল। মূৰ্তি দুটা আজিও আছে।

বৌদ্ধ ধৰ্ম গ্ৰহণ কৰিয়েই ৰজা চংচৈন গাম্পোএ এই ধৰ্মৰ প্ৰচাৰ আৰম্ভ কৰিলে। আমাৰ দেশত তেতিয়া লিখা-পঢ়া একো নাছিল। ৰজাই 'চণ্ডোটা' নামৰ মন্ত্ৰী এজনক ভাৰতলৈ পঠিয়ালে আখৰ লিখা শিকিবলৈ। এই চণ্ডোটা মন্ত্ৰীয়েই আমাৰ দেশৰ বাবে নতুন আখৰ সৃষ্টি কৰি থৈ গৈছে। সেই যুগৰ পৰাই আমাৰ ধৰ্ম পুথিবিলাক নতুন আখৰেৰে লিখা হৈছিল। এই বিলাক বহুত কথা। তুমি ডাঙৰহে যেতিয়া ভালদৰে লিখা-পঢ়া শিকিব পৰা হৈ উঠিব্‌ 'তেতিয়া সকলো কথা সুন্দৰকৈ জানিব পাৰিবা'।

পেমাই বহুত সময় ধৰি একো নমতা দেখি নৰবুৱে ঘোঁৰা ৰখাই জীয়েকৰ মুখলৈ চালে। পেমা তেতিয়া টোপনিত। ইমান সময় ধৰি কোৱা কথাবিলাক জীয়েকে নুশুনিলে বুলি ভাবি নৰবুৰ হাঁহি উঠিল। বাওঁহাতেৰে জীয়েকক সাৱটি লৈ সোঁহাতেৰে লেকামত ধৰি ঘোঁৰা চলাবলৈ লওঁতেই নিংমা ওচৰ চাপি আহিল।

'শুলে নেকি ?' নিংমাই লাহেকৈ সুধিলে।

'অ' শুলে। কেতিয়া শুলে গমকে নাপালোঁ। বেচেৰীয়ে কষ্ট পাইছে কিজানি।' তেতিয়া নৰবুহঁত কায়েৰি মঠৰ পৰা বৰ বেছি দূৰত্বত নাছিল। বেলিটো মাৰ যোৱা নাছিল যদিও কায়েৰি পৰ্বতৰ দীঘল ছাঁটোৱে ক্ৰমান্বয়ে আগুৰি পেলাব ধৰিছিল গোটেই অঞ্চলটো।

বনানী অঞ্চল অন্ত পৰাৰ লগে লগে আৰম্ভ হ'ল এডৰা ঘাঁহনি। আহল-বহল ঘাঁহনি ডৰাৰ মাজতে থিয় দি আছিল কায়েৰি মঠটো। পৰ্বতৰ থিয় শিলনিতে স্তৰে স্তৰে সাজি তোলা মঠটো কেইবাশ বছৰ পুৰণি। পাঁচশ ভিক্ষু বসবাস কৰি অহা এই বিত্তোপন শিলৰ মঠটোলৈ নৰবুৱে ছমাহমান আগতেও এবাৰ আহি গৈছে।

সদাব্যস্ত মঠটোৰ পৰিবেশ ইমান নিৰ্জন দেখি চোনাম্‌ নৰবুৰ মন হতাশাৰে উপচি পৰিল। সি ঘোঁৰা ৰখাই একান্ত মনে মঠটোলৈ চাই থাকিল।

'কি চাইছা ?' ওচৰ চাপি অহা নিংমাই নৰবুৰ মনৰ প্ৰতিক্ৰিয়া অনুমান কৰি ল'লে।

'মঠৰ পৰিবেশ ইমান নিৰ্জীৱ কিয় তাকেই চাইছোঁ।'

নৰবুৰ অনুমান নিৰৰ্থক নাছিল । গধূলি পৰত সকলো মঠৰ কৰ্মব্যস্ততা বাঢ়ি উঠে । নিশাৰ বাবে পানী খৰি আদি যোগাৰ কৰাত মঠ নিবাসী যুৱক শিক্ষাৰ্থী বা 'ৰাপজুং' স্তৰৰ শিক্ষাৰ্থীসকল এই সময়ত ব্যস্ত হৈ পৰে । এই গধূলি পৰতে 'চুকে'ৰ মধুৰ আহ্বান মুখৰিত হৈ উঠে মঠৰ সৰ্বোচ্চ মহলাৰ পৰা । চুকেৰ এই আহ্বান শুনি 'ৰাপজুং' 'গেটচুখ' আৰু 'গেলোং স্তৰৰ সকলো ভিক্ষু গৈ সমবেত হয় মঠৰ কেন্দ্ৰীয় প্ৰাৰ্থনা কক্ষত ।

'নাই ধূপ-ধূনা - বাজি উঠা নাই 'চদং'ৰ দীঘলীয়া মাত । নাই দেখা এজন মানুহ - কি কালিকা লাগিল কায়েবি মঠত তাকেই চাইছোঁ ।'

তামেৰে নিৰ্মিত দইহাত দীঘল 'চদং'ৰ দীঘলীয়া মাত বতাহৰ তৰংগত বহু দূৰ বিয়পি যায় এই সন্ধিয়া পৰতে । শঙ্খ আৰু কাঠৰ ঘূৰণীয়া ডাঙৰ ডম্বৰু বাজি উঠে এই দিনান্তৰ সময়তে । ধূপ-ধূনা আৰু কানিফাৰ কাঠৰ সুগন্ধি ধোঁৱাই আমোল-মোলাই তোলে মঠৰ চৌদিশ । কথা-বতৰা হাঁহি-ধেমালিৰে মুখৰিত হৈ পৰে ধৰ্মীয় মঠৰ বিনন্দীয়া পৰিবেশ ।

'দূৰৰ পৰা চাই থকাতকৈ ওচৰ চাপি কথাবিলাক জানি লোৱাটোহে ভাল হ'ব । পেমা জনীয়ো ঘোঁৰাতে বহি টোপনিয়াইছে ।'

'ইয়াৰ পৰাই যি দেখিছো তাতেই মন ভাঙি যাব খুজিছে - ওচৰ চাপি গলে কিজানি আৰু বেছিহে বেয়া দেখা পাম বুলি ভয় হৈছে নিংমা ।'

এইবুলি কৈ নৰবুৱে লাহে লাহে ঘোঁৰা চলাই দিলে । ওখ চাপৰ দীঘল ঘাঁহনি ডৰাৰ মাজেৰে আগবাঢ়ি গৈ থাকোতে মঠটো লাহে লাহে নৰবুৰ চকুত স্পষ্ট হৈ পৰিল । ওঁঠ দুটাৰ মাজেৰে ওলাই অহা 'ওম মনি পদ্মেহুম' মন্ত্ৰৰ অস্ফুট উচ্চাৰণ ধ্বনি অকস্মাতে বন্ধ হৈ পৰিল যেতিয়া মঠটোৰ মুল প্ৰবেশদ্বাৰত সশস্ত্ৰ হান সৈনিকক নৰবুৱে থিয় হৈ থকা দেখা পালে । তাৰ হাত দুখনে অজানিতে লেকামদাল টানি ধৰোঁতে ঘোঁৰাটো ৰৈ পৰিল ।

'প্ৰবেশদ্বাৰত হান সৈনিক থিয় দি আছে কিয় ?'

'মঠলৈ যাব নেলাগে আলহী ঘৰলৈকে বল ।'

ওচৰ চাপি অহা নিংমাইও মঠৰ প্ৰবেশদ্বাৰত হান সৈনিকক থিয় দি থকা দেখি বিপদৰ আশঙ্কা কৰিলে । মঠৰ সমুখ প্ৰাঙ্গনত থকা আলহী ঘৰটোলৈকে ঘোঁৰা নিবলৈ অনুৰোধ কৰিলে নৰবুক । এনে আলহী ঘৰ প্ৰত্যেক মঠতে থাকে । দূৰ-দূৰণিৰ পৰা পূজা-অৰ্চনা দিবলৈ অহা ভক্তসকলে মঠৰ ভিতৰত থকাৰ সুবিধা নাপালে এনে আলহী ঘৰতেই থাকিব লগা হয় ।

নৰবুৰে বৈশীয়েকৰ পৰামৰ্শ মতে মঠলৈ যোৱা বাটটো এখি দি আলহী ঘৰলৈ যোৱা বাটতে ধোঁৱা তুলিলে । অলপ আগবাঢ়ি যাওঁতেই আপেলৰ ডাঙৰ বাগিছাখন পালেগৈ । বাগিছাখন বহুত ডাঙৰ । লমালমে লাগি থকা সেন্দুৰীয়া আপেলবিলাক কোনেও নোচুৱে । বাগিছাখন মঠৰ সম্পত্তি । দৈনন্দিন পূজাৰ নৈবেদ্যত এই বাগিছাৰে আপেলে দিয়া হয় কাৰণে পবিত্ৰ বস্তু বুলি অহা যোৱা কৰা মানুহে তলসৰা আপেলো বুটলি নলয় ।

আকৌ বৈ পৰিল নৰবুৰ ধোঁৱা ।

'কি হ'ল - ধোঁৱা ৰখালা কিয় ?' নিংমাৰ প্ৰশ্নত অলপ উদ্বিগ্নতা প্ৰকাশ পালে ।

'আলহী ঘৰতো হান সোমাই আছে ।'

আপেল গছৰ মাজে মাজে চকামকাকৈ দেখা পোৱা আলহী ঘৰটোলৈ চাওঁতে নিংমাৰো চকুত পৰিল হান সৈনিকৰ জাকটোক । ঘৰে-বাহিৰে পিলপিলাই ফুৰা সৈনিকজাকক দেখি নিংমা অলপ বিমোৰত পৰিল 'এতিয়া কি কৰিবা ?' নৰবুৰ পৰাই সমস্যাৰ সমাধান বিচাৰিলে নিংমাই । 'কি কৰিম আৰু 'মুকলি আকাশৰ তলতে মুকলি মনেৰে থাকিম । এই দেশৰ প্ৰতি হাত মাটিয়েই মোৰ সম্পদ । গছজোপাই মোৰ ঘৰ হ'ব যেতিয়া চিন্তা কিহৰ নিংমা ?' নৰবুৰ মলিন মুখতো হাঁহি বিৰিঙি ওলোৱা নিংমাই দেখা পালে ।

'তুমি হাঁহিছা যে ?'

'মুক্তিৰ আনন্দত হাঁহিছো নিংমা । হানৰ তলতীয়া হৈ মঠৰ উচ্চ অভ্যংন্তৰত গোৰ চৰ খাই পেপুৱা লাগি থকাতকৈ নীলা আকাশৰ তলতে মুকলি মনেৰে থাকিম সিও ভাল । এতিয়াৰ পৰা গছৰ তলেই আমাৰ ঘৰ হ'ব যেন পাইছোঁ নিংমা ।'

এইবুলি কৈ নৰবুৰে ধোঁৱাটোক সোঁ পিনে ঘূৰাই দিলে । কিবা এটা গভীৰ সিদ্ধান্তৰ আনন্দত সি ধোঁৱাটোৰ ওপৰতে পোন হৈ বহিল । তাৰ উচ্চ শিৰ যেন আৰু উচ্চ হৈ পৰিল । চুলিত মেৰিয়াই বন্ধা ৰঙা সূতাৰ মুঠিটো খুলি আকৌ মেৰিয়াই ল'লে তাৰ দীঘল চুলিকোচাৰ ওপৰত । স্বাধীনচিতীয়া খাম্পা তেজ যেন তাৰ ধমনীয়ে ধমনীয়ে বৰ্দ্ধিত গতিত প্ৰবাহিত হ'বলৈ আৰম্ভ কৰিলে ।

'সৌৱা চোৱা স্বজাতিৰ মানুহ । গছৰ তলতে সিহঁতে নিশা থাকিবলৈ লৈছে ।' নৰবুৰে আঙুলিৰ ইংগিতেৰে দেখুৱাই দিলে আপেল গছৰ তলত

থাকি থকা মানুহবিলাকলৈ । সৰু সৰু তম্বু তৰি আপোন গছৰ তলতে সিঁহঁতে নিশা যাপনৰ ব্যৱস্থা কৰা বুলি নৱবুৱে বুজি পালে । দূৰ পথৰ যাত্ৰাত সকলো তিব্বতীয়ই এনে পচমী কাপোৰৰ সৰু তম্বু লগতে লৈ ফুৰাটো এটা প্ৰচলিত অভ্যাস ।

নৱবুৰ ঘোঁৰা ওচৰ চাপি যাওঁতে মানুহবিলাকে নৱবুক চিনি পালে । থিয় দি সিঁহঁতে যেতিয়া সন্মান জনালে তেতিয়া আলহী ঘৰৰ হান সৈনিক কিছুমানে সেই দৃশ্য চাই আছিল । নৱবুৰ বলিষ্ঠ ঋজু দেহৰ অঙ্গে অঙ্গে ফুটি ওলোৱা আভিজাত্যই সৈনিকবিলাককো মোহিত কৰি তুলিলে । ক্ষন্তেকৰ বাবে মোহিত হ'ল যদিও হান দাম্ভিকতাক সিঁহঁতে এৰিব নোৱাৰিলে। দুজন মান সৈনিকে লগে লগে মঠটোৰ দিশলৈ বেগাই গুচি গ'ল ।

'তোমালোক ক'ৰ পৰা আহিছা ?'

'আমিও চুৰ্খাং অঞ্চলৰে বাসিন্দা । কুম্‌বুমলৈ গৈছিলো চাকি বন্তি জ্বলাবলৈ ।'

'জ্বলাব পাৰিলানে ?' ঘোঁৰাৰ পৰা তললৈ নামিব ধৰোতেই নৱবুৱে কথাটো সুধিলে ।

উত্তৰ দিবলৈ মানুহ খিনিয়ে সঙ্কোচ কৰা দেখি নিজৰ প্ৰশ্নৰ উত্তৰ নৱবুৱে নিজেই দিলে ।

'নোৱাৰিলা বুলি জানিছোঁ । দুখ নকৰিবা । গোটেই খাম অঞ্চলতে ডাওৰ জুই একুৰা জ্বলি উঠিব ধৰিছে যেতিয়া অকণমানি চাকিটো এতিয়া নজ্বলালেও একো পাপ নহ'ব ।'

'ইয়াতো দেখিলো একেই অৱস্থা । চাকি জ্বলাবলৈতো নাপালোৱেই, নিশাটো কটাবলৈ গছৰ তলিয়েই ঘৰ হ'ল । আপুনি কি কৰিব ?'

কায়েৰি মঠৰ 'খেনপো'ৰ ককায়েক বুলি নৱবুৰ অধিকাৰ কিছু সুকীয়া বুলি সিঁহঁতেও জানে । কেতিয়াবা মঠলৈ আহিলে নৱবুৱে থাকিবলৈ সুকীয়া কোঠালী পায় । খাদ্য বস্তুও মঠৰ পৰাই যোগান ধৰা হয় । আলপৈচান ধৰা মানুহো দিয়ে ।

'মইও তোমালোকৰ লগতে গছৰ তলতেই থাকিম । 'ম্লান হাঁহিৰে উত্তৰ দিলে নৱবুৱে ।

'পিচতো কথা পাতিবা । সৈনিকবিলাকে তোমাৰ পিনে কেনেদৰে চাই আছে নুবুজা কিয় ?' নিংমাৰ মনত কিবা আশঙ্কাই দেখা দিলে । সাৰ পাই উঠা পেমাক ঘোঁৰাৰ পৰা নমাই দি নৱবুৱে মঠৰ মূল প্ৰৱেশদ্বাৰৰ পিনে উভতি চালে ।

"এনেকুৱা অসহায় জীৱনলৈ কোনোবা জাতি এটা বাচি থাকিব পাৰিবনে?"

নববুৰ এই অভিমান ভৰা প্ৰশ্নৰ উত্তৰ দিবলৈ তেতিয়া তাত কোনো নাছিল। কিবা এটা আশঙ্কাত শুচৰ চাপি অহা মানুহখিনিও লাহে লাহে আঁতৰি গৈছিল নিজৰ তম্বুবিলাকলৈ।

'এইবিলাক কথা এতিয়া এৰাচোন। দিনটো খোঁৱা চলাই আহিছা - এতিয়া খাই বৈ সোনকালে শুই থাকা।'

নিংমাৰ পৰামৰ্শ নববুৱে মানি ল'লে যদিও তাৰ মনৰ অস্থিৰতা আঁতৰি নগ'ল।

'আজি খাবলৈ পাইছা। কাইলৈ সেইকণো সিহঁতে কাঢ়ি লৈ যাব। আজি শোৱাৰ কথা কৈছা হয়, কাইলৈ কিজানি সেয়ে মোৰ বাবে চিৰ নিদ্ৰা হৈ পৰিব পাৰে কোনে জানে নিংমা।'

নববুৰ কথাত নিংমাই দুখ পালে যদিও প্ৰতিবাদ নকৰিলে। প্ৰতিবাদ কৰিলে নবৰুৰ জেদ বাঢ়ি যাব বুলি নিংমাই জানে।

টোপোলাবিলাক নমাই লৈ নববুৱে খোঁৱাকিটাক চৰিবলৈ মেলি দিলে। ইতিমধ্যে নিংমাই শুকান ডাল পাত বিচাৰি আনি জুই একুৰা জ্বলাই থাকোতে নববুৱে সৰু তম্বুটো তৰি পেলালে। পচমী কম্বলবিলাকেৰে বিছনা এখন পাতি পেমাক তাতে শুবলৈ ক'লে। পেমাই নুশুলে। জুইকুৰাৰ ওচৰতে বহি মাকৰ লগত কথা পাতিব ধৰিলে।

'ইয়াত থাকিম নেকি আমা?'

'অ' আজি মুকলিতে থাকিব লাগিব।'

'ভালেই লাগিব নহয়নে আমা? এনেদৰে তম্বুত শুবলৈ মোৰ হ'লে বৰ ভাল লাগে।'

ইতিমধ্যে নিংমাই তপত কৰি দিয়া পানীত দানা মিহলাই খোঁৱাকিটাক খাবলৈ দি নববুও আহি জুই কুৰাৰ কাষতে বহিল। চাহৰ বাটিটো হাতত তুলি লওঁতেই দুখন জীপ গাড়ী আহি মঠৰ প্ৰৱেশদ্বাৰৰ সমুখতে ৰৈ গ'ল। লগে লগে আলহী ঘৰটোৰ পৰা এজাক সশস্ত্ৰ সৈনিকক বেগা বেগিকৈ জীপ দুখনৰ কাষ চাপি যোৱা নববুৱে দেখা পালে। জীপত অহা সৈনিক বিষয়াসকলে কিবা নিৰ্দেশ দি শুচি গ'ল মঠৰ ভিতৰলৈ।

ক্ষন্তেক পিচতেই সৈনিকসকলে তম্বু তৰি থকা মানুহখিনিৰ ওচৰলৈ আহি 'থাম্‌জিং থাম্‌জিং' বুলি চিএৰ-বাখৰ লগালে। বিশ্ৰাম ল'ব খোজা মানুহখিনিক সৈনিকবিলাকে এক প্ৰকাৰ খেদি লৈ গ'ল জীপ দুখনৰ কাষলৈ।

উপায়হীন মানুহখিনিয়ে যেনেকৈ আছিল তেনেকৈয়ে জীপ দুখনৰ কাষ চাপি যাবলৈ বাধ্য হ'ল । সৈনিকসকলে খৰি শেষ আনি জীপ দুখনৰ অনতি দূৰতে জুই একুৰা জ্বলাই ঠাইখিনি পোহৰাই তোলোতেই কেইবাজনো বিষয়া মঠৰ পৰা ওলাই আহিল । সকলোৰে আগে আগে অহা বিষয়াজন সৈনিক নহয় যদিও এজন ক্ষমতাশীল ব্যক্তি যেন লাগিল সকলোৰে। ডিঙিলৈকে বুটাম মৰা কোটচোলা পিন্ধা মানুহজন আহি যেতিয়া গাঁওবাসী মানুহখিনিৰ সমুখত থিয় দিলেহি তেতিয়া সকলোৰে বুজি পালে মানুহজন হান জাতিৰ নহয় বুলি । গঢ় গতিলৈ চাই খাম্পা মানুহ বুলিয়েই অনুমান কৰি ল'লে ।

'শুনা বন্ধু সকল,

মানুহজনৰ মুখত শুদ্ধ খাম্পা মাত শুনি ভীতিগ্ৰস্ত হৈ পৰা মানুহখিনি আচৰিত হৈ পৰিল যদিও মানসিকভাৱে সকাহো পালে । হানসকলৰ নিচিনাকৈ পোছাক পিন্ধা মানুহজনক অলপ আপোন যেনো ভাবি ল'লে সকলোৱে । পূৰ তিব্বতৰ অস্থিৰ পৰিবেশত এজন মাত কথা মিলা ক্ষমতাশালী ব্যক্তিক ওচৰত দেখা পাই মানুহখিনিয়ে দুখোজ আগবাঢ়ি আহিল ।

'মোৰ বিষয়ে তোমালোকে নিশ্চয় ইতিমধ্যে জানিব পাৰিছা । বিভিন্ন অঞ্চলত ঘূৰি ফুৰি জনসাধাৰণৰ লগত চা-চিনাকি হোৱাতে ব্যস্ত হৈ আছোঁ । কায়েৰি অঞ্চললৈ এই প্ৰথম আহিছোঁ । বহুত মানুহ আজি ইয়াত নিশাটো কটাব বুলি খবৰ পাই চিনাকি হ'বলৈ আহিলোঁ বেয়া হ'ল নেকি বন্ধুসকল ?'

মানুহজনৰ কথা কোৱাৰ ভাব-গতি দেখি উত্তৰ দিবলৈ কাৰো আগ্ৰহ নজন্মিল । সাপৰ লগত সানমিহলি হৈ থাকিলে বোন্দা কেচু ডালকো সাপ যেনেই লাগেবুলি মানুহবিলাক ভাবিলে ।

'মনে মনে থাকিলা কিয় ? সঙ্কোচ নকৰিবা । মই তোমালোকৰে আপোন মানুহ । পাৰ্টিৰ পোছাক পিন্ধি আছোঁ যদিও তোমালোকৰ মঙ্গলৰ হকে কাম কৰাটোৱেই মোৰ একমাত্ৰ দায়িত্ব । মোৰেই নাম ত্ৰাচি ।'

'ত্ৰাচি', 'ত্ৰাচি' বুলি এক অস্ফুট গুঞ্জন উঠিল মানুহবিলাকৰ মাজত। সেই গুঞ্জন ধ্বনিত মিহলি হৈ উঠিল ঘৃণা আৰু তিক্ততা । এইজনেই তেনেহলে সেই ত্ৰাচি যাক ভয় নকৰা মানুহ আজি গোটেই খাম অঞ্চলতে পাবলৈ নাই । যিজনৰ এধানি মিচিকিয়া হাঁহিতেই বহুজনৰ ডিঙিৰ ফাঁচ খোল খাই পৰিছে । আৰু যাৰ এটা আঙুলিৰ নিৰ্দেশত জ্বলি ছাঁই হৈ গৈছে বহুতো গাঁও । ভূলুণ্ঠিত হৈ পৰিছে শতাব্দী পুৰণি বহুতো মঠ আৰু মন্দিৰ।

ত্ৰাস আৰু নিৰ্মমতাৰ পুৰুষ প্ৰধান স্বৰূপ এইজনেই সেই ত্ৰাচি বুলি মানুহবিলাকে হতাশাত তলমূৰ কৰিলে ।

'মইও তোমালোকৰ নিচিনা আম্‌দো অঞ্চলৰে নিবাসী আছিলোঁ । ৰাইফল কান্ধত ওলোমাই লৈ মইও খাম্পা যুৱকৰ নিচিনাকৈ ঘোঁৰা চেকুৱাই ফুৰিছিলোঁ । তেতিয়া মোৰ চেমনীয়া বয়স । চেয়াৰমেন মাও-জে-ডঙৰ মুক্তি বাহিনী এই খাম অঞ্চলৰ মাজেৰে পাৰ হৈ যাওঁতে বহুতো খাম্পাই বিৰোধিতা কৰিছিল । মই কিন্তু কৰা নাছিলোঁ । সশস্ত্ৰ বিপ্লৱৰ মাজেৰেই দলিত আৰু প্ৰবঞ্চিত মানুহৰ মুক্তি আহিব বুলি মানি লৈ মইও যোগ দিছিলোঁ চেয়াৰমেন মাও - জে - ডঙৰ বিপ্লৱী বাহিনীত । সেয়া আজিৰ পৰা ত্ৰিশ বছৰ আগৰ কথা' ।

ভীতিগ্ৰস্ত হৈ থিয় দি থকা মানুহখিনিৰ মনত ত্ৰাচিৰ ৰহস্যময় অতীতটো লাহে লাহে পৰিষ্কাৰ হৈ উঠিব ধৰিলে । গাঁৱৰ বয়োজেষ্ঠসকলে কেতিয়াবা অতীত ৰোমন্থন কৰিলে ত্ৰাচিৰ কথা উত্থাপন কৰাটো সকলোৱে শুনিছিল । এই সুদীৰ্ঘ ত্ৰিশ বছৰৰ ভিতৰত ত্ৰাচি এবাৰো উভতি অহা নাছিল নিজৰ গাঁৱলৈ । সকলোৱে ধৰি লৈছিল ত্ৰাচি আৰু জীয়াই থকা নাই বুলি । লাহে লাহে মানুহে পাহৰি পেলাইছিল ত্ৰাচিৰ কথা ।

'ত্ৰিশ বছৰৰ পিচত উভতি আহিছোঁ নিজৰ জন্মস্থানলৈ । ত্ৰিশ বছৰৰ পিচতো উভতি আহি দেখিছোঁ মানুহবিলাক একেদৰেই আছে, অকণো সলনি হোৱা নাই । ঘৰ-দুৱাৰ খেতি-পথাৰ যেনে আছিল আজিও তেনেদৰেই আছে । পূজা পাঠ মঠ-মন্দিৰবিলাক যেনেদৰে চলিছিল আজিও তেনেদৰেই চলিছে । মঠবিলাকৰ প্ৰৱেশদ্বাৰত হাত পাতি বহি থকা মানুহবিলাকৰ সংখ্যাহে আগতকৈ বাঢ়িছে । মঠৰ ভিতৰত ধৰ্মৰ নামত বহি খোৱা লামাবিলাকৰ সংখ্যা যেন আগতকৈ দুগুণ হৈ পৰিছে ।

এদিন আমাৰ পৰিয়ালটোও ধনী আৰু প্ৰভাৱশীল মানুহৰ দাসস্বৰূপ আছিল । কপালৰ ঘাম মাটিত পেলাই উৎপাদন কৰা পথাৰৰ শস্য জমা দিব লাগিছিল মঠৰ ভঁড়ালত নতুবা ধণী মানুহৰ চোতালত । বাকী যিখিনি আছিল তাকো ভূত-প্ৰেতৰ পূজাৰ নামত শকত শকত লামাবিলাকৰ পেট পুৰাওঁতেই শেষ হৈ গৈছিল ।

ত্ৰাচিৰ সমাজ বিৰোধী কথাবিলাক শুনি সমবেত মানুহখিনিৰ বহুতে নৰবুৰ ফালে মুখ ঘূৰাই চালে । আপেল গছজোপাৰ গুৰিত পিঠি থৈ নৰবুৱেও শুনি আছিল ত্ৰাচিৰ সমাজ বিৰোধী কথাবিলাক । কথাবিলাক যেন বৰলৰ হুল হৈ তাৰ কাণত বিন্ধিব ধৰিছিল ।

'সেই দিনবিলাকত আমাৰ পৰিয়ালটোৰ নিজৰ বুলিবলৈ [illegible] নাছিল । সকলো মাটিৰ মালিক আছিল হয় ধৰ্মীয় মঠ নতুবা লাচাৰ দুলাই লামাই নিয়োগ কৰা কোনোবা দালাল প্ৰশাসক । লিখা-পঢ়া শিকাৰ কোনো সুযোগ সৰ্বসাধাৰণে নাপাইছিল । সুযোগ নাপাইছিল নহয় সুযোগ দিয়া হোৱা নাছিল । লিখা-পঢ়া শিকিলে মানুহ জ্ঞানী হৈ এই সামাজিক অন্যায়ৰ বিৰুদ্ধে থিয় দিব পাৰে বুলিয়েই লিখা পঢ়াৰ ব্যৱস্থা কৰা হোৱা নাছিল । লিখা-পঢ়া শিকাৰ যি সমান্য ব্যৱস্থা কৰা হৈছিল সিও ধৰ্মীয় মঠ বিলাকৰ চাৰিবেৰৰ মাজতে আবদ্ধ কৰি ৰখা হৈছিল । লিখা পঢ়াও আবদ্ধ আছিল ধৰ্মীয় পুথিবিলাকৰ অন্ধ বিশ্বাসৰ মাজতে ।'

'ধৰ্ম হ'ল দুখীয়া মানুহৰ বাবে আফিঙৰ নিচাৰ সমান । ধৰ্মৰ নামত ভূত—প্ৰেত আৰু স্বৰ্গ নৰকৰ কাল্পনিক ছবিবিলাক দুখীয়া মানুহৰ মনত সুমুৱাই দি সেই সবল মানুহবিলাকৰ মনবিলাক পঙ্গু কৰি পেলোৱা হয় । তাকেই মানুহে ধৰ্ম বুলি মানি লৈ এসোপা পূজা পাঠ আৰু নিয়ম-নীতিৰ ক্ৰীতদাস হৈ পৰিবলৈ বাধ্য হয় । এই ধৰ্মভীৰু দুখীয়া মানুহৰ শ্ৰমৰ ওপৰতেই বহি বহি খায় ধৰ্মীয় গুৰুসকলে । এনে বহি খোৱা চাৰি হাজাৰ লামা অকল কুম্‌বুম্ মঠতেই আছিল । 'জিঝাং'ত শুনিছোঁ এনে আঢ়ৈ হাজাৰ গোম্পা আছে য'ত হাজাৰ হাজাৰ মানুহে অকল ধৰ্মৰ নামতে বহি বহি খাইছে । আমি শুনিছোঁ যে লাচাৰ ওচৰৰ 'ড্ৰেপুং' নামৰ গোম্পাত এনে বহি খোৱা মানুহৰ সংখ্যা দহ হাজাৰ জন ।

তেনেহলে তোমালোকেই ভাবি চোৱা এই জিঝাঙত আজি কিমান মানুহ ধৰ্মৰ নামত বহি বহি খাইছে । এনেদৰে যদি লাখ লাখ নিৰ্কমা মানুহক দুখীয়া জনসাধাৰণে বহাই বহাই খুৱাব লগা হয় তেনেহলে দুখীয়া মানুহৰ মুক্তি আহিব কেনেদৰে ?'

ত্ৰাচিৰ ধৰ্ম বিৰোধী ভাষণ শুনি নৰবুৱে নিজকে আৰু সংযত কৰি ৰাখিব নোৱাৰিলে ।

'ত্ৰাচি ! নৰবুৱে চিঞৰি উঠিল । প্ৰতিবাদৰ উত্তেজনাত সি পোন হৈ থিয় দি পৰিল । ত্ৰাচিৰ ভাষণে হঠাতে বাধা পোৱাত সৈনিকবিলাকক সচৰ হৈ পৰা দেখা পালে মানুহেবিলাকে । ত্ৰাচি য়ে হাতৰ ইংগিতেৰে সৈনিকসকলক শান্ত হৈ থাকিব নিৰ্দেশ দিলে ।

'কোন সেয়া - কোনে মাতিলে' বুলি [illegible] যোপাকে চালে থিয় দি থকা নৰবুৰ মুখলৈ । এৰাৰ আৰু গোহৰৰ সংমিশ্ৰণত থিয় দি থকা নৰবুৱে যুক্তিৰ দৃঢ়তাৰে থিয় দিব বিচাৰিলে এই প্ৰত্যাহ্বানৰ সন্মুখত।

'ত্রাটি - মই চুর্থাং গাঁৱৰ মুখিয়াল চোনাম নৱবুৱে মাতিছোঁ'। তোমাৰ কথা শুনিলো - মোৰ কথাও তুমি অলপ শুনিবানে ?'

'ত্রাটি নহয় - কমৰেড্ ত্রাটি বুলি সম্বোধন কৰিব লাগে । মই এতিয়া তোমাৰ নিচিনা অন্ধ বিশ্বাসী খাম্পা নহয় । এতিয়া মই পাৰ্টি চেক্রেটাৰী । মোৰ দায়িত্ব বহুত - ক্ষমতাও আছে অসীম । গতিকে ভুল নকৰিবা । এতিয়া কোৱা তুমি কি ক'ব খুজিছা ?'

'তোমাৰ আন কথা কিবা ক'ব লগীয়া আছে যদি কোৱা আমি শুনি যাম । কিন্তু ধৰ্মৰ বিৰুদ্ধে ক'লে আমাৰ অন্তৰত আঘাত লাগে । মঠৰ মানুহে আজিলৈকে এমুঠি চাম্পা গুড়িও আমাৰ পৰা কাঢ়ি নি খোৱা নাই। মঠৰ মাটিত খেতি কৰি খোৱাৰ বাবদ বছৰি আমি যিখিনি দিব লাগে সেইখিনি প্ৰতি বছৰে আনন্দ মনে দি থৈ আহিছোঁ । আকাল পৰিলে কেতিয়াবা মঠৰ খাদ্যৰ ভাণ্ডাৰো জনসাধাৰণৰ বাবে খুলি দিয়া হয় । এই কথা আজিৰ নহয় হাজাৰ বছৰৰ পৰা চলি আহিছে এই নিয়ম । কোনো দিনে ক'তো বিজুতি ঘটা নাছিল । ধৰ্মই আমাক ধনী কৰা নাই সঁচা কিন্তু আমাৰ সমাজখনৰ শান্তি আৰু শৃঙ্খলাক সদায় ৰক্ষা কৰি আহিছে । ভগৱানক আমি কোনেও দেখা নাই সঁচা কিন্তু ভগৱানৰ অস্তিত্বক আমি গভীৰভাৱে মানি আহিছো । আমি আমাৰ নিয়ম মতে চলি থাকিব পালেই ভাল পাম - ইমানেই মোৰ কথা ।'

'এই খিনি যুক্তি লৈ তুমি 'চিংত্রোৰ' মহান কাৰ্য্যসূচীক প্ৰত্যাহ্বান জনাবলৈ সাহস কৰিলা কেনেদৰে নৱবু ? তোমাৰ নামটো মই ইতিমধ্যে শুনিছোঁ । এটা পুৰণি সম্ভ্ৰান্ত পৰিয়ালৰ বংশধৰ হ'লা বুলিয়েই পুৰণি ৰীতি-নীতিকে খামোচ মাৰি ধৰি থাকিব বিচাৰিছা কিয় ? নিজৰ অঞ্চলত তোমাৰ যথেষ্ট প্ৰভাৱ আছে সেই কথা আমিও জানো । তুমি এজন ধনী আৰু ক্ষমতাশালী মানুহ আছিলা এটা সময়ত, কিন্তু এতিয়া নহয় । তোমাৰ উপৰি পুৰুষে আনৰ শ্ৰমৰ ওপৰত ভোগ বিলাস কৰি গৈছে । তুমিও কৰিছা । এই সকলো পুৰণি ব্যৱস্থাৰ এতিয়া অন্ত পৰিব ওলাইছে । সময় থাকোতে পৰিবৰ্ত্তনৰ সতে মিলি যোৱাই ভাল হ'ব নৱবু । নহ'লে পুৰণি প্ৰথাৰ সতে তোমাৰো অন্ত পৰিব সেই কথা জানি থোৱাই ভাল ।'

ত্রাটিৰ এই সকিয়নিয়ে চোনাম নৱবুৰ মন টলাব নোৱাৰিলে । আত্ম প্ৰত্যয়ৰ গভীৰ অনুভৱেৰে সি দখলদাৰি হানৰ সকিয়নীকো নেওচিবলৈ সাজু হ'ল ।

'আলৰ শ্ৰমৰ ওপৰত মই কেতিয়াও ভোগ বিলাস কৰা নাই। মোৰ মাটিত মই নিজে হালবাও, শস্যও কাটো। মই ধনীও নহয় আৰু নিজকে ক্ষমতাশীল বুলিও নাভাবো। সহায় বিচৰা মানুহক সহায় কৰা মোৰ ধৰ্মীয় বিশ্বাসৰ ভিতৰতে পৰে।'

নৰবুৰ পৰা এনে সাহসী প্ৰত্যুত্তৰ পাৰ্টি চেক্ৰেটাৰী ত্ৰাচিয়ে আশা কৰা নাছিল। ইচ্ছা কৰাহেঁতেন ত্ৰাচিয়ে সেই মুহূৰ্ত্ততে নৰবুৰ মুখ চিৰদিনৰ বাবে বন্ধ কৰি দিব পাৰিলেহেঁতেন। স্বজাতি বৈৰী ত্ৰাচিয়ে তাকে নকৰি চোনাম নৰবুৰ সামাজিক ভাৱমূৰ্তিৰ ওপৰতহে আঘাত কৰিব বিচাৰিলে।

'তোমাৰ নামত মঠৰ মাটি কিমান আছে জানিব পাৰোনে ?'

'দহখন হালৰ মাটি আছে। তাৰে চাৰিখন নিজে বাও বাকী ছখনৰ মাটি আনক দিছোঁ।' নৰবুৱে সচাঁ কথাকে ক'লে।

'এই ছয়খন হালৰ মাটি ভোগ কৰা মানুহখিনি কাৰ তলতীয়া ?'

'মোৰ মাটিত খেতি কৰিছে যেতিয়া মোৰেই প্ৰজা বুলি ক'ব লাগিব।' পোনপটিয়া উত্তৰ দিলে নৰবুৱে।

'তাৰ মানে এই মানুহবিলাকৰ পৰা তুমি নিশ্চয় খাজানা আদায় কৰি লোৱা নহয় জানো ?'

'লবই লাগিব। নহলে মই মঠত কি শোধাম।'

'মঠত যিমান শোধাব লাগে সিমানখিনিয়েই তুমি লোৱা নে তাতকৈ বেছি লোৱা তাৰ সঁচা উত্তৰ দিয়া।'

সভাত উপস্থিত থকা মানুহবিলাকে নৰবুৰ হৈ মাতিব বিচাৰিও ভয়তে তলমূৰ কৰি বহি থাকিবলৈ বাধ্য হ'ল। হানসকলৰ 'থামজিং' সভাৰ কথা সিহঁতে শুনিছেহে মাত্ৰ আগতে দেখা নাছিল। 'থামজিং'ৰ সভাত এজন নিৰ্দোষী মানুহকো অভিযোগ মানি ল'বলৈ বাধ্য কৰোৱা হয় বুলি সিহঁতেও শুনিছে। গণবিচাৰৰ নামত তেনে নিৰ্দোষী মানুহবিলাকৰ মন ভাঙি পেলোৱা হয় এই থামজিং সভাবিলাকতেই। তাৰ পিচতেই জাপি দিয়া হয় কঠোৰ শাস্তি। নৰবুৰো পৰিণাম একেই হ'ব বুলি আশঙ্কা কৰি সিহঁতে মুখ তুলি চাবলৈকো সাহস হেৰুৱাই পেলালে।

'অলপ বেছি ল'বই লাগিব। জলসিঞ্চনৰ মূল্য, মঠলৈ খাজানা সোধাব যোৱা খৰচ আদিৰো কথা আছে। গতিকে ৰায়তে নিজেই অলপ বেছিকৈ দিয়ে। কোনো দাবী সিঁহতৰ ওপৰত জাপি দিয়া নহয়। এই ব্যৱস্থা অতীজৰে পৰা আমাৰ অঞ্চলত চলি আহিছে'।

নৰবুৰ কথা শেষ হোৱাৰ লগে লগেই ত্ৰাচিয়ে অভিযোগ দাঙি

ধৰিলে । 'শুনিলানে তোমালোকে ? আনৰ শ্ৰমৰ ওপৰত এইজন গণ্যমান্য ব্যক্তিয়েও কেনেদৰে ভোগ বিলাস কৰি আছিছে শুনিলা এতিয়া ? এইবিলাক গণ্যমান্য ব্যক্তিয়েই সমাজৰ দুখীয়া শ্ৰেণীটোক ধৰ্ম আৰু পুৰণি প্ৰথাৰ দোহাই দি শ শ বছৰ ধৰি ঠগি আহিছে । কাণত এওঁলোকেই সোণ পিন্ধে । দামী চিঙ্কৰ 'চুবা' পিন্ধি এইবিলাক মানুহেই ঘোঁৰাৰ পিঠিত ফুলাম দলিচা বান্ধি নানান ঠাইত আলহী খাই ঘূৰি ফুৰে ।'

ত্ৰাচিৰ কল্পিত অভিযোগ শুনি নৰবু স্থিৰেৰে থাকিব নোৱাৰিলে। যোগ্য প্ৰত্যুত্তৰ দিবলৈকে সি সিদ্ধান্ত লৈ পেলালে ।

'তোমাৰ এই অভিযোগ সম্পূৰ্ণ কাল্পনিক কমৰেড্ ত্ৰাচি । আজি তুমি বেলেগ ৰূপলৈ উভতি আহিছা যদিও তোমাৰ ধমনীতো একেই খাম্পা তেজ আছে বুলি মই ভাবো । অভাৱগ্ৰস্ত সমাজ এখনৰ পৰা বিষয়বাব, ক্ষমতা আৰু অধিকাৰ লৈ আহিছা যদিও তুমি এৰি থৈ যোৱা সৰু সমাজখনৰ ঐতিহ্যক নিশ্চয় পাহৰি যোৱা নাই । যদি পাহৰি গৈছা তেনেহলে এবাৰ মনত পেলাবলৈ চেষ্টা কৰা কিমান সুখী আছিল এইখন সমাজৰ মানুহ, কিমান মুক্ত আছিল এই সমাজৰ পৰিবেশ' ।

নৰবুক অলপ উত্তেজিত হৈ পৰা যেন দেখি লিংমাই ওচৰ চাপি আহিল । নৰবুৱে পিন্ধা দামী চুবাটোৰ খামোচ মাৰি ধৰি ফুচ্‌ফুচাই ক'লে, 'শান্ত হোৱাচোন তৰ্ক কৰিছা কিয় ? সিহঁতে যি কয় ক'ব দিয়া উত্তৰ একো নিদিবা ।' ঘৈণীয়েকৰ কথাত কাণ নিদিয়াকৈ নিজৰ বক্তব্যখিনি নিঃসঙ্কোচে কৈ গ'ল । ফলাফলৰ কথাও ভাবি নেচালে নৰবুৱে ।

'তোমালোক আমাৰ অঞ্চললৈ আহিছা সেই কথাত কোনেও হকা-বধা কৰা নাই । তোমালোকে আলিবাট সাজিছা, চিকিৎসালয় পাতিছা আৰু নতুন নতুন বস্তুৰে বজাৰ ভৰাই পেলাইছা তাতো আমাৰ মানুহে আপত্তি কৰা নাই । পৰিবৰ্তন আৰু উন্নতিৰ নামত হাজাৰ হাজাৰ গাঁৱৰ মানুহক বিনামূলীয়া শ্ৰম কৰিবলৈ বাধ্য কৰাইছা তাকো জনসাধাৰণে মানি লৈছে । আম্‌দো আৰু খাম অঞ্চলক তোমালোকৰে দেশৰ মাটি বুলি দখল কৰি লৈছা তাৰ বিৰুদ্ধেও কোনো প্ৰতিবাদ ধ্বনি এতিয়ালৈকে উঠা নাই..........' নৰবুৱে নিজৰ কথা শেষ কৰিবলৈ নাপাওঁতেই ত্ৰাচিয়ে প্ৰশ্ন কৰিলে ।

'তোমাৰ আপত্তি কোনখিনিত ক'বানে ?'

মাঞ্চুৰিয়াত প্ৰশিক্ষণ প্ৰাপ্ত আৰু সুদীৰ্ঘ ত্ৰিশ বছৰীয়া গণযুদ্ধৰ অভিজ্ঞতাৰে পুষ্ট সুচতুৰ ত্ৰাচিয়ে ক'ত কেতিয়া আৰু কেনেদৰে আঘাত কৰিব লাগে সেই কথা ভালদৰেই জানে । নৰবুৰ চিনা মানুহৰ প্ৰতিবাদী

কষ্ট কেনেদৰে বোধ কৰিব লাগে তাৰ উপায়ও ত্ৰাচিৰ হাতত আছে । মাও-জে-ডং এ পৰিচালিত কৰা ত্ৰিশবছৰীয়া মুক্তি বিপ্লৱৰ সময়তে ত্ৰাচিয়ে এই সকলো পদ্ধতি পুংখানুপুংখ ভাবে শিকি আহিছে । ত্ৰাচিৰ এই বিশেষত্ববিলাকৰ বাবেই পাৰ্টিৰ নিৰ্দেশত ত্ৰাচিক পঠোৱা হৈছে অদমনীয় পূব তিব্বতবাসীৰ মাজলৈ । যুদ্ধ প্ৰিয় দুৰন্ত খাম্পাৰ ঘোঁৰা বথাব লাগিব ত্ৰাচিয়েই । স্বজাতি বিনাসৰ দ্বায়িত্বও জাপি দিয়া হৈছে ত্ৰাচিৰ ওপৰত । ত্ৰাচিয়েও মানি লৈছে এই স্বজন বিনাশী দ্বায়িত্বক । চিংত্ৰোৰ জয় যাত্ৰাত জাতি-স্বজাতি, আত্মীয়-কুটুম, স্ত্ৰী-পৰিয়াল, ধৰ্ম-সমাজ আদিৰ কোনো পৰিচয় থাকিব নোৱাৰে বুলি কমিউনিষ্ট ত্ৰাচিয়ে সম্পূৰ্ণ পতিয়ন গৈছে ।

'তোমালোকৰ এইবিলাক কাম আৰু কথাত আমাৰ কোনো আপত্তি নাই । তোমালোকৰ কাম তোমালোকে কৰিবা আমি তাত বাধা নজন্মাও । কিন্তু আমাৰ ধৰ্ম আৰু সামাজিক ৰীতি-নীতিত তোমালোকে যেন হাত নিদিয়া তাকেই ক'ব বিছাৰিছোঁ । আমাৰ কিছুমান কাম তোমালোকে ভাল নোপোৱা আমি জানো । কিন্তু হাজাৰ বছৰ ধৰি চলি অহা জীৱন পদ্ধতিক নিশাটোৰ ভিতৰতে সলাবলৈ চেষ্টা কৰাটোহে ভাল নহব পাৰে । তুমি নিজকে এজন খাম্পা বুলি পৰিচয় দিয়াৰ পিচত, খাম্পাসকলৰ ধৰ্মীয় বিশ্বাস কিমান গভীৰ সেই কথা অন্ততঃ তুমি বুজি পোৱা উচিত আছিল । তুমি আমাৰ হৈ নতুন চৰকাৰক আমাৰ মনৰ কথাবিলাক বুজাই ক'ব নোৱাৰিবা নেকি ?' নৰবুৱে কথাবিলাক ধৈৰ্য্য আৰু বিনয় সহকাৰে ক'বলৈ চেষ্টা কৰিলে যদিও ত্ৰাচিয়ে কোনো গুৰুত্ব নিদিলে ।

'তুমি আমাৰ মহান মুক্তি বিপ্লৱৰ কথা বিলাক নিশ্চয় শুনা নাই । গাঁতৰ এন্দুৰ গাতঁতে সোমাই আছে যেন পাওঁ । চীন দেশত 'চিয়াং'ৰ নেতৃত্বধীন প্ৰতিক্ৰিয়াশীল শ্ৰেণীটোকে উভালি ফালি পেলোৱা হৈছে সেই কথা তুমি নৰবুৱে হয়তো নাজানা । সেই বিশাল দেশৰ তুলনাত তোমালোকৰ খাম অঞ্চল তেনেই নগণ্য আৰু তোমাৰ নিচিনা আকোৰগোজ স্বভাৱৰ মানুহৰ চৰিত্ৰ কেনেদৰে সংশোধন কৰিব লাগে আমি জানো । তুমি এতিয়া বহা, থমজিঙৰ পিচত তোমাৰ লগত অলপ আচুতীয়াকৈ কথা পাতিব লাগিব' বুলি কৈ ত্ৰাচিয়ে মিচিকিয়াই হাঁহি থলে ।

ওচৰতে থিয় দি থকা সামৰিক বিষয়া কিজনৰ সতে ত্ৰাচিয়ে ইংগিততে কিবা ভাবৰ বিনিময় কৰা যেন অনুমান হ'ল চোনাম নৰবুৰ । ভালকৈ অনুমান কৰি চাই বুজিলে বাতিপুৱা জীপত অহা সেই কিজন বিষয়াই তাক টুফান্ বুলি ইতিকিং কৰিছিল ।

বহুত সময় ধৰি থিয় দি থাকি আমনি পোৱা মানুহখিনিয়ে নিজৰ তম্বুলৈ উভতি যাবলৈ উচ্‌পিচ্ লগালে, কিন্তু চাৰিওপিনে আগুৰি থকা হান সৈনিকবিলাকলৈ চাই সিহঁতে নিজৰ নিজৰ ঠাইতে থিয় দি থাকিল ।

'ধৰ্ম তোমালোকে কৰিবা তাত কোনো বাধা নাই । কিন্তু অদৰকাৰী পূজা-পাতল কৰি সময় আৰু শ্ৰম নষ্ট কৰিলে সমাজৰ ক্ষতি হয় । যত এজন হলেই হয় সেই ঠাইত দহজন মানুহে মাখন দিয়া চাহ খাই খাই শঙ্খ আৰু ডম্বৰু বজাই থাকিলে তোমালোকৰ ভগৱানৰ টোপনি সোনকালে ভাঙে নেকি ? যিটো মঠত কুৰিজন পূজাৰীয়েই কাম - কাজ চলায় দিব পাৰে তাত চাৰি হাজাৰজন পূজাৰীক দুখীয়া জনসাধাৰণে কিয় পোহপাল দি ৰাখিব লাগে ? যি চাকি তোমালোকে মাখন দি জ্বলোৱা তাত মিঠাতেল দিলে নজ্বলিব জানো ? সোনৰ চাকিৰ সলনি মাটিৰ চাকি জ্বলালে ধৰ্ম কৰা নহব নেকি ? তোমালোকৰ 'বুদ্ধ' ৰজাৰ পুতেক আছিল কাৰণেই সোণৰ চাকি বিচাৰে হ'ব পায় । যদি সেয়ে হয় তেনেহলে এই ধৰ্ম অকল সোণৰ চাকিত মাখন দি জ্বলাব পৰা ধনী মানুহৰেই ধৰ্ম হৈ থাকিব । লোকৰ তলত খেতি কৰি জীয়াই থকা মানুহৰ ধৰ্ম হ'ব নোৱাৰে ।'

প্ৰতিক্ৰিয়াহীনভাৱে বহি থকা মানুহবিলাকলৈ চাই ত্ৰাচিয়ে ভাবি ল'লে তাৰ বলিষ্ঠ যুক্তিবিলাক সিহঁতে মানি ল'বলৈ আৰম্ভ কৰিছে বুলি ।

ত্ৰাচিৰ উৎসাহ দুগুণ হৈ পৰিল ।

'কষ্ট কৰি হাল বাই বীজ সিঁচিলেহে শস্য ওপজে বুলি সকলোৱেই জানে ।

মঠত বহি বহি দুখীয়া জনসাধাৰণৰ তেজ শুহি খোৱা ঢোৰোহা-পেটা লামাবিলাকৰ যদি ইমানেই শক্তি আছে তেনেহলে পথাৰলৈ গৈ সিহঁতে মন্ত্ৰ মাতি লহপহীয়া শস্য ওপজাই দিব নোৱাৰে কিয় ?

নৈৰ ওপৰত মানুহে কষ্ট কৰি দলং কিয় সাজিব লাগে, লামাসকলে মন্ত্ৰ মাতি ৰাতিৰ ভিতৰতে দলং সাজি দিব নোৱাৰে নেকি ? গাঁৱৰ মানুহক ভূতে ধৰিলে লামাসকলেহে হেনো সেই ভূত খেদিব পাৰে, কিন্তু লামাসকলক যেতিয়া ভূতে ধৰিব তেতিয়া খেদিব কোনে কৰ পাৰিবনে ?',

ত্ৰাচিৰ ধৰ্ম বিৰোধী মন্তব্যবিলাক শুনিও জনসাধাৰণ অকণো বিচলিত নহ'ল । সিহঁতৰ প্ৰতিক্ৰিয়াহীন মুখবিলাকলৈ চাই ত্ৰাচিয়ে এইবাৰ সকীয়াই দিব বিচাৰিলে ।

'এতিয়াৰ পৰা আৰু এই অঞ্চলত লামাৰ মন্ত্ৰ নচলিব । চলিব

চিংত্ৰোৰ মন্ত্ৰ । আমি তোমালোকৰ বাবে মুক্তিৰ বাণী কঢ়িয়াই আনিছোঁ । তোমালোকৰ সুখ - শান্তি আৰু উন্নতিৰ পথ আমিয়েই দেখুৱাই দিম । হাজাৰ বছৰ ধৰি তোমালোকে পুৰণি ৰীতি - নীতিৰ অন্ধ বিশ্বাস বিলাকত পোত খাই আছিলা । এতিয়া মুক্তিৰ মহান বাণী তোমালোকৰ ঘৰৰ ওচৰলৈকে আহি পাইছে ।

আহা আমি সকলোৱে মিলি পূব তিব্বতত সংস্কাৰৰ নতুন বিপ্লৱ গঢ়ি তোলো । তোমালোক অজ্ঞ মানুহ আমি জানো । ধৰ্মৰ নামত তোমালোকক অন্ধ কৰি ৰখা হৈছে সেই কথাও আমি দেখিছোঁ । তোমালোকক আমি বুজাম, বুজিবলৈ সময় আৰু সুযোগ দিম । তথাপি বুজিবলৈ ইচ্ছা নকৰিলে চিংত্ৰোৰ নিয়মমতে যি কৰিব লাগে তাকো কৰা হব সেই কথা এতিয়াই কৈ থলোঁ ।'

কথা সমাপ্ত কৰি পাৰ্টি চেক্ৰেত্ৰাৰী ত্ৰাচিয়ে সামৰিক বিষয়া কিজনক কিবা নিৰ্দেশ দি পুনৰ উভতি গুচি গ'ল কায়েৰি মঠৰ অভ্যন্তৰলৈ ।

উভতি যোৱা ত্ৰাচিলৈ সন্ত্ৰাস ভৰা দৃষ্টিৰে চাই থকা মানুহে ভাবিলে —এডাল যেন বিষাক্ত সাপ বগুৰা বাই সোমাই গ'ল পবিত্ৰ মঠটোৰ ভিতৰলৈ ।

'তুমি ইমান অবুজ হৈ উঠিব ধৰিছা কিয় কোৱাচোন । সিহঁতৰ আও ভাও আৰু কথা - বতৰাৰ ধৰণবিলাক কিমান আক্ৰোশমূলক হৈ উঠিছে সেইটো তুমি বুজা নাই নেকি ?'

চোনাম নৰবুৰ উগ্ৰ হৈ উঠিব খোজা মনটোক নিংমাই কোমল কৰিবলৈ চেষ্টা কৰিলে ।

'মোৰ ধৰ্মক উপলুঙা কৰিলে মই প্ৰতিবাদ কৰিমেই । গুৰুৰ নিন্দা মই সহিব নোৱাৰোঁ । প্ৰতিবাদ নকৰি মনে মনে থাকিলে মোৰ পাপ নহব জানো ? সিহতৰ ধৰ্ম নাই বুলি মইও ধৰ্ম এৰিব লাগিব নেকি ? নৰক স্বৰ্গ সিহঁতে বুজি নাপায় — সিঁহত অ-যোনীজ, জড়বাদী মানুহ । সিহঁতৰ কথাই শেষ কথা হব নোৱাৰে নিংমা ।'

'আহ, মনে মনে থাকাচোন । ইয়াত এতিয়া বেৰৰো কাণ আছে জানিবা'

নিংমাই টপতাই দিয়া নিশাৰ আহাৰখিনি নৰবুৱে খাই শেষ কৰিছিল মাত্ৰ, এনেতে তম্বুটোৰ বাহিৰৰ পৰা কোনোবাই আদেশ দিলে — 'চোনাম নৰবু বাহিৰলৈ ওলাই আহ ।' হান মানুহৰ মাত শুনি নৰবুৰ বুজিবলৈ বাকী নাথাকিল যে সি এক কঠিন পৰীক্ষাৰ সমুখীন হ'বলৈ ওলাইছে । কিবা এটা আকস্মিক আশঙ্কাত নিংমাই গিৰিয়েকৰ হাত এখনত খামোচ মাৰি ধৰিলে।

নৰবু থিয় দি উঠিল ।

'ক'লৈ যাব ওলাইছা অকলে ? মইও যাম তোমাৰ লগতে । পেমাকো লৈ যাম । যি হ'ব লগা আছে তিনিওৰে একেলগে হ'ব'বুলি নিংমাইও থিয় দি উঠিল।

'নিংমা তুমি খাম্পা তিৰোতা । ইমান সহজে কাতৰ হৈ পৰিছা কিয় ? চাওঁ এৰি দিয়া হাতখন । হানৰ অতপালি কিমান দূৰলৈকে যাব পাৰে মইও এবাৰ চাই লম । পেমাক মন কৰিবা ।'

ওলাই যাওঁতে শুই থকা পেমালৈ নৰবুৱে এবাৰ চাই ল'লে । তম্বুটোৰ পৰা ওলাই গৈয়ে 'ক'লৈ নিৰ্বলৈ আহিছ লৈ ব'ল' বুলি নৰবুৱে কোৱা নিংমাই শুনিলে । নিংমাই লগে লগে বাহিৰলৈ ওলাই আহিলে । চাৰিজন সশস্ত্ৰ হানসৈনিকে নৰবুক আগুৰি ধৰি লৈ যোৱা দেখি নিংমাৰ ধৈৰ্য্যৰ বান্ধ সুলকি পৰিল । তাই উচুপি দিলে ।

অনতি দূৰত থকা তম্বুবিলাকৰ বাসিন্দাসকলে তেতিয়া আলেঙে আলেঙে নিংমাহঁতৰ তম্বুটোৰ পিনে চাই আছিল । নৰবুক লৈ যোৱাৰ পিছতেই সিহঁতে দুই - চাৰিজনকৈ ভীতসন্ত্ৰস্ত পদক্ষেপেৰে কাষ চাপি আহিল । নিংমাক শান্তনা দিবলৈ সিহঁতৰ কোনো ভাষা নাছিল । প্ৰতিবাদ কৰিবলৈকো সিহঁতে সাহস হেৰুৱাই পেলালে ।

'এতিয়া কি হ'ব ?' ওচৰ চাপি অহা মানুহখিনিকৈই নিংমাই প্ৰশ্ন কৰিলে । উত্তৰ সিহঁতে দিব নোৱাৰে বুলি জানিও সুধিলে ।

'এতিয়া ধৈৰ্য্য ধৰি থকা বাদে আন একো উপায় দেখা নাই । তেখেত উভতি অহালৈকে বাট চাব লাগিব ।' মানুহবিলাকৰ বুজনিয়ে নিংমাক শান্তনা দিব নোৱাৰিলে ।

'যদি সিহঁতে নৰবুক এৰি নিদিয়ে তেতিয়া মই কৰিম কি ?'

নিংমাই কৰা এই প্ৰশ্নৰ কোনো উত্তৰ দিব নোৱাৰিলে সমবেদনা জনাবলৈ অহা মানুহখিনিয়ে । হান সৈনিকে ধৰি নিয়া কোনো খাম্পা মানুহ আজিলৈকে ঘৰলৈ উভতি অহা নাই । ক'লৈ নিয়ে বা কি কৰে কোনেও নাজানে । ককনোৰ হ্ৰদৰ পাৰত হানবিলাকে এটা বিশাল কাৰাগাৰ পাতিছে বুলি সিহঁতেও শুনিছে । সেই কাৰাগাৰৰ ভিতৰত কি হয় কোনেও দেখা নাই । ওচৰে-পাজৰে য়াকৰ পাল চৰায় ফুৰা অঘৰী গোজোক পা সকলে সেই কাৰাগাৰৰ ভিতৰৰ পৰা মাজে মাজে অহা মুমূৰ্ষ মানুহৰ আৰ্তনাদ হে শুনিছে - কোনো মানুহক হ'লে ওলাই যোৱা দেখা নাই । মাজে মাজে ত্ৰিপালেৰে ঢাকি নিয়া সামৰিক যানবিলাক হে দেখিছে - কিন্তু সেই যান বিলাকে কি কঢ়িয়াই নিয়ে কাৰাগাৰৰ পৰা সেইটো হলে দেখা নাই । এই

সাহসী অশ্বৰীসকলেও এতিয়া সেই কাৰাগাৰত প্ৰেতাত্মা আছে বুলি ভয়তে ওচৰ চাপি যাবলৈকো এৰি পেলাইছে ।

কিন্তু চোনাম নৰবুক হলে ওভতাই পঠিয়াইছিল । উভতি আহিছিল প্ৰায় তিনি ঘণ্টা পিচত । অৱশ্যে নিজে নিজে ওভতি অহা নাছিল । ওভতাই আনিছিল দুজন হান সৈনিকে । মাটিৰে চোচোৰাই অনা চোনাম নৰবুৰ নিৰ্য্যাতন জৰ্জৰিত দেহাটোক সিহঁতে পেলাই থৈ গৈছিল কায়েৰি মঠৰ মূল প্ৰবেশদ্বাৰৰ সমুখত । অধীৰ অপেক্ষাৰে তম্বুটোৰ বাহিৰত থিয় দি থকা নিংমাই সেই দৃশ্য দেখি দৌৰি গৈছিল প্ৰবেশদ্বাৰৰ ওচৰলৈ । নৰবুৰ অবশ দেহাটোক দুহাতেৰে সাৱটি লৈ নিংমাই প্ৰবেশদ্বাৰত থিয় দি থকা হান সৈনিক দুজনলৈ চাই প্ৰচণ্ড ক্ষোভত চিঞৰি উঠিল - 'পাপী হান, এয়ে নেকি তহঁতৰ সাম্যবাদ - এনেদৰেই তহঁতে তিব্বতবাসীক উদ্ধাৰ কৰিবলৈ আহিছনে ? নিৰস্ত্ৰ মানুহ এজনক তহঁতে কিয় এনেকুৱা কৰিলি চিলিংপা ?'

নিংমাৰ খাম্পা কথাবিলাক সিহঁতে নুবুজিলে যদিও ক্ষোভৰ কাৰণটোক সহজেই অনুমান কৰি ল'লে । সিহঁতে হাঁহি দিলে । সেই হাঁহিত নিংমাই দেখা পালে এক পশুসুলভ প্ৰবৃত্তিৰ প্ৰকাশ মাত্ৰ ।

'নালাগে নিংমা - তুমি একো ক'ব নালাগে । যি কৰিব লাগে ময়ে কৰিম ।'

চোনাম নৰবুৰ দুৰ্ব্বল আৰু কাতৰ কণ্ঠস্বৰ শুনি নিংমাৰ চকলো সৰ্‌সৰাই ওলায় আহিল । নিংমাই নৰবুক দাঙি তুলিব খুজিলে । নৰবুৱে থিয় দিলে নিংমাৰ সহায়ত ।

নিংমাৰ গাত ভৰ দি থৰক্ বৰক্ খোজেৰে নৰবু উভতি আহিল নিজৰ তম্বুটোলৈ । ভিতৰলৈ সোমাই গৈয়ে বিছনাখনত বহি পৰিল । আবেগ ভৰা দৃষ্টিৰে এবাৰ চাই ল'লে শুই থকা পেমালৈ । মৰমতে কম্বলখন টানি দিলে পেমাৰ ডিঙিলৈকে ।

ইতিমধ্যে দুই চাৰিজনকৈ মানুহ আহি থিয় দিছিল তম্বুটোৰ প্ৰবেশ মুখত । সিহঁতে অসহায় দৃষ্টিৰে চাই আছিল বহি থকা নৰবুৰ পিনে।

'মোৰ বাবে তোমালোকে চিন্তা কৰিব নালাগে । চিন্তা যদি কৰিব খুজিছা তেনেহলে এই দুৰ্ভগীয়া দেশৰ মানুহখিনিৰ কাৰণেহে চিন্তা কৰিবৰ সময় আহিছে ।'

'কি ক'লে সিহঁতে ?'

সহানুভূতি জনাবলৈ অহা মানুহখিনিৰ এজনেই কথাটো সুধিলে ।

সেই প্ৰশ্নৰ কোনো উত্তৰ নিদিলে নৱবুৱে । মাত্ৰ সি পিন্ধি থকা দামী চুৰাটোৰ পিচফালটো দাতি উদং পিঠিখনহে দেখুৱালে ।

'ওম-মণি-পদ্মে-হুম' বুলি কেইবাবাৰো উচ্চাৰণ কৰি সিহঁতে নৱবুৰ চিৰালফটা উদং পিঠিখনলৈ মাত্ৰ চাই থাকিল । নৱবুৰ বহল পিঠিখনত বেত্ৰাঘাতৰ দীঘল আঁচ কিডাল তেতিয়াও ৰঙা পৰি আছিল ।

'কি দোষত সিহঁতে তোমাক এনে ব্যৱহাৰ কৰিলে নৱবু - সিহঁত মানুহ নে পিশাচ ?' মানুহবিলাক অলপ উত্তেজিত হৈ উঠিল । নিংমাই ওচৰতে আঁঠুপাৰি পিঠিৰ ক্ষত চিনবিলাকৰ ওপৰত আলফুলে আঙুলি ফুৰাই দিব বিচাৰিলে । তাইৰ চকুপানী বৈ আহিল যদিও ওঁঠ কামুৰি নিংমাই উচুপনিক দমন কৰি ৰাখিলে ।

'দেশক ভাল পোৱাটোৱেই মোৰ দোষ হৈছে । ধৰ্মৰ হকে মাত মতাৰ বাবেই সিহঁতে মোৰ বিচাৰ এনেদৰেই কৰিলে ।'

'নিজৰ দেশ আৰু ধৰ্মক ভাল পালেই ইমান নিষ্ঠুৰ আচৰণ কৰিব নেকি সিহঁতে ?' এজন ডেকা বয়সৰ মানুহ অধিক উত্তেজিত হৈ উঠিল ।

'সিমানেই নহয় । মই ধৰ্ম এৰিলো বুলি সিহঁতক লিখি দিব লাগে । আৰু......................'

বাকী কথা নৱবুৰ মুখৰ পৰা ওলাই নাহিল । মাজ ডিঙিত আহি লাগি ধৰিলে । ব্যক্ত কৰিব নোৱাৰা কথা কিটাৰ বেদনাত সি মুৰটো জোকাৰি থাকিল ।

'আৰু কিবা ক'লে নেকি?' নৱবুৱে কিবা ক'ব বিচাৰিও বৈ যোৱা যেন অনুমান কৰিলে মানুহবিলাকে ।

'আৰু কি ক'লে শুনিব বিচাৰিছা - ক'লে বিশ্বাস কৰিবানে তোমালোকে ?'

কিবা এটা দুঃসংবাদ শুনিবলৈ পোৱাৰ আশঙ্কাত সিহঁতে মনে মনে থিয়দি থাকিল ।

'শুনা তেনেহলে । কায়েৰি মঠৰ খেন্‌পো, মোৰ ভাইক মঠৰ বাহিৰলৈ আনি মই নিজে বিবস্ত্ৰ কৰিব লাগে । জন সাধাৰণৰ সমুখত থিয় কৰাই গণশত্ৰু বুলি বেত্ৰাঘাত কৰিব পাৰিলে মোক সিহঁতে পদবী আৰু ক্ষমতা দিব হেনো ।'

নৱবুৰ কথা শুনি মানুহবিলাকে হায় হায় কৰি উঠিল । গুৰুজনাৰ কথা জানিব বিচাৰিলে ।

'গুৰু জনা এতিয়া ক'ত আছে ?'

'মঠৰ ভিতৰতে বন্দী হৈ আছে । হাতে - ভৰিয়ে লোহাৰ শিকলি লগাই থৈছে । হানৰ এবেহা খাবলৈ দিয়ে । শিলৰ মজিয়াখনেই বিছনা ।'

মানুহবিলাকৰ মুখৰ পৰা 'ওম-মণি-পদ্মে-হুম' মন্ত্র স্বতঃস্ফুর্ত ভাৱে ওলাই আহিল ।

'বাকী ভিক্ষুসকল ?' ছমাহ আগলৈকে মঠত থকা ভিক্ষুৰ সংখ্যা পাঁচশ জন আছিল বুলি সকলোৱে জানে।

'কেইজন মানকহে দেখিলোঁ । দুখ লগাকৈ জীয়াই আছে । শৰীৰ বুলিবলৈ তেওঁলোকৰ গাত হাড় আৰু ছালখিনি মাত্র বাকী । আচনিয়া ঠাইত হালে হালে সাঙুৰি কামত লগাইছে । কিছুমানক গৰাল দি থৈছে । সেইটোৱেই হানৰ মৰং ঘৰ । বাকী সকল কেনি আছে দেখা নাপালোঁ' ।

নৰবুৱে দিয়া বৰ্ণনা শুনি মানুহবিলাকে আন কথা সুধিবলৈ ইচ্ছা নকৰিলে ।

'আৰু শুনিবানে ?' অপমান আৰু হতাশাৰে জৰ্জৰিত নৰবুৱে গুমৰি উঠিল ।

'হানে মঠৰ সা-সম্পদ সকলো লুটিলে । সোণ - ৰূপৰ বিগ্রহ এটাও নাই । চাকি এগচিকো জ্বলা নেদেখিলোঁ । খাদ্য ভৰালটো উদং হৈ পৰি আছে । লামা সকলৰ কোঠালি বিলাক সৈনিকে দখল কৰিলে । পূজাৰ থাপনা জোতাৰে গচকি যেনেকি ইহঁতে আমাৰ ধৰ্মকো নাশ কৰিলে ।

নৰবুৰ কথা ইমানতে আধৰুৱা হ'ল । ওঁঠ কামুৰি ধৰি সি পিঠিৰ যন্ত্রণা পাহৰিব বিচাৰিলে ।

'আপোনালোকে অনুগ্রহ কৰি যাওক এতিয়া । ইয়াত জুম বান্ধি থকা দেখিলে সিহঁতে বা আৰু কি কৰে কোনে জানে ।'

নিংমাৰ অনুৰোধ শুনি মানুহবিলাক গুচি গ'ল । যাওঁতে যাওঁতে আত্ম শান্তনাৰ মন্ত্র উচ্চাৰণ কৰিলে 'ওম-মণি-পদ্মে-হুম' বুলি ।

মানুহবিলাক আঁতৰি যোৱাৰ পিচতেই নিংমাই শীতল পানীত কাপোৰ তিয়াই বেত্ৰাঘাতৰ কেঁচা ক্ষতবিলাক লাহে লাহে ধুই দিব ধৰিলে। নিংমাৰ দুগাল বৈ অহা চকুলো নৰবুৱে দেখা নাপালে যদিও অস্পষ্ট উচুপনি নুশুনাকৈ নাথাকিল । দুটোপাল তপত চকুলো পিঠিত পৰাত নৰবুৱে নিংমালৈ উভতি চালে ।

'বেজাৰ নকৰিবা নিংমা । হানৰ পৰাধীন হৈ থাকিব লগা হলে পৰিণতি কি হ'ব এয়ে তাৰ আৰম্ভণি । আজি সিহঁতে মোক অকলশৰীয়াকৈ পাই নিৰ্যাতন দিলে সঁচা, কিন্তু এই দেশৰ হাজাৰ হাজাৰ নিৰ্য্যাতিত

মানুহ যিদিনা এক গোট হৈ থিয় দি উঠিব সিদিনা কিন্তু কথা বেলেগ হৈ যাব চাবা । সিদিনা মইও গৈ থিয় দিম সেই মানুহৰ লগতে ।'

'পিচৰ কথা পিচতো ক'বা । এতিয়া অলপ শান্ত হৈ থাকা । কোনে ক'ত চোপ দি কথা শুনি আছে কেনেকৈ জানিবা ।'

গিৰিয়েকক প্ৰবোধ দিলে যদিও নিংমাৰ মনে নামানিলে । 'তুমি কি আছিলা - সিহঁতে তোমাক কি কৰিলে ! এটা পুৰণি বংশৰ তুমি বংশধৰ, এখন সমাজৰ তুমি মুৰব্বী আছিলা । এনে এজন মানুহক নিৰ্য্যাতন দি সিহঁতে পেলাই থৈ গ'ল বাটৰ ধূলিত !' পুনৰ উচুপি উঠিল নিংমাই ।

'তুমি কান্দিলেও - হাজাৰ খাম্পাই কান্দিলেও হান কেতিয়াও আঁতৰি নাযাব । ইহঁতৰ বিৰুদ্ধে সাহসেৰে থিয় দিব লাগিব এয়ে একমাত্ৰ পথ খোলা আছে ।'

নিংমাক একাষে শুৱলৈ ঠাই এৰি দি নৰবুৱে বিছনাখনত দীঘল দি পৰিল । শুই থকা পেমাক দুহাতে সাবটি লৈ নৰবুৱে আত্মশান্তনা লভিব বিচাৰিলে । তেলৰ চাকিটো নুমুৱাই দিয়াৰ লগে লগে অপমানৰ তীব্ৰ বেদনাই নৰবুৰ দেহ, মনক জুমুৰি দি ধৰিলে । প্ৰতিহিংসাৰ তাড়নাত সি অস্থিৰ হৈ উঠিল । নিজৰ মূৰৰ চুলিত নিজেই খামোচ মাৰি ধৰি নৰবুৱে দাঁত কৰচিলে । প্ৰতিহিংসাৰ পথ মনতে বিচাৰি থাকোতে জাগ্ৰত পৃথিবীখনৰ লগত তাৰ চেতনা বিচ্ছিন্ন হৈ পৰিল ।

টোপনিতে নৰবুৱে সপোন দেখিব ধৰিলে । সপোন দেখিলে এখন প্ৰবাহিত তেজৰ নৈৰ । সেই নৈৰে উটি যাব ধৰা দেখিলে শত শত খাম্পাৰ ছিন্ন-ভিন্ন দেহ । পেমাকো সেই তেজৰ নৈৰে উটি যাব ধৰা দেখি পে - মা - দো বুলি নৰবুৱে চিঞৰি উঠিল । নিদ্ৰিত নৰবুৰ চিঞৰ ফুটি নোলাল । তাৰ মুখৰ পৰা ওলোৱা গোঁ গোঁৱনি শব্দ শুনি নিংমাই ধৰফৰাই উঠি বহিল । নৰবুৰ গাত ধৰি জোকাৰি দিলে ।

'কি হৈছে - বেছিকৈ বিষাইছে নেকি ?'

'নাই নাই একো হোৱা নাই । বেয়া সপোন এটা দেখিছিলো মাত্ৰ।' এই বুলি পেমাক বুকুৰ মাজলৈ টানি লৈ চোনাম নৰবু পুনৰ শুই পৰিল এক ৰ'দ উজ্জ্বল প্ৰভাতৰ কল্পনাত ।

পিচদিনা সকলো মানুহে নিজৰ নিজৰ ঘোঁৰাত মালবস্তু বান্ধি লৈ যাবলৈ সাজু হ'ল । নৰবুৱেও নিজৰ মালবস্তু ঘোঁৰাৰ পিঠিত বান্ধি থাকোতে নিংমাইও সহায় কৰিলে । কেইজনমান হান সৈনিকক সিহঁতৰ পিনে আগবাঢ়ি

আহি থকা দেখি লিংমাই নৰবুক সকীয়াই দিব বিচাৰিলে ।

'ত্ৰাচি বোলা পাপীটো এই ফালেই আহি থকা যেন লাগিছে । কিবা ক'লে শুনি থাকিবা - উত্তৰ একো নিদিবা ।'

'আহিব দিয়া । যি উত্তৰ দিব লাগে মই দিম ।' নৰবুৱে আহি থকা ত্ৰাচিলৈ উভতিও নাচালে । মালবস্তু বন্ধাতেই ব্যস্ত হৈ থাকিল ।

'যেণীয়েৰইঁতক কুম্‌বুমতে থৈ তই অকলে যাবি চিলিঙলৈ ।'

ত্ৰাচিৰ আদেশসূচক নিৰ্দেশটো শুনি নৰবুৱে ত্ৰাচিলৈ উভতি চালে ।

'আৰু কিবা বাকী থাকিল নেকি ?' ক্ষোভ আৰু ইতিকিঙৰ সুৰতে উত্তৰ দিলে নৰবুৱে ।

'আছে আছে । আৰু বহুত বাকী আছে নৰবু । বেঁকা মন পোনাবলৈ অলপ সময় লাগে । মই গৈ কুম্‌বুম্ নোপোৱালৈকে তই কুম্‌বুমতে থাকিব লাগিব । নৈৰ পাৰত থকা শিবিৰতে থাকিবি । এই আদেশ অমান্য কৰিলে হাবিত সোমালেও তোক বিচাৰি উলিয়াম । পানীৰ তলতে হওঁক বা মাটিৰ তলতে হওঁক, য'তে লুকাই থাকিবি তাতে পৰাই ধৰি আনিম তোক - বুজিছনে নাই ?'

ত্ৰাচিয়ে নৰবুক নিৰ্দেশ দি থাকোতে আন যাত্ৰীসকলে দূৰত থিয় দিয়েই কথাবিলাক শুনিবলৈ চেষ্টা কৰিলে ।

'আৰু কি কি কৰিব লাগিব তাকে এতিয়াই কৈ লোৱা'।'' ঘৃণা আৰু বিদ্ৰূপেৰে কোৱা নৰবুৰ কথা কিটা শুনি ত্ৰাচিয়ে বৰ ভাল নাপালে ।

'পৰিৱৰ্তনক মানি ল নৰবু, এতিয়াও সময় আছে । সময়ৰ লগত খোজ মিলাবলৈ শিক্ । তেতিয়া হ'লে মোৰ নিচিনাকৈ হাজাৰ জনৰ সমুখত মূৰ তুলি থিয় দি থাকিব পাৰিবি । পদবী-ক্ষমতা আৰু মান-সন্মানো বহুত পাবি । পৰিৱৰ্তনক মানি নল'লে পূজা পাঠ, ৰীতি-নীতি আৰু মঠ - মন্দিৰৰ লগতে তইও নোহোৱা হৈ যাব লাগিব । পৃথিৱীখন বহুত সলনি হ'ব ধৰিছে নৰবু - মালা জপি জপি কিমান যুগ এনেদৰে বহি থাকিব পাৰিবি বুলি ভাবিছ ?'

নৰবুৱে উত্তৰ নিদিয়া যেন দেখি ত্ৰাচিয়ে এইবাৰ চোকা প্ৰশ্ন কৰিলে-

'তোৰ সিদ্ধান্তৰ ওপৰতে তোৰ আৰু পৰিয়ালটোৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে জানিবি । উত্তৰ তই নিজে দিবিনে - উত্তৰ আমি উলিয়াই ল'ব লাগিব নৰবু ?'

'উত্তৰ ময়ে দিম । এটা জীৱন এৰি আন এটা জীৱন ধাৰাত সোমাই পৰিবলৈ ভবা - চিন্তা কৰাৰ সময় নিশ্চয় দিবা ।'

'বেচ্ কথা । কুম্‌বুমত বহুত সময় পাবি । মই উভতি অহালৈকে দহদিন লাগিব । দহ দিন বহুত সময় । আনক তিনি বেট্ মাৰিবলৈ যিমান সময় লাগে সিমানতে সিহঁতে উত্তৰ দিবলৈ মুখ মেলি দিয়ে । তোক যেনিবা দহ দিন দিলোঁ ।'

নিজৰ দানৱীয় তৃপ্তিত নিজেই আনন্দিত হৈ ব্ৰাচি উভতি গ'ল কায়েৰি মঠৰ ভিতৰলৈ । ব্ৰাচিক উভতি যোৱা দেখি গাঁৱৰ মানুহখিনিও উঠি বহিল নিজৰ নিজৰ ঘোঁৰাৰ ওপৰত । চুৰ্খাংৰ দিশলৈ ঘোঁৰা চলাই দিওঁতে সিহঁতে চোনাম নৰবুৰ কাষেৰেই পাৰ হৈ যাব ধৰিলে ।

'তুমি উভতি অহালৈকে আমি ধৈৰ্য্যৰে অপেক্ষা কৰি থাকিম । এই অপমানৰ পোতক তুলিবলৈ তুমি যি কৰিবলৈ ক'বা আমি তাকেই কৰিম ।'

যাওঁতে যাওঁতে মানুহবিলাকে দি থৈ যোৱা প্ৰতিশ্ৰুতিত নৰবুৰ মনত কোনো ভাৱান্তৰ নঘটিল । চুৰ্খাং অঞ্চলৰ অধিবাসী তাৰ একান্ত অনুগত বুলি নৰবুৱে জানে । সি হানৰ বিৰুদ্ধে থিয় দিছে বুলি গম পালেই চুৰ্খাং অঞ্চলৰ সকলো  মানুহ আাহি তাৰ ওচৰতে থিয় দিব বুলিও নৰবুৰ বিশ্বাস আছে । কিন্তু স্বজাতিৰ এই বিপদ কালত হানৰ বিৰুদ্ধে সি অকলে থিয় দিলেই নহ'ব । সমগ্ৰ চুৰ্খাং অঞ্চলৰ মানুহ থিয় দিলেও হানৰ নোম এডালো উভালিব নোৱাৰিব বুলি নৰবুৱে বুজি পাইছে । থিয় দিব  লাগিলে প্ৰতিজন খাম্পা আগুৱাই আহিব লাগিব । কুম্‌বুমতে পূব তিব্বতৰ পৰিস্থিতিক জানি ল'ব পাৰিব বুলি ভাবি ওচৰতে থিয় দি থকা পেমাক সি ঘোঁৰাৰ ওপৰত তুলি দি নিজেও উঠি বহিল ।

উদিত সূৰ্য্যৰ স্নিগ্ধ ৰশ্মিয়ে কায়েৰি পৰ্বতৰ হিমাবৃত শিখৰবিলাক সেন্দুৰীয়া কৰি তুলিব ধৰোতেই নৰবুৱে ঘোঁৰা মেলি দিলে কুম্‌বুমৰ দিশত । কায়েৰিৰ পৰা কুম্‌কুম্‌ৰ দূৰত্ব বেগাই গ'লে এবেলাৰ বাট আছিল আগতে । হানসকলৰ অহাৰ পিচৰে পৰা এতিয়া এটা দিন লগা হ'ল । আগতে মানুহে পাহাৰ বগাই চুটি পথেৰেই অহা - যোৱা কৰিছিল । এতিয়া সেই পথ অচল হ'ল । গাঁওবাসীয়ে সেই পথেৰে যোৱাটো এতিয়া হানে নিষিদ্ধ কৰিছে । নতুন আলি বাটটোৰেই সকলোৱে অহা - যোৱা কৰিব লাগে । এই মটৰ আলিটোৰ ঠায়ে ঠায়ে এতিয়া সামৰিক পৰীক্ষা চকী বহিছে । এই চকী - বিলাকত এতিয়া তন্ন তন্নকৈ পৰীক্ষা কৰা হয় । আনকি গাত পিন্ধা চুবাটোকও খুলি দেখুৱাব লাগে। এই পৰীক্ষা চকীবিলাকত

সোধা প্ৰশ্নৰো কোনো আদি অন্ত নাই । অলপ সন্দেহ হলেই মানুহক ৰাখি থোৱা হয় । অধিক অনুসন্ধানৰ কাৰণে লৈ যোৱা হয় ওচৰৰ সামৰিক চাউনীলৈ । অনুসন্ধানৰ নামত ধৰি বান্ধি ৰখা হয় কেইবা দিনলৈকে । সন্দেহ আঁতৰিলে এৰি দিয়ে - নতুবা পঠিয়াই দিয়ে আৰু দূৰলৈ । ক'লৈ পঠিয়াই কোনেও নাজানে ।

নতুন প্ৰশাসনে হেনো খাম্পাসকলৰ গাত বিদ্ৰোহৰ গোন্ধ পাইছে। সেই কাৰণে অবাটে অহা - যোৱা কৰাটো বন্ধ কৰি দিছে । প্ৰয়োজনতকৈ অতিৰিক্ত খাদ্য বস্তু কোনেও নিব নোৱাৰে । তেনে অতিৰিক্ত খাদ্যবস্তু পালে পৰীক্ষা চকীবিলাকতে ৰাখি থোৱা হয় । মাখন কোনেও লগত নিব নোৱাৰে । এচিকতা পালেও কাঢ়ি ৰখা হয় । মাখন খোৱাটো হেনো পুঁজিপতিৰহে অভ্যাস ।

কায়েৰি মঠৰ পৰা এক কিঃমিঃ মান আঁতৰতে সৰু গাঁও এখন আছে । গাঁৱখনৰ নাম ডফু । ঘৰ আছে পোন্ধৰতা । ডফু গাঁৱৰ মানুহে কায়েৰি মঠৰ তীৰ্থযাত্ৰীৰ ওপৰতে নিৰ্ভৰ কৰি চলি আহিছে । তীৰ্থযাত্ৰীসকলৰ ঘোঁৰাক ডফুৰ মানুহেই ঘাঁহ - পানী দিয়ে । তাৰ বাবে তীৰ্থ - যাত্ৰী সকলে যি দিয়ে তাৰেই ডফুবাসীৰ ভৰণ - পোষণ চলি যায় ।

গাঁওখন অলপ ভিতৰত । নতুন মটৰ আলিৰ পৰা চকুত নপৰে । ডফু গাঁৱলৈ সোমাই যোৱা তিনি আলিটোতে নৰবুইঁতে লগ পালে আৰু কেইজনমান যাত্ৰীক । সিহঁতো ঘোঁৰাতে বহি গৈ আছিল । চিনা-পৰিচয় হওঁতে সিহঁতো কুম্‌বুমলৈ গৈ আছে বুলি নৰবুৱে জানিব পাৰিলে । সহযাত্ৰী পাই নৰবুৱে ভালেই পালে ।

'তোমালোক কোন পিনৰ পৰা আহিছা ?' নৰবুৱে সুধিলে,

'আমি চোকে অঞ্চলৰ অধিবাসী । কুম্‌বুমলৈ যাম ।

চোকে অঞ্চলটো নৰবুৱে জানে । ডফুগাঁৱৰ পৰা আৰু ভিতৰত। এবেলাৰ বাট । ত্ৰিশখন গাঁৱক সামৰি গঢ়ি উঠিছে চোকে অঞ্চল । গাঁওবিলাক সমৃদ্ধিশালী । চাপৰ চাপৰ পাহাৰৰ মাজে মাজে বিয়পি থকা অধিত্যকাতেই আছে এই গাঁও বিলাক । চোকে পৰ্বতৰ নামতেই চোকে অঞ্চল বুলি জনাজাত হৈ আহিছে অতীত কালৰ পৰাই । এই অঞ্চলৰ মাটি বৰ উৰ্বৰা। জলসিঞ্চনৰ ব্যৱস্থাও বহুত পুৰণি । চোকে মঠৰ সুনাম বহুদূৰ বিয়পা । এই মঠতো কেইবা শ ভিক্ষু থাকে । খেন্‌পো গৰাকীও অৱতাৰী লামা । মৰিলে পুনৰ ক'ৰবাত জন্ম লয় । বৰ্তমানৰ খেন্‌পো জন অতি বৃদ্ধলোক । বয়স এশৰো অধিক বুলি অনুগামীসকলে কোৱা - মেলা কৰে । বাৰ্দ্ধক্যৰ বাবে

নিজে লৰচৰ কৰিব নোৱাৰে । ভক্তসকলে শোৱা কোঠাৰ পৰা ডাণ্ডি আনি আসনত বহুৱায় । খেন্‌পো গৰাকী জ'নে তাতেই বহি ভক্তসকলক আশীৰ্বাদ কৰে । মঠৰ সম্পদো অনেক ।

এই সকলো নৰবুৱে নিজেই দেখিছে । মন্‌লাম উৎসৱৰ সময়ত চোকে মঠৰ মেলা চাবলৈ পূৰ্বতে সিও দুবাৰমান গৈছিল ।

'তোমালোকৰ অঞ্চলতো হান মানুহ সোমাইছে নেকি ?'

প্ৰশ্নটো অবান্তৰ বুলি জানিও নৰবুৱে সুধিলে ।

'আমিনো কি কম, আপুনি সময় পালে নিজেই গৈ এবাৰ চাই আহিবচোন ।'

চোকেবাসী এজনৰ এই উত্তৰটোত বহুতো অৰ্থমিহলি হৈ আছিল বুলি নৰবুৱে সহজে অনুমান কৰি লব পাৰিলে । আন কথা সুধিবলৈ ইচ্ছা নহ'ল । যাত্ৰী দলটোৱে কথা পতাত আগ্ৰহ প্ৰকাশ নকৰাত নৰবুৱেও মনে মনে ঘোঁৰা চলাই গৈ থাকিল । অলপ দূৰ যোৱাৰ পিচতেই চোকে যাত্ৰী দলটোৰ এজনে উপযাচি নৰবুক সুধিলে -

'আপুনিয়েই চুৰ্খাং অঞ্চলৰ মুখিয়াল চোনাম নৰবু নহয় জানো ?' প্ৰশ্ন কৰোতাজন নৰবুতকৈ বয়সত সৰু যদিও বক্তিত্ব থকা যুৱক যেন লাগিল ।

'কেনেকৈ জানিলা ?'

'চোকেৰ মন্‌লাম্ মেলাত এবাৰ আপোনাক দেখিছিলোঁ । তাৰ পিচতো আপোনাৰ কথা শুনি আছোঁ । অলপ আগতে আপুনি সুধিছিল নহয় চোকে অঞ্চলতো হান মানুহ সোমাইছে নে নাই বুলি ?'

'অ' সুধিছিলোঁ । কিন্তু কোনেও একো উত্তৰ নিদিয়া কাৰণে নাই যোৱা বুলিয়েই ধৰি লৈছোঁ ।'

'উত্তৰ দিলে আপুনি বিশ্বাস নকৰিব বুলি ভাবি একো উত্তৰ নিদিলোঁ । সময় পালে এবাৰ আমাৰ অঞ্চলটো চাই যাবচোন - হানে কি দুৰৱস্থা কৰিলে আমাৰ । মোৰ নাম ঙাৱাং ডোৰ্জে । চোকে মঠৰ কাষতে ঘৰ' ।

'নকলেও মই বুজি পাইছোঁ ঙাৱাং । এতিয়া তোমালোক যাবা ক'লৈ ?'

'কুম্‌বুমলৈকে গৈ আছোঁ ।' ঙাৱাঙে উত্তৰটো চমুকৈ দিলে যদিও সি কিবা কথা লুকুৱাবলৈ চেষ্টা কৰা বুলি নৰবুৰ ধাৰণা হ'ল ।

'কুম্‌বুম্ মঠত পূজা-পাতল দিবলৈ ওলাইছা নিশ্চয় ।' নৰবুৱে

পৰোক্ষভাৱে অৰ্থপূৰ্ণ প্ৰশ্ন কৰিলে ।

'বাকীবিলাকে মঠ পৰিক্ৰমা কৰিব, মোৰহে আন কিবা কাম আছে । আপুনি যাব ক'লৈ ?'

'এতিয়া মইও কুম্‌বুমলৈকে গৈ আছোঁ । তাৰ পৰা চিলিঙলৈকে যোৱাৰ কথা আছে ।'

চোনাম নৰবুৱে চিলিঙলৈ যাব বুলিয়েই ঘৰৰ পৰা ওলাই আহিছিল । কায়েৰি মঠৰ অপমানে তাৰ মনত বিৰূপ প্ৰতিক্ৰিয়া জগাই তুলিলে । চিলিঙত গৈ মাটিৰ খাজনা জমা দিব নে নাই সেই প্ৰশ্নও এতিয়া তাৰ মনত উদয় হ'ল ।

'চিলিঙত নো কি কাম ওলাল ? এতিয়া হেনো তাত হান সৈনিক ভৰি পৰিছে । তালৈ গৈ আপুনি কি কৰিব ? আমাৰ মানুহে চিলিঙৰ বাট এৰি পেলাইছে বুলি শুনিছোঁ ।'

'হানবিলাকে মাটিৰ খাজানা চিলিঙতে জমা দিবলৈ কৈছে' ।

'এই যোঁৱাবিলাকতে আপুনি খাজানা লৈ আহিছে নেকি ?' ঙাৱাঙৰ কথাত বিস্ময়তকৈ বিষাদ ভাবহে প্ৰকাশ পালে ।

'এনেকুৱাই বুলি ধৰি ল'ব পাৰা ।'

'আমাকো হানে তেনেদৰেই আদেশ দিছিল । কিন্তু আমাৰ কোনো মানুহ নোযোৱা দেখি দুমাহমান আগতে সিহঁত নিজেই আমাৰ অঞ্চললৈ আহিছিল । খাজানাৰ বাবে পাবলগীয়া যি আছিল তাতকৈ দুগুণ বস্তু ভঁৰাল খুলি সিহঁতে লৈ গৈছে । এভাগ নিলে খাজনা বুলি আৰু বাকী ভাগ লৈ গ'ল জৰিমনা ৰূপে । এতিয়া দুই-এঘৰৰ বাদে বাকী মানুহৰ ভঁৰালবিলাক উদং হৈ পৰি আছে । আমাৰ গোটেই অঞ্চলটোত এতিয়া খাদ্যৰ নাটনিয়ে দেখা দিছে । অভাৱগ্ৰস্ত মানুহবিলাকে খাদ্য বিচাৰি হাবিলৈ যাব আৰম্ভ কৰিছে । মোৰ লগত অহা এই মানুহ কিজনে মঠ পৰিক্ৰমা কৰাৰ পিচতে হান মুৰব্বীজনক আপত্তি জনাব । কাঢ়ি অনা আধা শস্য ওভতাই বিচাৰিব।'

'এবাৰ কাঢ়ি অনা খাদ্য বস্তুক হানে ওভতাই দিব জানো ঙাৱাং ?' নৰবুৰ মুখত তাচ্ছিল্যৰ ভাব ফুটি ওলাল ।

'কিয় নিদিব দিবই লাগিব । আমি কষ্ট কৰিম আৰু সিহঁতে ওপৰতে বহি খাব, সেইটো কেনেকৈ হ'ব ।'

ঙাৱাঙৰ কথাত প্ৰত্যাহ্বানৰ সুৰ ফুটি ওলোৱাটো নৰবুৱে মন কৰিলে ।

'আৰু যদি নিদিয়ে ?' নিৰ্য্যাতিত মানুহৰ মনৰ গতিধাৰাক জানিব

বিচাৰিলে চোলাম নৰবুৱে।

'যদি নিদিয়ে ......... গুৱাং বৈ গ'ল। লাকাম টানি ধোঁৱাটো ৰখাই দিলে। কিন্তু অসমাপ্ত কথাটো হ'লে সমাপ্ত নকৰিলে।

'তেনেদৰে নহয় গুৱাং। হান নির্যাতনক তেনেদৰে প্রতিৰোধ কৰিব নোৱাৰিবা। সকলো নির্য্যাতিত মানুহৰ মাত্ত এটাই হ'ব লাগিব। হানৰ বিৰুদ্ধে থিয় দিবও লাগিব একে লগে।'

এনে সময়তে যাত্ৰী দলটো গৈ নিয়মিত বিশ্ৰামৰ ঠাইখিনিত উপস্থিত হ'ল। সকলোৱে ঘোঁৰা ৰখাই নামি পৰিল।

নতুন আলি বাটটোৰ কাষতে আছে এডাল প্রকাণ্ড বনবীয়া বাদাম গছ। গছজোপা বহুত পুৰণি। গছৰ তলিখন চাফ - চিকুণ যদিও শুকান ঘোঁৰাৰ লাদ পৰি আছে ঠায়ে ঠায়ে। মানুহে বহি জিৰাবলৈ চেপেটা শিলাখণ্ড পাৰি থোৱা আছে কেইবা টটা।

এই জিৰণি লোৱা ঠাইখিনিতে সকলো যাত্ৰী আহি কন্তেক ৰয় বা ৰব লাগে। ইও এক প্রচলিত পৰম্পৰা। বাদাম গছজোপাৰ নিচেই কাষেৰে বৈ গৈছে অকণমানি নিজৰা এটা। এই নিজৰাটোৱে বৈ অহা শীতল পানী সকলোৱে কৰপুতে তুলি মুখত দিয়ে। এই নিজৰাত মুখ- হাত কোনেও নুধোৱে, ধুব নাপায়। নিজৰাটো বৈ আহিছে অলপ উচ্চতাৰ পৰা। সেই উচ্চতাত আছে এটা প্রাচীন শিলৰ গুহা। কোনোবা অতীত যুগত সেই গুহাতে বহি তান্ত্রিকে অলৌকিক ক্ষমতা আহৰণৰ বাবে কঠোৰ যোগ সাধনা কৰিছিল বুলি আজিও মানুহে বিশ্বাস কৰে। গুহাটোৰ আকাৰ বৰ ডাঙৰ নহয়। প্রকাণ্ড শিল এটাৰ গাতে কোনোবা নিপুণ খনিকৰে কাটি উলিয়াইছিল গুহাটো। এজন মানুহ পদ্মাসনত বহিলে গুহাটোত আৰু ঠাই বাকী নাথাকে।

এতিয়া গুহাটো পৰিত্যক্ত। কিন্তু অহা - যোৱা কৰা যাত্ৰীয়ে এতিয়াও গুহাটোৰ মুখতে চাকি বন্তি জ্বলাই থৈ যায়। জ্বলাব লাগে কাৰণেই জ্বলাই থৈ যায়। চাকি বন্তি জ্বলালে পুণ্য হয় বুলি ভাবে।

এই গুহাটোৰ গা চুই বৈ অহা কাৰনেই যে নিজৰাটো পবিত্ৰ হৈ পৰিছে এনে নহয়। আচল কথাটো হ'ল নিজৰাটোৰ বৈ অহা পানীয়ে স্পর্শ কৰি আহিছে আন এক প্রকাণ্ড শিলা খণ্ড। শিলা খণ্ডটো আছে গুহাটোতকৈ অলপ ওপৰত। এই প্রকাণ্ড শিলা খণ্ডৰ গাতে কাটি থোৱা আছে কিছুমান প্রাচীন নির্দেশ। এই নির্দেশ বাৰশ বছৰ আগৰ। পুৰণি তিব্বতীয় আখৰেৰে লিখা এই প্রকাণ্ড শিলালিপি সকলোৱে পঢ়িব

নাজানে। পঢ়িব পাৰিলে নোৱাৰিলেও সকলো যাত্ৰীয়ে এই প্ৰাচীন শিলালিপিৰ কাষতে 'খাটা' অৰ্পণ কৰি সেৱা কৰি যায়।

অতীততে এই শিলালিপি এক ৰাজকীয় নিৰ্দেশ আছিল যদিও এতিয়া ধৰ্মীয় সংস্কৃতিৰ ভিতৰুৱা হৈ পৰিছে। তিব্বত দেশত এতিয়া ৰজা নাই। ৰাজবংশৰো অন্ত পৰিছে। তালুৰ পৰা তলুৱালৈকে লোহাৰ বৰ্ম পিন্ধা সৈনিকে দেশ জয় কৰাৰ ৰাজনীতিৰো সমাপ্তি ঘটিছে। এতিয়া চলিছে ধৰ্মৰ শাসন। দালাই লামাই হ'ল দেশৰ মুৰব্বী।

এই শিলালিপি কটোৱা হৈছিল বাৰশ বছৰ আগতে ৰজা ত্ৰিচং-ডেট্‌চেনৰ শাসন কালত। ৰজা ত্ৰিচং-ডেট্‌চেনে বৌদ্ধ ধৰ্মকে তিব্বত দেশৰ ৰাজধৰ্ম বুলি ঘোষণা কৰি থৈ গৈছে। এইজন ৰজা বৰ পৰাক্ৰমী আছিল যদিও তিব্বতীয় সমাজত চলি থকা বিবাদ সমূহৰ অন্ত পেলাব পৰা নাছিল। ৰজাই দেশৰ ধৰ্মীয় মঠ আৰু গুৰুসকলক সৰ্বোচ্চ স্থান দিছিল যদিও বিভিন্ন মঠৰ মাজত চলি অহা আত্মঘাটী সংঘৰ্ষক ৰোধ কৰিব পৰা নাছিল। ৰজা ত্ৰিচং-ডেট্‌চেনে সেই আত্মঘাটী সংঘৰ্ষক ৰোধ কৰিবলৈকে যি নিৰ্দেশ জাৰি কৰাইছিল সেই নিৰ্দেশবিলাকক শিলালিপি ৰূপে প্ৰতিষ্ঠা কৰি থৈ গৈছিল। তিব্বত দেশৰ বিভিন্ন ঠাইত এই শিলালিপি আজিও আছে।

এই ৰাজকীয় নিৰ্দেশ আছিল দুবিধ। এবিধ ধৰ্মীয় আৰু আনবিধ প্ৰশাসনীয়। ধৰ্মীয় নিৰ্দেশত কোৱা হৈছে -

'কোনো মানুহৰ চকু কঢ়া নহ'ব; কোনো নাৰীৰ নাক কটা নাযাব, কোনো অপৰাধীৰ প্ৰাণদণ্ড নহ'ব'। সকলো মানুহে ৰজাৰ আদেশ মানি চলিব, কিন্তু সকলো মানুহ আৰু ৰজাই ভিক্ষুসকলৰ ওচৰত নতশিৰ কৰিব।

আনহাতে ধৰ্মক উচ্চস্থানত ৰাখিবলৈ ৰজা ডেট্‌চেনে এই আদেশকো শিলালিপিত লিখাই থৈ গৈছে যে -

'যিজনে ভিক্ষুৰ প্ৰতি আঙুলি টোৱাব, সেইজনৰ আঙুলি কটা যাব; যিজনে ভিক্ষুৰ বিষয়ে বা ৰজাৰ বৌদ্ধ ধৰ্মীয় নীতিৰ বিষয়ে বিৰূপ মন্তব্য উচ্চাৰণ কৰিব সেইজন ব্যক্তিৰ ওঁঠ কটা যাব, যিজনে এওঁলোকৰ প্ৰতি কু-দৃষ্টিৰে চাব সেইজনৰ চকু কাঢ়ি পেলোৱা যাব................"

বাৰশ বছৰ পূৰ্বতে জাৰি কৰা এই আদেশসমূহ তিব্বত দেশত আজিও প্ৰচলিত আইনৰূপে চলি আছিছে। এই নিৰ্দেশসমূহ বলবৎ কৰিবলৈ দেশত কোনো আৰক্ষীও নাই - কোনেও উলংঘাও নকৰে।

পুৰুষানুক্ৰমে চলি অহা এই আইনসমূহ হয়তো আৰু বহুকাল এনেদৰেই চলি থাকিলহেঁতেন। কিন্তু এই প্ৰবাহমান তিব্বতীয় সমাজ ব্যৱস্থা হঠাতে ওলট পালট হৈ পৰিব ধৰা দেখিলে নৰবুৱে। বজা রিচং-ডেট্‌চেনে বলবৎ কৰি থৈ যোৱা এই নিৰ্দেশবিলাক হানসকলে গচকি পেলোৱা নৰবুৱে নিজেই দেখিলে কায়েৰি মঠৰ ভিতৰত।

যাত্ৰী দলটোৱে পৰম্পৰাগতভাৱে নিজবাটোৰ পৰা অলপ অলপ পানী মুখত দি পৱিত্ৰ শিলাখণ্ডলৈ বুলি আগবাঢ়ি গ'ল। নতুন মঠৰ আলিটোৰ পৰা এই পৱিত্ৰ শিলাখণ্ডৰ দূৰত্ব বৰ বেছি নহয়। অলপ দূৰ খোজকাঢ়ি গৈয়ে যাত্ৰীসকলে শিলাখণ্ডলৈ উঠি যোৱা খট্‌খটিৰ মুখ পালেগৈ। খট্‌খটিৰ শিলবিলাক নেদেখি মানুহখিনিহতভম্ব হৈ পৰিল। সেইখিনিৰ পৰাই চেপেটা শিলৰ খট্‌খটিৰে উঠি যাব লাগে বুলি সিহঁতেও জানে। যোৱাবছৰো কুম্‌বুম্‌লৈ যাওঁতে এই শিলাখণ্ডতে নৰবুৱে 'খাটা' অৰ্পণ কৰি গৈছিল তাৰ মনত আছে। সেইবাৰো খট্‌খটিৰে উঠি যাওঁতে আগৰ নিচিনাকৈ খট্‌খটিৰ সংখ্যা গণিছিল। ত্ৰিশ চটা শিলাখণ্ড আছে বুলি জানিও প্ৰতিবাৰে গণি যাবলৈ সি নাপাহৰে। সেইটো তাৰ অভ্যাস নে আনন্দ সিও নাজানে। এই চিৰপৰিচিত শিলাখণ্ডবিলাক নেদেখি সিও আচৰিত হ'ল। লগৰবিলাকলৈ চাওঁতে সিহঁতকো হতভম্ব হোৱা দেখা পালে।

'তোমালোক ইয়াতে অপেক্ষা কৰা, মই ওপৰলৈ উঠিগৈ চাই আহোঁ'।

নৰবুৱে এঢলীয়া ওখ ঠাইখিনিৰে ওপৰলৈ উঠি যাব ধৰিলে। যাওঁতে যাওঁতে, সি ভাবিলে এই কাম হান সৈনিকেই কৰিছে বুলি। খটখটিৰ শিল বিলাক সিঁহতেই আঁতৰাইছে যাতে গাঁৱৰ মানুহ ওপৰলৈ উঠি যাব নোৱাৰা হয়।

নৰবু গৈ যেতিয়া ওপৰ পালে তেতিয়া তলত থিয় দি থকা মানুহ-বিলাকে তাৰ পিনে আগ্ৰহেৰে চাই আছিল। তললৈ পুনৰ উভতি চাই নৰবুৱে চিঞৰি উঠিল -

'হানে সকলো শেষ কৰি পেলাইছে।'

তললৈ নামি অহাৰ লগে লগে যাত্ৰী দলটোৱে নৰবুক আগুৰি ধৰিলে। গহীন হৈ পৰা নৰবুৱে বেদনা ভৰা সুৰেৰে বুজাই দিলে —

'এই পৱিত্ৰ শিলাখণ্ড সিঁহতে বিস্ফোৰকেৰে ভাঙি পেলাইছে। তাতো সন্তুষ্ট নহৈ ভঙা শিলাখণ্ডবিলাকো সিহতে বুটলিলৈ গৈছে। তাত এতিয়া একো নাই।'

নৱবুৰ কথা শুনি যাত্ৰী দলটোৱে হায় হায় কৰি উঠিল । 'ক'লৈ নিলে শিলাখণ্ডবিলাক – কি কৰিব সেই শিলেৰে ?' বিস্মিত মানুহবিলাকে ইজনে সিজনৰ মুখলৈ চাব ধৰিলে ।

'ক'লৈ নিব আৰু; নতুন মঠৰ আলিটোতে ছটিয়াই দিছে নিশ্চয় । এতিয়া সেই আলিটোৰ ওপৰেৰে মানুহক খোজ কাঢ়ি যাবলৈ বাধ্য কৰিব । মানুহে নিজৰ ধৰ্মক নিজে গচকিব লাগিব সেইটোৱেই হব সিহঁতৰ আনন্দ ।'

নৱবুৰ কথা শুনি বহুতে কপালে - মূৰে হাত দি মাটিৰ ওপৰতে বহি পৰিল । তাৰ পিছতেই বিষণ্ণ মনে মানুহবিলাক উভতি আহিল নিজৰাটোৰ পাৰলৈ । মঠৰ আলিটো পাই সিহঁতে সেই আলিত ঘোঁৰা তুলিবলৈ অস্বস্তি অনুভৱ কৰিলে । সিহঁতৰ লগতে নৰবুৱেও ঘোঁৰাৰ পৰা নামি পৰিল । আলিবাটৰ ওপৰত সিঁচৰিত হৈ পৰি থকা শিলৰ টুকুৰা কিছুমান বুটলি সিহঁতে পবিত্ৰ শিলাখণ্ডৰ স্মৃতি বিচাৰি চালে । অলপ আঁচ থকা যেন দেখিলেই সেই শিলৰ টুকুৰা সিহতে চুবাটোৰ ভাঁজত ভক্তি ভাবেৰে সুমুৱাই থলে । সেইটো সিহঁতৰে ধৰ্মিয় আনুগত্য আছিল নে অন্ধ বিশ্বাস আছিল সেই কথা হলে বুজা নগ'ল । যাত্ৰী দলটোৱে অলপ দুৰ যোৱাৰ পিচতেই সামৰিক পৰীক্ষা চকী এটা পালে । ঘোঁৰাৰ পৰা নামিবলৈ আদেশ পোৱাৰ লগে লগে সকলোৱে নামি পৰিল । সশস্ত্ৰ হান সৈনিকে যাত্ৰী দলটোক ভাগে ভাগে থিয় কৰাই নানান প্ৰশ্ন সুধিব ধৰিলে । ঘোঁৰাৰ পিঠিত ওলোমাই অনা য়াক চালৰ মোনাবিলাক তন্ন তন্নকৈ পৰীক্ষা কৰি চোৱাৰ পিচত গাত পিন্ধা চুবাবিলাকো খোলালে ।

'এইবিলাক কি ?'

'শিলৰ টুকুৰা । ভয়ে ভয়ে উত্তৰ দিলে মানুহবিলাকে ।'

'বাটৰ পৰাই বুটলি আনিছ নিশ্চয় ! সেই পূজা কৰা ঠাইৰ পৰাইনে?'

'হয় তাৰেই পৰা । সঁচা উত্তৰকে দিলে মানুহবিলাকে ।'

'কি কৰিবি ?'

'ঘৰলৈ নিম বুলি আনিছোঁ ।'

তাৰ বেছি উত্তৰ সিহঁতে বিচাৰি নাপালে । উত্তৰ আছিল যদিও অবুজ হানক বুজাব নোৱাৰিব বুলিয়েই সিহঁত মনে মনে থাকিল ।

'ঘৰলৈ নিবি নহয়নে ?' মৰিলেও তহঁতে মৰাশটো এৰি দিব নোখোজা মানুহ । এই মূৰবিলাকত এসোপা ধৰ্ম সোমাই আছে কাৰণে ভাল কথা শিকিব নাজানিলি । মঠত বহি খোৱা সোপাই যি কয় তাকেই চকু কাণ বন্ধ

কৰি শুনি থাক নহয়নে ?'

এই বুলি শিলাখণ্ডবিলাক গচকি গচকি ভাঙি যাত্ৰী দলটোক এজন এজনকৈ গতিয়াই গুৰিয়াই পাৰ কৰি দিলে পৰীক্ষা চকীৰ ডাং মাৰি ভাল।

নৰবুৱে অৱশ্যে এনে অশোভনীয় পৰিস্থিতিৰ সমুখীন হ'ব লগাত নপৰিল । ওখ ডাঙৰ আৰু ব্যক্তিত্ব থকা মানুহ যেন দেখি তাক অলপ আঁতৰলৈ লৈ গ'ল দুজন সৈনিকে । লগতে নিংমাও গ'ল । এজন সৈনিকে ঘোঁৰাৰ পিঠিত বান্ধি অনা টোপোলাত চাম্পাগুড়ি দেখা পালে । ভজা চম্পাগুড়িৰ সুগন্ধে তাৰ পেট কাল্মলাই তুলিলে । সৈনিকজনে তাৰ ভোকাতুৰ মনটোকে চম্ভালিব নোৱাৰি এমুঠি শুকান চাম্পাগুড়ি কোনেও নেদেখা যেন পাই মুখত ভৰাই দিলে । শুকান চাম্পাগুড়ি মুখত সোমাই দিয়েই সি কথা ক'ব নোৱাৰা হ'ল ।

'সেয়া চৰকাৰৰ ঘৰত জমা দিবলৈ অনা খাজানা' বুলি নৰবুৱে কোৱাৰ লগে লগে সৈনিকজনৰ মুখখন বিবৰ্ণ হৈ পৰিল । আনখন হাতৰ মুঠিত থকা চাম্পাগুড়িখিনি পুনৰ মোনাটোতে ভৰাই থৈ সি পানী বিচাৰি ল'ৰ মাৰিলে । পানী খাই উভতিল যদিও তাৰ হান দন্তখিনিক ক'ৰবাতে এৰি থৈ আহিল ।

'চৰকাৰৰ খাজনা বুলি আগতেই নকলি কিয় - কম পৰিব নেকি ?'

'তোমালোকেইতো চৰকাৰ, তোমালোকেই খাবা যেতিয়া আৰু এমুঠি খাই লোৱা' নৰবুৱে ইতিকিং কৰিলে ।

নিৰ্য্যাতিত নৰবুৰ মনত অৰ্দ্ধাহাৰী হান সৈনিকজনলৈ পুতৌহে উপজিলে । দান দিয়াত তিব্বতবাসীয়ে কেতিয়াও কৃপণালী নকৰে । মঠ-মন্দিৰ আৰু নিঃসহায় মানুহক দান দিয়াটো তিব্বতবাসীৰ ধৰ্মীয় পৰম্পৰা।

হান সৈনিকজনৰ ক্ষুধাৰ তাড়না দেখি চোনাম নৰবুৱে ভাবিব ধৰিলে যে ক্ষুধাই আছিল মানুহৰ আদিম সমস্যা । তিব্বত দেশৰো প্ৰথম মানুহৰ সমস্যা আছিল এই ক্ষুধা । চেন্ৰেজিগে ছয়বিধ শস্য দিয়া সত্ত্বেও সেই আদিম মানুহৰো ক্ষুধাৰ নিবৃত্তি হোৱা নাছিল । এই ক্ষুধা নিবৃত্তিৰ প্ৰচেষ্টাৰ পৰাই তিব্বত দেশতো সৃষ্টি হৈছিল পৰিয়াল, সমাজ, ৰাষ্ট্ৰ আৰু সাম্ৰাজ্য । আহিছিল ৰজা-মহাৰজা । লোহাৰ বৰ্মা পিন্ধা সৈন্যবাহিনী, সুউচ্চ আৰু শক্তিশালী 'জং' । যুদ্ধ আৰু ৰক্ত- পাতো হৈছিল এই ক্ষুধাৰ পৰাই । বঞ্চনা, প্ৰবঞ্চনা, ভোগ, সম্ভোগ, বিলাসিতা আৰু নগ্নতাৰো উৎপত্তি হৈছিল এই সৰ্বগ্ৰাসী ক্ষুধাৰ পৰাই । অৱশেষত ধৰ্মহে আহি এই সকলো নিৰ্মূল কৰিলে বুলি ভাবি স্বধৰ্মৰ প্ৰতি নৰবুৰ আস্থা আৰু অধিক

প্ৰগাঢ় হৈ পৰিল ।

চীন দেশৰ নতুন কমিউনিষ্ট চৰকাৰে এই ক্ষুধাৰ ৰাষ্ট্ৰীয় সমস্যাক হয়তো সমাধান কৰিব পাৰিব, কিন্তু ব্যক্তি ক্ষুধাৰ সমস্যাক কেতিয়াও সমাধান কৰিব নোৱাৰিব বুলি ভাবি কমিউনিষ্ট হান সৈনিকজনৰ প্ৰতি তাৰ পুতৌ উপজিল ।

পূৰ্বতে তিব্বতৰ মানুহ বান্দৰ আছিল যদিও ধৰ্মই সিহঁতক মানুহ কৰিলে । হাবিৰ পৰা বুটলি আনি মঠ - মন্দিৰবিলাকত সংস্থাপন কৰি দিলে । কিন্তু কনফুচিয়াচৰ দেশৰ মানুহেই আজি মানুহ গুচি অমানুহ হ'ল। জীৱনৰ মূল্যও নোহোৱা কৰিলে । টুফান আমি নে টুফান সিহঁতে বুলি কায়েৰি মঠৰ নিৰ্য্যাতনৰ কথা তাৰ মনলৈ উভতি আহিল । প্ৰতিশোধ লোৱাৰ গুপ্ত বাসনাই নৰবুক পুনৰ অস্থিৰ কৰি পেলালে। ধৰ্ম-অধৰ্ম, পাপ-পুণ্য আৰু স্বৰ্গ-নৰকৰ ব্যৱধান সি পাহৰি গ'ল । লাচাৰ জখাং দেৱালয়ৰ প্ৰাচীৰত অঙ্কিত কৰি থোৱা পাপী মানুহৰ নৰক যন্ত্ৰণাৰ চিত্ৰবিলাকো সি পাহৰি পেলালে । তাৰ বলিষ্ঠ হাতৰ শকত আঙুলি-বিলাকে খামোচ মাৰি ধৰিব বিচাৰিলে ককাঁলত গুজি থোৱা দাখনৰ ৰূপালী নালটো । হান সৈনিকজনৰ দীঘল ডিঙিত তাৰ দৃষ্টি আবদ্ধ হৈ পৰিল । নৰবুৰ এই আকস্মিক মৌনতাত নিংমাই বিপদৰ আগজাননী দেখা পালে ।

'কি কৰিছা তুমি - মোৰ পিনে চোৱা' বুলি নৰবুৰ গাত ধৰি জোকাৰি দিলে ।

'নাই নাই একো কৰা নাই । বস্তুখিনি বান্ধি লওঁ বুলি ভাবিছোঁ ।' নৰবুৰ মন উভতি আহিল চেতনাৰ বাস্তৱতালৈ । খুলি পেলোৱা টোপোলাবিলাক সযতনে পুনৰ বান্ধি লৈ পেমাক ঘোঁৰাৰ ওপৰত তুলি দিলে ।

'কালি কোৱা সাধুকথাটো শেষ হ'লনেকি পা - লা ?'

যাওঁতে যাওঁতে বাপেকক অকলশৰীয়াকৈ পাই পেমাই অৰ্দ্ধ সমাপ্ত সাধুকথাটোৰ কথা পুনৰ মনত পেলাইছিল ।

'সাধুকথাটো বহুত দীঘল পেমাদো । ইমান সোনকালে কেনেকৈ শেষ হ'ব । এখন দেশ আৰু এটা জাতিৰ কাহিনী শুনি শেষ হয় মানে তুমিও বুঢ়ী হৈ যাবা ।'

নৰবুৱে ধেমালি কৰি পেমাৰ মূৰত থকা ফাৰটুপিটো দাঙি পুনৰ পিন্ধাই দিলে ।

'তুমিতো শুনি শেষ কৰিছা, নহয় জানো ?'

'শুনিছোঁ কাৰণেই তোমাক ক'ব পাৰিছোঁ ।'

'তেনেহলে তুমি কিয় বুঢ়া হোৱা নাই ?'

উত্তৰ দিব নোৱাৰি নৰবুৱে হাঁহি দিলে । ওচৰে ওচৰে আহি থকা মৈণীয়েকলৈ নৰবুৱে চাওঁতে নিংমাইও হাঁহি দিলে ।

'আৰু কিমান দূৰ আছে পালা ?'

কুম্বুমৰ দূৰত্ব কিমান পেমাই নাজানে । তাই আমনি পোৱা যেন ভাবিলে নৰবুৱে ।

'ঘোঁৰা চলাবা নেকি পেমাদো ?'

'চলাম ।'

নৰবুৱে ঘোঁৰা ৰখাই দিলে । মাল কঢ়িয়াই অনা ঘোঁৰা এটাক আগলৈ আনি জীয়েকক তাতে তুলি দিলে । তাইৰ হাততে লেকাম তুলি দি নৰবুৱে ঘোঁৰাটোক নিজৰ কাষে কাষে লৈ যাব ধৰিলে ।

সকলো ল'ৰা-ছোৱালীৰ সৰুৰে পৰা ঘোঁৰা চলোৱাৰ অভ্যাস আছে । খাম্পা উপজাতিৰ এইটো এটা বিশেষত্ব । উৎসৱৰ দিনত ল'ৰা-ছোৱালীৰ মাজতো ঘোঁৰা দৌৰৰ প্ৰতিযোগিতা হয় । তেৰ চৌদ্ধ বছৰ বয়সৰ পৰাই চেমনীয়া- বিলাকে ধাবমান ঘোঁৰাত বহিয়েই কাঁড়মাৰি লক্ষ্যভেদ কৰিব পৰা হৈ উঠে । কুৰি বছৰীয়া ডেকা হৈ উঠিলে চেকুৰি যোৱা ঘোঁৰাৰ পিঠিত থিয় দিও জাঠি দলিয়াই লক্ষ্যবস্তুক শালিব পাৰে । এই অপূৰ্ব্ব দক্ষতা খাম্পাসকলৰেই এক বিশেষত্ব ।

'অলপ পিচতে আমি গৈ শ্ৰাংশ্বং মঠ পাম । হানবিলাকে এই মঠটো ভাঙি পেলাইছে বুলি শুনিছোঁ ।

'কিয় ভাঙিলে পা - লা ? হানবিলাকে পূজাপাঠ নকৰে নেকি, সিহঁতৰ জানো লামা নাই ?'

'সিহঁতৰ ধৰ্মও নাই — লামাও নাই । অকল বন্দুক লৈ যুদ্ধ কৰি ফুৰিব ভাল পায় ।'

'হু হু বিলাকৰ নিচিনাকৈ ডকাইতি কৰি ফুৰে নেকি ?'

পেমাই হু হু বিলাকক বেয়া মানুহ বুলিয়েই ভাবে । এবাৰ হু হু বিলাকৰ এটা দলে চুৰ্থাং গাঁৱতো ডকাইতি কৰিবলৈ আহিছিল, তাইৰ চকামকাকৈ মনত পৰে । সেইটো চাৰি বছৰ আগৰ কথা আছিল । সেইদিনা তাইৰ বাপেকে গাঁৱৰ সকলো মানুহক এক গোট কৰি হাতে হাতে বন্দুক লৈ গাঁৱখনত পহৰা দিছিল । সিদিনা তাইৰ এৰ ভয় লাগিছিল । মাকৰ লগত গৈ ঘৰৰ ওপৰ মহলাতে শুইছিল ।

'তেনেকুৱা নহয় পেমাদো - অলপ বেলেগ ।'

কথা পাতি গৈ থাকোতে পেমাক কিছুমান কথা বুজাই ক'বলৈ নৰবুৱে উত্তৰ বিচাৰি নাপায় । কমিউনিজিম কি সি ভালকৈ বুজি নাপায় কাৰণে পেমাকো বুজায় ক'ব নোৱাৰে । পূব তিব্বত দখল কৰি লোৱা হানবিলাকৰ কাম-কাজৰ নমুনা দেখি তাৰো মনত খেলিমেলি লাগে । হানৰ মতে সকলোৱে একেধৰণে খাব লাগে, পিন্ধিব লাগে আৰু কথাও পাতিব লাগে একেই ধৰণে । সিহঁতে যি কয় সেয়ে সঁচা বুলি মানি ল'ব লাগে । এনেবিলাক নেদেখা নুশুনা ৰীতি-নীতিৰ কথা ভাবি গৈ থাকোতেই নৰবুহঁত শ্ৰাংশ্বং মঠ থকা পাহাৰখন পালেগৈ । পাঁচশ ফুট থিয় শিলনিৰ ওপৰত প্ৰতিষ্ঠা কৰা শ্ৰাংশ্বং মঠটো তলৰ পৰা নেদেখি । পাইন গছৰ মাজে মাজে শিলনি বগাই উঠি গৈছে এটা সৰ্পিল ঘোঁৰা পথ । সেই পথেৰেই উঠি যাব লাগে পুৰণি মঠটোলৈ । তিব্বতৰ 'গেলুক্পা' মহাযান সম্প্ৰদায়ৰ প্ৰতিস্থাপক আদি গুৰু 'চাংখাপা'ই এই মঠতেই হস্তাক্ষৰৰ প্ৰথম শিক্ষা লৈছিল । শিক্ষা দিছিল গুৰু কাৰ্মা-পাই । সেই 'কাৰ্মা-পা' গুৰুৰে পৱিত্ৰ অস্থি সংৰক্ষিত কৰা আছিল 'এই প্ৰাচীন মঠত।

নৰবুৱে দূৰৈৰ পৰাই দেখা পালে সিহঁতৰ আগে আগে যোৱা চোকে অঞ্চলৰ মানুহখিনিক । সিহঁত থিয় হৈ আছিল শ্ৰাংশ্বং মঠৰ সিঁচৰতি ধ্বংসস্তুপৰ মাজত । নৰবুগৈ ওচৰ পাওতে সিহঁতে বিষণ্ণ মনে তালৈ চাই থাকিল ।

"আমাৰ ঐতিহ্যক এনেদৰেই বিনাশ কৰি পেলাব বিচাৰিছে ইহঁতে ।"

কথা কিটা উচ্চাৰণ কৰি নৰবুৱে সিঁচৰতি শিলাখণ্ডবিলাকলৈ ঘূৰি ঘূৰি চাব ধৰিলে । বগা ৰংসনা শিলাখণ্ড আৰু ফুল বচা কাঠৰ টুকুৰাবিলাকলৈ চাই চাই চোনাম নৰবু হতাশ হৈ পৰিল । সেই সিঁচৰতি হৈ পৰি থকা মঠৰ ভগ্নাংশবিলাকৰ লগতে যে গুৰুজনাৰ অস্থিও মিহলি হৈ আছে চোনাম নৰবুৱে তাকো বুজি পালে ।

এতিয়া মঠটো নাই । মঠলৈ উঠি যোৱা শিলৰ মসৃণ পথটো একাংশ বিস্ফোৰণেৰে উৰুৱাই পেলোৱা হৈছে । অহা-যোৱা কৰা যাত্ৰীসকলে এতিয়া মঠৰ সিঁচৰতি হৈ পৰি থকা ভগ্নস্তুপতে চাকি বন্তি জ্বলাই থৈ যায় । কোনো কোনোৱে খাটাও অৰ্পণ কৰে, ফল-মূল দিও সেৱা কৰে ।

হান সৈনিকৰ গাড়ী এই পথেৰে গলে গাড়ী ৰখাই সিহঁতে কিৰীলি পাৰি নামি আহে । তৰ্পণ-কৰা পৱিত্ৰ খাটা বিলাক লৈ সিহঁতে টনা-

আঁতোৰা কৰে 'টিয়লেট্ পেপাৰৰ কাম চলাই দিবলৈ । কল মূল দেখিলে গচকি গচকি যেনেকৈ-তেনেকৈ কৰি পেলায় । এই সকলো অপকৰ্মৰ নিৰ্দেশ দিয়ে গাড়ীত বহি থকা বিষয়াই । কোনো তিব্বতীয়ক চাকি-বন্তি জ্বলোৱা দেখা পালেতো কথাই নাই । উধাই মুধাই কোবাব ধৰে । কোনো কোনো জনক মাটিৰে চোচোঁৰাই নিয়ে বিষয়াৰ কাষলৈ । তাতো চলে ওপৰৰখি চৰ কিল ।

ভগ্নস্তূপ এৰি থৈ যাত্ৰী দলটোৱে পুনৰ উভতি আহিল মঠৰ আলিটোলৈ । অলপ দূৰ আহিয়েই সিহঁতে সন্মুখীন হ'ল সামৰিক যানৰ এটা দীঘলীয়া কনভয় । সৈনিক ভৰ্তি যানবিলাক আহি আছিল দক্ষিণৰ পৰা উত্তৰ দিশলৈ । কনভয়টো অহা দেখি যাত্ৰী দলটোৱে আলিটো এৰি কাষৰ পথাৰলৈ যোঁৱা নমাই দিলে । ক্ষন্তেক পিচতেই কনভয়টো হৰ্‌হৰাই গুচি গ'ল নৰবুহঁতৰ কাষেৰে । কুম্‌বুমলৈকে যাব বুলি তাৰ অনুমান হ'ল । গাড়ীবিলাকে উৰুৱাই থৈ যোৱা ধূলিখিনি পাতল হোৱালৈকে অপেক্ষা কৰি যাত্ৰীদলটোৱে পুনৰ আলিবাটলৈ উভতি আহিল । সেই ঠাইৰ পৰা কুম্‌বুমৰ দূৰত তিনি কিঃমিঃ মান বাকী আছিল । ঠাইখিনি পৰ্বতীয়া ।

"আৰু কিমান দূৰ আছে পা - লা ?" কুম্‌বুম্ পাবলৈ পেমা অধিৰ হৈ উঠিল । যোঁৱা চলোৱাৰ আনন্দও নোহোৱা হ'লা ।

"বেছি নাই আৰু । অলপ পিচতেই মঠটো দেখিবলৈ পাবা । গল্প এটাকে কওঁ শুনিবানে ?" আমনি পোৱা জীয়েকক সান্ত্বনা দিবলৈ নৰবুৱে গল্প ক'বলৈ সাজু হ'ল ।

"কালিৰটোৱেই নে ?"

"কালিৰ কোনটো পেমাদো ?"

"সেই যে নেজ থকা মানুহৰ কথা কৈছিলা ।" কথাটো কৈয়ে পেমাই খিল্‌খিলাই হাঁহি দিলে । নেজৰ ৰহস্যই যেন তেতিয়াও তাইক আমোদ দি আছিল ।

"বাপেকৰ হে নেজ আছিল - পুতেকহঁতৰ নাছিল নহয় ।"

পেমাৰ আমোদজনক প্ৰশ্নই নৰবুকো হঁহুৱাব খুজিলে ।

"বাপেকৰ নেজ আছিল যেতিয়া পুতেকহঁতৰো থাকিব লাগিব । আমাৰ ঘৰত সিদিনা ওপজা য়াক পোৱালিটোৰ নেজডাল নাই জানো ?"

"এইটো হ'ল জন্তুৰ কথা । সিহঁত আছিল মানুহৰ বংশ । আকাশৰ পৰা নামি আহি মানুহ হৈ ওপজা চেন্‌ৰেজিক দেৱতাহে আছিল । গতিকে

পুতেকহঁতৰ দেওবিলাক মন্ত্ৰ কৰি নোহোৱা কৰি দিছিল হ'ব পাৰে ।' জীয়েকৰ যুক্তিপূৰ্ণ কথাৰ উত্তৰ নবনুৱে তেনেকৈয়ে দিলে ।"

"হ'বও পাৰে সহয়নে পা - লা । এতিয়া কোৱা ।' বাপেকৰ যুক্তি মানি লৈ পেমাই সাধু শুনিবলৈ সাজু হ'ল ।"

"আমাৰ গ্যাল্লো বিস্পোচেজন সৌ খন গাঁৱতে ওপজিছিল ।" এই বুলি কৈ নবনুৱে বিপিকি বিশিকিকৈ দেখা গাঁওখনলৈ আঙুলিৰে দেখুৱাই দিলে । টিলা এটাৰ ওপৰত অৱস্থিত গাঁওখন সৰু যদিও দূৰৈৰ পৰা ছবিৰ নিচিনা লাগে । গাঁওখনৰ নাম টাক্‌ৎসেৰ । ত্ৰিশটা মাত্ৰ ঘৰ । সৰু গাঁওখনলৈ চাই পেমাৰ বিশ্বাস নহ'ল ।

"ইমান সৰু গাঁওত ভগৱানৰ জন্ম হয়নেকি পা-লা ?"

"হ'ব পাৰে । ভগৱান য'তে ত'তে থাকে । য'তে ত'তে উপজিবও পাৰে । চেন্‌ৰেজি দেৱতাই বান্দৰৰ ৰূপ লৈ আমাৰ দেশৰ হাবিতে আহি ওপজা নাছিল নেকি ?"

"অ' উপজিছিল । এতিয়া কোৱা গ্যাল্লো বিম্বোচে কাৰ ঘৰত আহি ওপজিল আৰু কেনেকৈ ওপজিল ।"

"কেনেকৈ ওপজিব আৰু - মাক-বাপেকৰ ঘৰতেই উপজিল ।"

"ধ্যেৎ, ভগৱানৰ আকৌ পাপা আমা থাকে নেকি ? তুমি ধেমালি কৰিছা ।" পেমাই মুখ ওফন্দাই দিলে ।

এইবাৰ নবনুৰ উত্তৰ নোহোৱা হ'ল । সি আকৌ বিপাঙত পৰিল । তাৰ জ্ঞানেও ঢুকি নোপোৱা প্ৰশ্নৰ উত্তৰ সি দিয়ে ক'ৰ পৰা বুলি ভাবি অলপ টলকা মাৰিলে । চেনৰেজিপ্ দেৱতাৰ মাক-বাপেক আছিল নে নাই সেই কথা সিও নাজানে । এই প্ৰশ্ন কোনো দিনে উত্থাপন হোৱা বুলিও তাৰ মনত নপৰিল ।

"এইবিলাক হ'ল শাস্ত্ৰৰ কথা । ডাঙৰ হৈ ধৰ্ম পুথিবিলাক পঢ়িব পৰা হ'লে তুমি নিজেই এই কথা বিলাক বুজিব পাৰিবা ।"

"গ্যাল্লো বিস্পাচে সেইখন গাঁৱতে উপজিল বুলি আন মানুহে তেতিয়াই গম পাইছিল নে ?"

"পোৱা নাছিল । আনকি মাক-বাপেকেও গম পোৱা নাছিল । গম পাইছিল তিনি বছৰ পিচতহে ।"

"কেনেকৈ গম পাইছিল পা - লা ?"

"আগৰজন বিস্পোচে ঢুকুৱাৰ পিচতে তেখেতৰ মুখখন পূব দিশলৈ নিজে নিজেই ঘূৰি গৈছিল । লাচাৰ জ্ঞানী লামাসকলে সেই দৃশ্য দেখা পাই

মৃত ৰিম্পোচেৰ আত্মাই পূব দিশতে ওপজিব বুলি জ্ঞানী লামাসকলে বুজি পাইছিল । গতিকে পূব দিশৰ ফালেই অনুসন্ধান আৰম্ভ হ'ল । লাচাৰ পৰা আমাৰ এই পূব দেশৰ দূৰত্ব তিনি মাহৰ বাট । লাচাৰ জ্ঞানীলোক সকলে দিয়া বৰ্ণনা অনুসৰি সেউজীয়া চালৰ ঘৰ এটা বিচাৰি কেইবাটাও অনুসন্ধানকাৰী দল আহিল পূব দিশলৈ । এটা দলে সেউজীয়া চালৰ ঘৰ এটা দেখা পালে সৌখন গাঁৱতে ।"

"ঘৰটো এতিয়াও তাত আছেনে ?"

"আছে । কিন্তু কোনেও নাথাকে ।"

"কিয় নাথাকে - ভূত আছে বুলি মানুহে ভয় কৰে নেকি ?"

"ভূত কিয় থাকিব । ভগৱান ওপজা ঘৰত ভূত থাকিব নোৱাৰে নহয় ।"

"অ' নোৱাৰে । তাৰ পিচত কি হ'ল ?"

"লাচাৰ পৰা অহা জ্ঞানী লোকৰ দলটোৱে বেপাৰী মানুহৰ ভেশছন ধৰি সেই সেউজীয়া চালৰ ঘৰটোত আহি আলহী হ'ল । লগুৱাৰ ভেশছন ধৰা সেই দলটোৰ নেতাজনে তিনিবছৰীয়া কেঁচুৱাটোক কোলাত তুলি লওঁতে কেঁচুৱাটোৱে মানুহজনে ডিঙিত পিন্ধি থকা মালাডালত থাপ মাৰি ধৰিলে । লগুৱাৰ ভেশছন ধৰা মানুহজনে কেঁচুৱাটোৰ পৰীক্ষা ল'ব বুলিয়েই মৃত গ্যাল্লোচেৰ মালাডাল ডিঙিত পিন্ধি গৈছিল । কেঁচুৱাটোৰ এই আচৰণত সেইজনেই নতুন গ্যাল্লোচে ৰিম্পোচে হ'ব লাগিব বুলি ভাবি ল'লে । কিছুদিন পিচত সেই দলটো পুনৰ উভতি আহিল গাঁৱখনলৈ । এইবাৰ মৃত দালাই লামাৰ লাখুটি, জপৰ মালা আদি কেইবাপদো বস্তু লৈ আহিল । লগতে নকল লাখুটি আৰু মালাও আনিলে । কিন্তু কেঁচুৱাটোৱে হলে নকলবিলাকক এৰি আচলবিলাকতহে হাত দিলে । তাৰ পিচত আৰু কোনো সন্দেহ নাথাকিল ।"

"লামাবিলাকে কেঁচুৱাটোক লৈ গৈছিল নেকি পা - লা ?"

"তেতিয়াই নিব পৰা নাছিল ।"

"কিয় নিব নোৱাৰিলে পা - লা, কেঁচুৱাটোক আমাই এৰি নিদিলে নেকি ?"

"এৰি কিয় নিদিব - এৰি দিবই লাগিব । ভগৱানক জানো কোনোবাই ধৰি বান্ধি ৰাখিব পাৰে পেমাদো ?"

"নোৱাৰে ।" তাৰ পিচত কি হ'ল কোৱা ।

"পাপা আমাই এৰি দিলে যদিও মা-বুফেং নামৰ ৰজাজনে এৰি

নিদিলে । আমাৰ খাম্পাসকলে গ্যাল্বো ৰিম্পোচেক মানি আহিছো যদিও আমি হানবিলাকৰ দেশতহে আছোঁ । শিশু গ্যাল্বোচে হানবিলাকৰ দেশৰ মাটিত ওপজা কৰনে মা-বুফেঙে দাম নাপালে এৰি নিদিব বুলি ক'লে । গতিকে লাচাৰপৰা শিশু গ্যাল্বোচেক নিব অহা লামাবিলাকে বহুত দাম দিব লগা হ'ল ।”

“কিমান দাম দিছিল ?”

“বহুত । চাৰিটা ঘোঁৰাই যিমান কঢ়িয়াব পাৰে সিমান দিছিল ।”

“মা-বুফেংটো বৰ বেয়া ৰজা আছিল তেনেহলে ।”

“বেয়া নহয় লুভীয়া ৰজা আছিল ।”

এনেতে এজাক তিব্বতীয় মানুহ কুম্‌বুমৰ ফালৰপৰা আহি থকা নৰবুহঁতৰ চকুত পৰিল । নৰবুহঁতৰ ওচৰ পায়ে সিহঁতৰ এজনে উত্তেজিত ভাৱে প্ৰশ্ন কৰিলে -

“ক'লৈ যাবা তোমালোক ?”

“কুম্‌বুমলৈকে গৈ আছোঁ আমি ।” ঘোঁৰাৰপৰাই উত্তৰ দিলে নৰবুৱে ।

“শুনা নাই নেকি কি হৈছে কুম্‌বুমত ?” কিবা এটা অভাবনীয় সংবাদ শুনাৰ আশঙ্কাত নৰবুহঁতৰ দলটো শঙ্কিত হৈ পৰিল ।

“নাই শুনা— কি হৈছে কোৱাচোন ।” নৰবুও চিন্তিত হ'ল ।

“লুচাৰ গাঁওত থকা হান বাহিনীৰ শিবিৰটোত হু হু বিলাকে আক্ৰমণ কৰিছিল । দুদিনমান ডাঙৰ যুদ্ধ হ'ল । শিবিৰটো দখল কৰি হু হু বিলাকে বহুত হান সৈন্য মাৰি পেলাইছিল ।

“এতিয়া পৰিস্থিতি কেনেকুৱা ?”

“ভাল নহয় । গাঁওখন হানবিলাকে পুনৰ দখল কৰি লৈছে । বহুত মানুহ মৰিছে । গাঁওবাসীবিলাকে ঘৰ-বাৰি এৰি চাৰিওপিনে পলাই গৈছে । কুম্‌বুম্ মঠৰ ভিক্ষুবিলাকো গুচি গৈছে ক'ৰবালৈ ।”

“মঠত এতিয়া ভিক্ষু কিমান আছে ?” নৰবুৰ প্ৰশ্নত উৎকন্ঠা আৰু উত্তেজনা মিহলি হৈ উঠিল ।

“দুই চাৰিজন মানুহ আছে বুলি শুনিছোঁ । বৃদ্ধ মানুহ কাৰণে পলাব নোৱাৰিলে । তোমালোকৰো কোনোবা আছিল নেকি মঠত ?”

“আছিল আছিল । আমাৰ এক মাত্ৰ ল'ৰাটোৱে তাতে ৰাপ্‌জুং হৈ লিখা-পঢ়া শিকিছিল ।”

ওৰেটো বাট ৰাপেক জীয়েকৰ কথা শুনি আহি থকা নিংমাই মাতৃসুলভ

ধৈৰ্য্যক আৰু ধৰি ৰাখিব নোৱাৰিলে । পিবিয়েকক হানৰ হাতত লাঞ্চিত হোৱা দেখিও ধৈৰ্য্য ধৰিছিল । এতিয়া একমাত্ৰ ল'ৰা টেনজিং যদি নোহোৱা হৈ যায় তেনেহলে তাইৰ বাবে আৰু কি বাকী থকিব বুলি ভাবি নিজৰ ঘোঁৰাটোক নৰবুৰ ওচৰলৈ চপাই আনিলে ।

"কুম্‌বুম্‌ পাবলৈতো আৰু বেছি দূৰ নাই যেতিয়া তুমি অলপ আগবাঢ়ি যোৱা । পেমাক ময়ে লৈ যাব পাৰিম ।"

নিংমাৰ কথাটো শুনি আগন্তুক এজনে আগবাঢ়ি আহি সকীয়াই দিলে-

"অকলে নোযোৱাই ভাল । অকলশৰীয়া ঘোঁৰা চোৰাবী দেখিলে সিহঁতে আমনি কৰিব । বাটে-পথে মানুহক ৰখাই সোধ-পোচ কৰে । মাৰ কিলো কৰিবলৈ নেৰে । হু হু মানুহ পালেই ধৰি নিয়ে বা গুলীয়াই দিয়ে । সকলোৱে লগে ভাগে যোৱাই ভাল হব ।"

'লা — গ্যাল — লো' ঈশ্বৰৰ জয় হওক বুলি ধ্বনী দি যাত্ৰী দলটোৱে উৎকণ্ঠাৰে আগবাঢ়ি গ'ল কুম্‌বুমৰ দিশলৈ । কথাকথাই ঈশ্বৰৰ জয় ধ্বনী দিয়াতো আৰু 'ওম-মণি- পদ্মে - হুম' বা পদুম ফুলত থকা মনিক অৰ্থাৎ বুদ্ধদেৱৰ নাম উচ্চাৰণ কৰাতো তিব্বতবাসী মাত্ৰৰে অভ্যাস । যি কোনো যোনীত জন্ম গ্ৰহণ কৰাটোক সংসাৰ চক্ৰৰ মেৰপাক বুলিয়েই সকলো তিব্বতীয়ই মানে । তেওঁলোকৰ মতে এই চক্ৰৰ পৰা ওলাই যোৱা একমাত্ৰ পথটো হৈছে সৎ কৰ্ম । কাম, ক্ৰোধ, লোভ, মোহত বন্দী হৈ যিসকলে অসৎ আচৰণ কৰে তেনেলোকৰ আত্মাই বাৰে বাৰে উভতি আহে নিম্নৰ পৰা নিম্নতম যোনীলৈ । এই কালচক্ৰৰপৰা উদ্ধাৰ হবৰ মহাজ্ঞান বিচাৰি মহান যোগীসকলেই নিৰ্জ্জন পৰ্বতৰ গুহাত গৈ ধ্যানত বহিছিল ।

কিন্তু সাধনা যাৰ পন্থা নহয়, মঠ যিসকলৰ বাবে আবাসগৃহ নহয় তেনেকুৱা সংসাৰী তিব্বতীয়ৰ মুখতো অহৰহ উচ্চাৰিত হয় বুদ্ধ প্ৰাৰ্থনা । যাত্ৰাকালত ঈশ্বৰৰ জয় হওক বুলি ধ্বনী দিয়ে ।

কুম্‌বুম পাবলৈ দুমাইলমান বাকী থাকোতেই গণমুক্তি ফৌজৰ এটা দল হঠাতে হাবিৰ মাজৰ পৰা আলিটোলৈ ওলাই অহা দেখা পালে নৰবুহঁতে । সিহঁতে কেইবাজনো গাঁওবাসীক ৰছীৰে বান্ধি আনিছিল । সৈনিক বিলাকে যাত্ৰী দলটোকো ৰখালে । আদেশ পাই সকলোৱে ঘোঁৰাৰপৰা নামি পৰিল । বিষয়া এজন আগবাঢ়ি আহি যাত্ৰী দলটোৰ প্ৰতিজন যাত্ৰীৰ মুখলৈ তীক্ষ্ণ দৃষ্টিৰে চাব ধৰিলে । ঘোঁৰাত বান্ধি অনা মাল বস্তুবিলাক

পৰীক্ষা কৰাৰ নির্দেশ দি বিষয়াজনে গছৰ ছায়াত গৈ থিয় দিলে । নিম্ন পর্য্যায়ৰ এজনে বস্তুবিলাক পৰীক্ষা কৰি আপত্তিজনক বস্তু একো নাই বুলি কোৱাত যাত্ৰী দলটোক এৰি দিয়া হ'ল ।

সৈনিকৰ দলটোক এৰি নৰবুহঁত অলপ দূৰ আগবাঢ়ি যোৱাৰ পিছতেই বিশ্রাম কৰি থকা সৈনিকসকলৰ ওপৰত ধাৰাসাৰ গুলীবর্ষণ আৰম্ভ হ'ল । গুলীবর্ষণ আহিল আলিটোৰ কাষেৰে বৈ যোৱা কুম্‌বুম নৈ খনৰ সিটো পাৰৰ পৰা । সিপাৰে আছিল পাইন গছৰ ডাঠ হাবি । সেই আকস্মিক গুলীবর্ষনত ভেবা চেকা খোৱা যাত্ৰী দলটোৱে যেতিয়া পিচলৈ উভতি চালে তেতিয়া সৈনিকবিলাকৰ মাজত আতঙ্ক বিয়পি পৰিছিল । সেই গুলীবর্ষনত কেইবাজনো সৈনিকক বাটৰ ধূলিত পৰি চত্-ফতাই থকা দেখা পালে নৰবুহঁতে । কথা বিষম যেন পাই নৰবুৱে একে টানে পেমাক নিজৰ ঘোঁৰাত তুলি লৈ ঘোঁৰাৰ গতি বঢ়াই দিলে । পিচলৈ পুনৰ উভতি চাওতে নৰবুৱে দেখা পালে হাত বন্ধা মানুহবিলাকৰ আঁৰ লৈ সৈনীক সকলেও নৈৰ সিপাৰলৈ গুলীয়াব ধৰিছে । কিছুমান সৈনিকে নৈখন পাৰ হবলৈ চেষ্টা কৰোতে তাতে কেইজনমান নিহত হ'ল ।

সিহঁতকো ধৰি নি ঢাল ৰূপে ব্যৱহাৰ কৰিব বুলি ভয় কৰি যাত্ৰী দলটোৱে ঘোঁৰাৰ গতি দুগুণ কৰি তুলিলে । জীয়েকক এহাতে ধৰি নিংমাক আগকৰি নৰবুৱেও ঘোঁৰা চেকুৰাই দিলে । এনেতে নৈখনৰ সিপাৰত কেইবাজনো খাম্পা অশ্বাৰোহীক তীব্ৰগতিত ঘোঁৰা চলাই যোৱা যাত্ৰী দলটোৰ চকুত পৰিল । হাতে হাতে ৰাইফল লৈ ঘোঁৰা চেকুৰাই যোৱা সেই খাম্পা যোদ্ধাসকলক দেখি চোনাম নৰবুৰ নির্য্যাতিত মনটোৱে অলপ হলেও সান্ত্বনা বিচাৰি পালে । মনৰ আনন্দতে সি "লা - গ্যাল - লো" বুলি পুনৰ চিঞৰি উঠিল । লগে লগে উদাত্ত কণ্ঠৰ প্রতি ধ্বনী উভতি আহিল ধাবমান যাত্ৰী দলটোৰ পৰা ।

প্রতি আঘাতৰ প্রথম বিজয়ত ধাবমান ঘোঁৰাটোৰ ওপৰতে চোনাম নৰবুৱেও প্রতিহিংসাৰ প্রতিজ্ঞা লৈ পেলালে । নতুন কমিউনিষ্ট চৰকাৰক শোধাবলৈ অনা খাজনাৰ সামগ্ৰীখিনিক কুম্‌বুম্ মঠতে দান দি সিও উভতি গুচি যাব চুৰ্খাঙলৈ । গাত পিন্ধা চুবাটোৰ ভাঁজতে সুমোৱাই থোৱা তাৰ চিৰলগৰীয়া জপৰ মালাডালকো সি থৈ যাব মঠৰ বেদীত । আত্মসন্মানক জলাঞ্জলি দিয়াতকৈ দেশ আৰু ধর্মৰ বাবে আত্মঘাটী পথকে বাচি লবলৈ সিও মনতে সিদ্ধান্ত লৈ পেলালে । ত্ৰাচিৰ লগত পুনৰ এবাৰ মুখামুখি হোৱাৰ দিনটৌলৈকে জীয়াই থাকিব লাগিব বুলি চোনাম নৰবুৱে দাঁত কৰচি উঠিল ।

সেই সিদ্ধান্ত অকল চোনাম নৰবুৰেই লৈছিল এনে নহয় । সেই সিদ্ধান্ত লৈছিল পূব তিব্বতৰ হাজাৰ হাজাৰ মানুহে । সেই মানুহ বিলাক আকল গাঁৱৰে নিৰ্যাতীত নিবাসী নাছিল । সিঁহতৰ মাজতে আছিল পূব তিব্বতৰ অঘৰী হৰ্‌পা আৰু গোলোক্‌ সকল । সিহঁতৰ লগ লাগিছিল মঠ এৰি গুটি যোৱা শ শ ভিক্ষু । গুচি গৈছিল মঠৰ চেমনীয়া আৰু যুৱক ভিক্ষু সকল । মূৰ খুৰাই গেৰুৱা বস্ত্ৰ পিন্ধা এই শান্তিকামী মানুহসকলেই আছিল তিব্বতীয় সমাজৰ সন্মানীত শ্ৰেণী । আজীৱন ব্ৰহ্মচৈৰ্য্যৰ প্ৰতিজ্ঞা লোৱা এই নিৰহঙ্কাৰী ভিক্ষু সকলো যেতিয়া লাঞ্চনাৰ পৰা অব্যাহতি নাপালে তেতিয়া তেওঁলোকে মঠ এৰি গুছি যবলৈ বাধ্য হ'ল । গেৰুৱা বস্ত্ৰ এৰি পিন্ধি ললে খহতা চুবা । হাতত ওলমি থকা জপৰ মালা চুবাৰ ভাঁজত সুমুৱাই থৈ কান্ধত তুলি ললে ৰাইফল । অহৰহ উচ্চাৰণ কৰি থকা বুদ্ধ স্তুতি মন্ত্ৰৰ সলনি চিঞৰি উঠিল পো -ৰাংঝেন্ বুলি । আত্ম গোপন কৰিলে গৈ পৰ্বতে-কন্দৰে । হান সকল আহি পূব তিব্বতত বিয়পি পৰাৰ ডেৰ বছৰৰ ভিতৰতে সলনি হৈ পৰিল সকলো পৰিস্থিতি । বন্ধ হৈ গ'ল মঠ-মন্দিৰৰ পূজা অৰ্চনা । নহা হ'ল তীৰ্থ যাত্ৰী । বন গজি উঠিল সদাব্যস্ত পৰিক্ৰমাৰ শুকান ধূলিত । নজ্বলা হ'ল মাখনৰ চাকি-বন্তি । ভোৰতাল, ডম্বৰু আৰু চদং নবজা হল যদিও পাহাৰে-কন্দৰে, হাবিয়ে-বননিয়ে গৰ্জি উঠিব ধৰিলে হাজাৰ হাজাৰ বিদ্ৰোহীৰ বন্দুক ।

যাত্ৰী দলটো গৈ পোৱাৰ সময়ত কুম্‌বুমৰ পৰিবেশ আছিল থম্‌থমিয়া । ওখ টিলাটোৰ কেঁকুৰিটো ঘূৰোতেই সেউজীয়া আৰু সোণালী ৰং দিয়া বিতোপন মঠটো নৰবুহঁতৰ চকুত পৰিল । চাৰিওপিনে পাইন গছে আবৰা চাপৰ চাপৰ টিলাবিলাকৰ মাজত থকা অধিত্যকাতে আছে বিশাল মঠটো । দূৰৈৰ পৰা এখন সুন্দৰ তৈলচিত্ৰ যেন দেখি । কুম্‌বুম্ বা একলাখ বিগ্ৰহ থকা মঠটো চকুত পৰাৰ লগে লগে যাত্ৰী দলটোৰ মুখৰ পৰা স্বতঃস্ফুৰ্তভাবে ওলাই আহিল বুদ্ধ স্তুতিৰ আবেগ ভৰা মন্ত্ৰ । ঘোঁৰাৰ পৰা নামি সকলোৱে মাটিত আঁঠুপাৰি সেৱা জনালে । মঠৰ দূৰত্ব তেতিয়াও এক কিঃ মিঃ মান বাকী আছিল ।

সেৱা কৰি উঠি নৰবুৱে নিৰ্নিমেষ দৃষ্টিৰে চাই ৰল নিস্তব্ধ মঠটোৰ পিনে । অতীততে সি বহুবাৰ এই মঠত পূজা-অৰ্চনা দি গৈছে । ত্ৰিশটা পৃথক পৃথক মন্দিৰ আছে এই মঠৰ চৌহদত সি জানে । মঠ প্ৰাঙ্গনতে আছে "শ্বেৰডং" সৌধটো । কঠিত আছে এই শ্বেৰডং সৌধৰ স্থানতেই গেলুক্‌পা সম্প্ৰদায়ৰ প্ৰতিষ্ঠাপক আদিগুৰু চংখাপা ভূমিষ্ঠ হৈছিল । গুৰুৱে

দেহ ত্যাগ কৰাৰ পিচতে অনুগামীসকলে এই চাৰি মহলীয়া সৌধটো বাৰ হাজাৰ কেঃ জিঃ সোণেৰে নিৰ্মান কৰি উলিয়াইছিল। তাৰ পিচত এই সৌধৰ বেৰবিলাকত ওলোমাই দিছিল নানান মূল্যবান মণি-মুকুতা আৰু আ-অলঙ্কাৰ। চংখাপাৰ জন্ম স্থান বুলি এই মঠৰ মৰ্য্যদা যেনেদৰে পৃথক তেনেদৰে ধন-সম্পদো অগাধ। মঠ নিবাসী ভিক্ষুৰ সংখ্যাও চাৰিহাজাৰ।

টাকেৰৰ গাঁৱৰ তিনিবছৰীয়া শিশুটো যিদিনা চতুৰ্দশ দালাই লামা বুলি চিনাক্ত হৈছিল সিদিনা পূব তিব্বতৰ ধনলোভী গভৰ্ণৰ মা-বুফেঙে সেই পবিত্ৰ শিশুটোক আনি পণ বন্দী কৰি ৰাখিছিল এই কুম্বুম্ মঠতে। প্ৰথমে এক লাখ —পিচত আৰু তিনি লাখ চীনা মুদ্ৰা পাৰিতোষীক হিচাপে আদায় কৰিহে এৰি দিছিল শিশু দালাই লামাক। অকল মুদ্ৰাই নহয়, লগতে আদাই কৰি লৈছিল সোণ-পানীৰে লিখা এখন প্ৰাচীন ধৰ্মপুথিও।

এইবিলাক চৌদ্ধ বছৰ আগৰ কথা আছিল। তিনি বছৰীয়া শিশু দালাই লামাক চাবলৈ নৰবুৱেও আহিছিল কুম্বুম্লৈ। সিহঁতেও মুখ মেলি জীভাৰ আগ উলিয়াই উশাহ টানি লৈছিল সেই শিশু অৱতাৰজনৰ সন্মুখত। চকু তুলিও চোৱা নাছিল পাপ হোৱাৰ ভয়ত। সেই দিনা কুম্বুম্ মঠ লোকে লোকাৰণ্য হৈ পৰা নৰবুৱে দেখা পাইছিল।

সেই দৃশ্যৰ বিপৰীতে নিজান মঠৰ নিজান পৰিবেশে নৰবুৰ মনটোক সেমেকা কৰি পেলালে। প্ৰতি বছৰে এইদিন বিলাকতে মঠটো নতুন ৰঙেৰে ৰঞ্জিত কৰি তোলা হৈছিল। গুৰু চংখাপাৰ জন্মোৎসৱ উপলক্ষেই প্ৰতিবছৰেই সজাই পৰাই তোলা হৈছিল কুম্বুম্ মঠ। 'টৰ্মা' উৎসৱ নামেৰে জনাজাত এই জন্মোৎসৱৰ সময়ত পূব তিব্বতবাসীৰ মাজলৈ প্ৰতিবছৰেই উভতি আহিছিল এক আনন্দমুখৰ পৰিবেশৰ ব্যস্ততা। সেই উৎসৱৰ বাবে এমাহ আগৰে পৰা সাজু হব ধৰিছিল কুম্বুম্বাসী। আবাসগৃহ ৰং কৰা আৰু নতুন কাপোৰ পিন্ধাৰ প্ৰতিযোগিতা চলিছিল সকলোৰে মাজত। লাইলেটীয়া বা নিতম্তমা মানুহো বাদ পৰা নাছিল। বিশেষকৈ মহিলাসকলৰ ব্যস্ততাই আছিল সৰ্বাধিক। খুলি পেলাইছিল পুৰণি বেণী। নতুনকৈ গাঠি লৈছিল এশ আঠডালিয়া বিচিত্ৰ বেণীগুচ্ছ। তাতে সানি লৈছিল য়াকৰ চৰ্বী। সেই বেণী গুচ্ছত ওলোমাই লৈছিল নানান অলঙ্কাৰ। বাঁহৰ কাঠিৰে প্ৰস্তুত কৰা বিচিত্ৰ শিৰাভৰণ মুৰত পিন্ধি তাতো ওলোমাই লৈছিল মূল্যবান মণি-মুকুতা আৰু সোন-ৰূপৰ অলঙ্কাৰ। এই প্ৰসাধনৰ লক্ষ্যই আছিল ৰূপ-যৌৱন আৰু আভিজাত্যৰ প্ৰতিযোগিতা।

টৰ্মা উৎসৱৰ মেলালে নৈ পেখম তোলা ময়ূৰীৰ নিচিনাকৈ নিজৰ সা-সম্পদ আৰু বংশ মৰ্য্যদাক প্ৰদৰ্শন কৰাৰ সেই সুযোগ কোনেও এৰি দিয়া নাছিল। সুগঢ়ী, আলসি-পাৰলীৰ বাবে সেই মেলা ক্ষেত্ৰ হৈ পৰিছিল এক ৰূপ যৌৱনৰ মেলা। মূৰৰ দীঘল চুলিত বন্তা মণিৰ গুন্জ মেৰিয়াই কন্ধা আবৈয়াল খাম্পা যুৱকেও যোঁৱা ৰথাই ঘূৰি ঘূৰি চাইছিল ৰূপহী চুপাহিৰ হাঁহি চুপতি। হিয়াৰ দিয়া নিয়াও হৈছিল কোনেও নেদেখাকৈ।

টৰ্মা উৎসৱৰ বাবে বিধে বিধে খাদ্য সামগ্ৰী প্ৰস্তুত কৰাটোও আছিল ঘৰুৱা প্ৰতিযোগীতাৰ আন এটা দিশ। প্ৰধান খাদ্য চাম্পা গুড়িৰ উপৰি কিমা মাংসৰ পুৰ দিয়া 'থুপ্‌কা' প্ৰস্তুত হৈছিল পাটিয়ে পাটিয়ে। "খাব্‌চে" কৰিছিল নানান পদ্ধতিৰে। তেল মাখনত ভজা খাব্‌চে ৰ বাদেও বেক্ কৰা খাব্‌চে প্ৰস্তুত হৈছিল বিভিন্ন আকাৰৰ। 'চুপ' সিজাইছিল বিধে বিধে। য়াক, জো আৰু ভেৰাৰ মাংস ৰান্ধিছিল নানান সোৱাদৰ। খাদ্য সামগ্ৰীৰ বাদেও প্ৰস্তুত হৈছিল বিভিন্ন সোৱাদ আৰু ৰাগিৰ চাং। চাউল, মাকৈ আৰু বাৰ্লিৰ চাংৰ বাদেও সাজু কৰা হৈছিল ৰাগিয়াল ফটিকা। যোঁৱা গাখীৰৰ চাং আছিল টৰ্মা উৎসৱৰ বিশেষত্ব।

সেই দিনবিলাকত ঘৰে ঘৰে উপচি পৰিছিল মেলা চাবলৈ অহা দূৰ-দূৰনীৰ আলহী। চাংখাই মানুহ মতলীয়া হৈছিল। হেৰাই গৈছিল খোজ কাটলৰ স্থিৰতা। মতলীয়া মানুহ বাটত বাগৰি পৰা দেখিলে গিৰ্জনী মাৰি হাঁহি দিছিল দেখি থকা মানুহে। সেই হাঁহিও আছিল সামাজিক জীৱনৰ আন এটা অংশ। চাংখাই মতলীয়া হোৱা যুৱক-যুৱতীয়ে জুমে জুমে নাচিছিল মেজি জুইৰ চাৰিও পিনে। অবিৰাম গতিত নাচি থকা যুৱক-যুৱতীয়ে হাঁহি হাঁহি ঢলি পৰিছিল ইজনে সিজনীৰ গাত। কিন্তু কোনেও পিচলি পৰা নাছিল অশিষ্টতাৰ পঙ্কত। যুৱক যুৱতীৰ সেই মাদকতা ভৰা হাঁহি খিকিন্দালিত বয়সিয়ালসকলে ৰং পাইছিল — উৎসাহ দিছিল, এৰি অহা দিনৰ কথা মনত পৰিছিল। তিব্বতবাসীৰ কাৰণে ধৰ্মই হ'ল জীৱন আৰু হাঁহিব-হহুৱাব পৰাটোৱেই হ'ল জীৱন মাধুৰী।

এসপ্তাহ ধৰি চলা সেই টৰ্মা উৎসৱৰ গয়না লৈ কুম্ বুম্‌লৈ আহিছিল দূৰ-দূৰণীৰ মানুহ। কোনোৱে আহিছিল আদি গুৰু চংখাপাৰ সোণোৱালী সমাধিত খাটা অৰ্পণ কৰি পূন্য আৰ্জিবলৈ। খাটাও অৰ্পণ কৰিছিল ব্যক্তিৰ সামাজিক পদমৰ্য্যদা আৰু আৰ্থিক অৱস্থাৰ অনুপাতে। সম্ভ্ৰান্ত আৰু ধনী পৰিয়ালে দিছিল মূল্যৱান কাপোৰত আঁচুদিয়া খাটা। নিৰণ্টুক নিতমতমাই দিছিল সাধাৰণ কপাহী খাটা। বন্তি গচাও সেই অনুপাতে দিছিল সোন-ৰূপ

বা তাম পিতলৰ। মনতে আগ বঢ়ি থোৱা সোণৰ অলঙ্কাৰো কোনোবাই দিছিল প্ৰপন্ন চিত্তে। আ-অলঙ্কাৰ দিব নোৱাৰা সকলে অ-সংশোধিত সোণ মিহলি ধূলিকে টোপোলাত বান্ধি উচৰ্গা কৰিছিল খেৰভং গৌধৰ বেদীত। এনেদৰেই কুম্‌বুম্ মঠৰ ধন ভঁৰালত সঞ্চিত হৈ পৰিছিল অগাধ ধন-সম্পদ। যি সম্পদৰ মূল্য কোনেও হিচাপ কৰি চোৱা নাছিল - চোৱাৰ প্ৰয়োজনো কোনো যুগতে অনুভৱ কৰা নাছিল ধৰ্মপ্ৰান মানুহে।

বহুত মানুহ আহিছিল মেলা উপলক্ষে বহা বিৰাট বজাৰখনত কিনা বেচা কৰিবলৈ। অগণন মানুহেৰে উপচি পৰিছিল মঠ নগৰখনৰ ঠেক গলিসমূহ। সেই মেলাত গ্ৰাহকৰ মন আকৰ্ষণ কৰা বেপাৰী দোকানীৰ গেন্‌গেনীয়া চিঞৰ আৰু টনা আজোৰাত অতিষ্ঠ হৈ উঠিছিল যদিও খং কৰা নাছিল মেলাচোৱা মানুহে। শাৰীৰিক সামৰ্থ্যৰ পাৰ্গতালি প্ৰদৰ্শন কৰা ঠাইত বাজিছিল নানান বাদ্য। মুখত ৰং সনা ঘোষকৰ ভেঙুচালি পূৰ্ণ অহ্বানত আকৰ্ষিত হৈ কাষ চাপি আহিছিল ল'ৰা বুঢ়া পুৰুষ মহিলা। অনিচ্ছুক মানুহক আগুৰি উদ্যোক্তাসকলে কৰা টনা-আজোৰালৈ চাই হাঁহি উঠিছিল সমবেত মানুহে। সেই কিনা-বেচাত নাছিল কোনো ঠগ প্ৰবঞ্চনা - নাছিল কোনো সামগ্ৰীৰ কৃত্ৰিমতা।

টৰ্মা উৎসৱৰ সেই কোলাহল মুখৰ পৰিবেশ আৰু অগণন মানুহৰ হৰ্ষান্বিত সমদলৰ কোনো চিন-চাব নেদেখি চোনাম নৰবু হতাশ হৈ পৰিল। হতাশ হৈ পৰিল কুম্‌বুম্ মঠৰ ৰংহীন বিমৰ্ষিত ৰূপ দেখি। কিবা এটা স্থবিৰতাই যেন কুম্‌বুম্ মঠটো গিলি পেলাইছে এনে লাগিল তাৰ।

বুকুভৰা শঙ্কা আৰু জিজ্ঞাসা লৈ নৰবুৱে লাহে লাহে খোঁৰা আগুৱাই দিলে মঠলৈ নামি যোৱা এঢলীয়া পথেৰে। বাকী সকলোৱেও একেই বিমৰ্ষ মনেৰে অনুসৰণ কৰি গ'ল নৰবুৰ পিচে পিচে। মঠৰ কাষ চাপি গৈ থাকে মানে এই নিসাৰ পৰিবেশৰ অৰ্থ নৰবুৱে বুজিবলৈ আৰম্ভ কৰিলে। যাওতে যাওতে অধাবাটতে ভেটা ভেটি হ'ল চাৰিজন মানুহৰ লগত। সিহঁত আহিছিল মঠটোৰ দিশৰপৰা।

"তোমালোকেও কুম্‌বুম্ ত্যাগ কৰি গুচি যাব ওলাইছা নেকি ? নৰবুৱে সুধিলে।"

"আজি নহলেও এদিন যাবই লাগিব। তোমালোকনো কৰ পৰা আহিছা আৰু যাবা ক'লৈ ? দূৰৈৰ পৰাই আহিছা নিশ্চয়।"

"আমি চুৰ্খাংৰ আৰু এওলোক চোকে অঞ্চলৰ।"

"সেই বাবেই কুম্‌বুমৰ কথাবিলাক শুনা নাই হবলা। ইয়ালৈকে

আহিছা যদি নিজৰ ঠাইলৈকে উভতি যোৱাই ভাল হব ।" আগন্তুক চাৰিজনৰ কথা- বতৰাতো শঙ্কা মিহলি হৈ থকা দেখা পালে চোনাম নৰবুৱে ।

"মই চিলিঙলৈ যাম । নতুন চৰকাৰৰ আদেশ মানি মাটিৰ খাজনা জমা দিবলৈ আনিছো ।" নৰবুৱে সঁচা কথাটোকে ক'লে ।

"চিলিঙলৈ যোৱা বাট সৌটোহে ।" এই বুলি বাঁও পিনে ঘূৰি যোৱা মটৰ আলিটো দেখুৱাই দিলে আগন্তুকজনে ।

"সেইটো বাট বুলি জানো । দুদিনমান ইয়াতে থাকিব লাগিব কিবা অসুবিধা হব নেকি ?" নৰবুৰ প্ৰশ্ন শুনি আগন্তুক জনে নৰবুৰ ওচৰ চাপি আহিল।

"মঠত থাকিব নোৱাৰিবা 'চিলিংপা'ৰে ভৰি আছে । লুচাৰ গাও খনো এতিয়া হানৰ অধীনত । গাও খনত এতিয়া আমাৰ মানুহ এজনো নাই ।"

আগন্তুক জনে ফুচ্‌ফুচাই কোৱা কথা কেইটাৰপৰাই নৰবুৱে পৰিস্থিতিক অনুমান কৰি ললে ।

"গুৰুজনা ক'ত আছে এতিয়া ?"

"কোনজন গুৰুৰ কথা সুধিছানো ?" আগন্তুকজনৰ ওলোটা প্ৰশ্নত নৰবুৱে অলপ থত্‌মত্‌ খালে । সঁচা কথা, কুম্‌বুম্‌ মঠত দুশ গৰাকী 'টুল্‌কু' থাকে । প্ৰত্যেকজনেই কোনোবা মৃত লামাৰ উত্তৰাধিকাৰী অৱতাৰ । এই দুশজন টুল্‌কুৰ নিজা নিজা সৰু বৰ মঠ আছে । শিষ্য ভক্তও পৃথক পৃথক । প্ৰতিজন টুল্‌কু পৃথকে থাকে । 'ৰিম্পোচে' বা অৱতাৰী লামা এজন যে পাব লগা সন্মান এওঁ লোকেও পায়। মৃত লামা গৰাকীৰ মৰ্য্যদা অনুপাতে এই সন্মানৰ তাৰতম্যও ঘটে ।

"খেন্‌পো গুৰুজনাৰ কথাকে শুধিছো ।" নৰবুৱে কুম্‌ বুম্‌ মঠৰ মঠাধিকাৰীৰ কথাই কলে

"নাই নাই মঠত নই । হান সৈনিকৰ অতপালি দেখি গুৰুজনাই মঠৰ দায়ীত্ব এৰি দিছে । দায়ীত্ব এৰি দি'ও শান্তিৰে থাকিব পৰা নাই । হান সৈনিকে এতিয়া গৃহবন্দী কৰি ৰাখিছে । কুম্‌বুম্‌ পালে সকলো শুনিবলৈ পাবা । বাটত বৈ কথা পাতি থকা দেখিলে হানে খেদামাৰি আহিব । তোমালোক যোৱা আমিও যাওঁগৈ ।" সেই বুলি কৈয়ে আগন্তুক কিজনে খৰ্‌ খেদাকৈ সেই ঠাই এৰি গুছি গল।

আৰু অলপ দূৰ নামি গৈয়ে যাত্ৰী দলটোৱে জনশূন্য মথটোৰ ওচৰ পালে । ওচৰ পাইয়ে দেখা পালে শ্বেৰডুং সৌধলৈ সোমাই যোৱা বাটৰ

মুখতে সশস্ত্র হান সৈনিকে পহৰা দি আছে। ডুখাং বা কেন্দ্ৰীয় সভা কক্ষৰ দুৱাৰ মুখতো থিয় দি আছে হান সৈনিক। চাৰি হাজাৰ ভিক্ষু একেলগে বহিব পৰা এই বিয়াগোম সভা গৃহটো উদংহৈ পৰি থকা দেখা পালে নৰবুহঁতে। ত্ৰিশটা মন্দিৰক সামৰি লোৱা কুম্‌বুম্ মঠটোৱেই এখন নগৰৰ নিচিনা। সদাব্যস্ত এই মঠৰ নিজম পৰিবেশ আৰু মঠৰ প্ৰবেশ দ্বাৰত হান সৈনিকক থিয় দি থকা দেখা পাই মঠত আশ্ৰয় লোৱাৰ আশা যাত্ৰী দলটোৱে এৰি পেলালে। ভনীজোঁৱায়েকৰ ঘৰতে আলহী হবলৈ নৰবুৱে ঘোঁৰা ঘুৰাই দিলে কুম্‌বুম্ বজাৰ খনৰ দিশত। তাৰ এক মাত্ৰ ভনীজনী আৰু ভনীজোঁৱায়েকৰ ঘৰটো বজাৰৰ কাষতে। বজাৰতে ভনীজোঁৱায়েকৰ দোকান এখনো আছে। নৰবুৱে কেইবাবাৰো থাকি গৈছে ভনীয়েকৰ ঘৰত।

বজাৰখনৰ মাজেৰে পাৰহৈ যাওঁতে ভনীজোঁৱায়েকৰ দোকান খন বন্ধ হৈ থকা দেখা পালে নৰবুৱে। কেইখনমানহে খোলা দোকান তাৰ চকুত পৰিল। সেই আধা খোলা দোকান কিখনতো গ্ৰাহকৰ বিশেষ ভীৰ সি দেখা নাপালে। বজাৰত যিখিনি মানুহ চকুত পৰিল তাৰে আধাই হান মানুহ। সামৰিক নে অ-সামৰিক তাকো নৰবুৱে বুজি নাপালে। সকলোৰে পোচাক-পাতি একেই যেন লাগিল। যি কিজন তিব্বতীয় মানুহ লগ পালে, সিহঁতেও নতুন মানুহ যেন দেখি নৰবুহঁতলৈ কেৰাহীকৈ চাই গল। কিবা সুধিব বিচাৰিও নুসুধিলে। লগৰ যাত্ৰীসকলৰ সতে তাতে এৰাএৰি হৈ নৰবু আগবাঢ়ি গল ভনীজোঁৱায়েৰ ঘৰৰ পিনে।

অলপ দূৰ যাওঁতেই মানুহৰ কোলাহল ধ্বনি আহি নৰবুৰ কাণত পৰিল। মেলা বহিছে বুলি ভাবি ঠেক গলিবিলাকৰ মাজেৰে ঘোঁৰা চলাই লৈ গ'ল। বজাৰখনৰ সিমুৰে থকা পথাৰ খনতে মেলা বহিছে বুলি সি অনুমান কৰিলে। টৰ্মা উৎসৱৰ সময়তে এইখন পথাৰতে মেলা বহে। সেই উৎসৱৰ সময়তে বিভিন্ন আকাৰ আৰু বৰ্ণনাৰ স্তম্ভ প্ৰদৰ্শন কৰা হয় এই পথাৰতে। শুদ্ধ মাখনেৰে প্ৰস্তুত কৰা বিভিন্ন প্ৰাকৃতিক দৃশ্য, দেৱ দেৱতাৰ প্ৰতিমূৰ্তি, জীৱ জন্তু আৰু মঠ-মন্দিৰৰ হুবহু চানেকী সজাই তোলা হয় সেই প্ৰদৰ্শনীত। মাখনেৰে সজা এই চানেকীৰ প্ৰদৰ্শনী তিব্বতৰ ভিতৰতে বিখ্যাত। সন্ধিয়া সময়ত উন্মোচন কৰা এই বিচিত্ৰ প্ৰদৰ্শনী যেতিয়া দহ হাজাৰ চাকিৰ পোহৰত উজ্বল হৈ পৰে তেতিয়া সেই স্বৰ্গীয় দৃশ্যসমূহ ঘূৰি ঘূৰি চাই ফুৰে অগনন মুগ্ধ মানুহে। পৰম্পৰাগতভাবে পূব তিব্বতৰ সকলো মঠ-মন্দিৰে এই প্ৰদৰ্শনীত অংশ গ্ৰহণ কৰে। শ্ৰেষ্ঠতাৰ

বাবে কোনো পুৰস্কাৰ দিয়া নহয় যদিও অংশগ্ৰহণকাৰী সকলে নিজৰ চানেকী সৰ্ব্বশ্ৰেষ্ঠ কৰি তুলিব বিচাৰে। পুৰস্কাৰ নাই, মূল্যও নাপায় বুলি জানিও অশেষ শ্ৰম আৰু অৰ্থব্যয় কৰি সাজি তোলে এই চানেকীসমূহ। সংস্কৃতিয়ে মূল্য নিবিচাৰে— বিচাৰে স্বীকৃতি। মূল্য দি সাংস্কৃতিক জীয়াই ৰাখিব যে নোৱাৰি সেই কথা সকলো সচেতন জাতিৰ মানুহেই বুজি পায়। জাতীয় সংস্কৃতি জীয়াই থাকে অকল গণচেতনাৰ মস্তত। আৰু গণ প্ৰশংসাই হ'ল ইয়াৰ মূল্য।

কুম্‌বুম্ মঠৰ থেন্‌পো গৰাকীজনে তিনি বছৰ আগতে যিটো চানেকী এইখন পথাৰতে প্ৰদৰ্শন কৰাইছিল সেইটো আছিল অতি বিৰল। শুদ্ধ মাখনেৰে প্ৰস্তুত কৰা সেই চানেকীত ফুটাই তোলা হৈছিল সমগ্ৰ লাচা নগৰীৰ দৃশ্য। বিশাল পোতাশালটোকো সেই চানেকীৰ অন্তৰ্ভূক্ত কৰা হৈছিল। আনকি দোলাভাৰীয়ে খট খটিৰে কঢ়িয়াই নিয়া দালাই লামাৰ হালধীয়া দোলাখনৰ দৃশ্যও আছিল সেই চানেকীত। কেইবামোন মাখন ব্যৱহাৰ কৰি প্ৰস্তুত কৰা চানেকীটো সাজোতে সময় লাগিছিল এমাহৰো অধিক।

লাচা নগৰী চোৱাৰ সৌভাগ্য সকলো তিব্বতীয়ৰ নহয়। লাচা নগৰী দেখা পূব তিব্বতৰ মানুহ আঙুলী পাবতে গনিব পাৰি। গতিকে মাখনেৰে সাজি তোলা লাচা নগৰি খনক এবাৰ চাই লবলৈ সিদিনা লানি নিচিগা মানুহ আহিছিল এই পথাৰলৈ। নৰবুৰ মনত সেই দৃশ্য আজিও স্পষ্ট হৈ আছে।

কিন্তু সেইজন থেন্‌পো এতিয়া হানৰ অধীনত গৃহবন্দী হৈ আছে বুলি জানিব পাৰি চোনাম নৰবুৰ বিদ্ৰোহী চিন্তাবোৰ যেন আৰু অধিক উৰ্দ্ধমুখী হৈ উঠিব খুজিলে। বজাৰখন পাৰহৈ সি যি দৃশ্য দেখা পালে সেইটো তাৰ কল্পনাৰ অতীত আছিল। মেলাৰ পৰিবৰ্ত্তে সি দেখা পালে এখন জনসভাৰ দৃশ্য।

"ইমান মানুহ কিয় গোট খাইছে পা-লা, বজাৰ বহিছে নেকি ?"

ইমান সময় বাপেকৰ আগফালে মনে মনে বহি অহা পেমাই প্ৰশ্ন কৰিলে। সেই আকস্মিক প্ৰশ্নত নৰবুৰ চিন্তাত বাধা পৰিল। নিংমাইও ওচৰ চাপি আহি 'কি হৈছে ইয়াত' বুলি শুধিলে।

"এইখন মেলা নহয় পেমাদো।" চিন্তিত নৰবুৱে অলপ অন্যমনস্ক ভাবেই উত্তৰটো দিলে।

"তেনেহলে ইমান মানুহ ইয়াত কিয় গোট খাইছে ?" নিংমাই

মনত অলপ সন্দেহ ওপজিল।

"এইখন এখন সভা। হান চিলিংপাই পাতিছে।" সংক্ষেপে উত্তৰদি নৰবুৱে ঘোঁৰা ৰখাই দিলে। ঘৃণাভৰা দৃষ্টিৰে সভাখনলৈ চাই থাকোতে প্ৰায় কুৰি গৰাকীমান গাভৰু মঞ্চখনৰ ওপৰলৈ উঠি অহা তাৰ চকুত পৰিল। গাভৰুবিলাকে খাম্পা দোৱানৰ গীত গাবলৈ আৰম্ভ কৰাত নৰবুৱে গীতৰ কথাবিলাক কাণ পাতি শুনিব ধৰিলে। সেইখন এখন ৰাজনৈতিক প্ৰচাৰ সভা বুলি সি বুজি পালে। পুৰণিক পৰিত্যাগ কৰি নতুন জীৱনধাৰাক গ্ৰহণ কৰিবলৈ আহ্বান জনোৱা হৈছে সেই সংগীতৰ কথাৰে। সমাজৰ শোষক শ্ৰেণীক নিৰ্মূল কৰি জনসাধাৰণৰ মাজত সম্পদ বিলাই দিয়াৰ প্ৰতিশ্ৰুতি আগবঢ়োৱা হৈছে সংগীতত। অজ্ঞানী মানুহক ঠগি খোৱাৰ নামেই হৈছে ধৰ্ম। চিংত্ৰোৰ মহান কাৰ্য্যসূচীয়ে এই সকলো অন্যায় আঁতৰাই প্ৰতিজন তিব্বতবাসীক নিজৰ প্ৰাপ্য ওভতাই দিব। সাম্যবাদী সমাজ ব্যৱস্থাই আনি দিব এক নতুন উজ্জ্বল যুগ— উদয় হব নতুন সূৰ্য্য ইত্যাদি নানান ৰঙীন প্ৰতিশ্ৰুতি আগবঢ়োৱা হৈছে সেই সমবেত সংগীতত।

হতাসগ্ৰস্ত নৰবুৱে সভাত উপস্থিত থকা স্বদেশবাসীৰ সেই আকস্মিক পৰিবৰ্তনৰ পিনে কিছু সময় চাই থাকিল। যি মানুহে সিদিনালৈকে জপ মালাৰ এশ আঠটা মণি বাৰে বাৰে গনি পুণ্য আৰ্জিছিল সিহঁতেই আজি ধৰ্মবিৰোধী কথা শুনি আছে কেনেদৰে বুলি ভাবিলে। যি মানুহৰ মুখৰপৰা বুদ্ধ স্তুতি খোজে প্ৰতি ওলাইছিল সেই মানুহেই আজি বিধৰ্মী চিলিংপাৰ সভাত শ্ৰোতা হৈ বহিছে কেনেদৰে সেই প্ৰশ্নও আহিল তাৰ মনলৈ। সিহঁতে স্ব-ইচ্ছাৰে আহিছে নে বাধ্যত পৰি আহিছে সেই কথা তেতিয়াও তাৰ বাবে অবোধ্য হৈ আছিল।

"ঘোঁৰাত বহি কি চাই আছ – সভাত গৈ বহিব লাগে বুলি এতিয়াও শিকা নাই নেকি ?"

মন্তব্যটো দিলে দুজন হান সৈনিকে। সিহঁত দুটা আহি কেতিয়া তাৰ ওচৰ চাপিছিল নৰবুৱে দেখা নাছিল। উত্তৰ দিয়াৰ কোনো প্ৰয়োজন নাই বুলি ভাবি নৰবুৱে ঘোঁৰাৰ পৰা নামি পৰিল। লেকামত ধৰি ঘোঁৰাটোক টানি লৈ যাওঁতে পেমাই পেন্‌পেনাই উঠিল –

"মই তালৈ হলে নাযাওঁ পা-লা।"

"অলপ সময় থকিয়েই আমি ঘৰলৈ যাম। এতিয়া ঘোঁৰাতে বহি থাকাচোন।"

বাপেকৰ বুজনি মানি পেমাই মনে মনে থাকিল যদিও মুখখন ওফন্দি উঠিল ।

"আনটো বাটেৰে যোৱা হলে এইখন বেমেজালিত সোমাব লগা নহ'লহেঁতেন ।"

নিংমাৰ মন্তব্যত কোনো ক্ষোভ নাছিল । গিৰিয়েক চোনাম নৰবুৰ নিঃসহায় অৱস্থা দেখি অলপ সান্ত্বনাহে দিব বিচাৰিলে ।

"কি কৰিম কোৱা, নাযাওঁ বুলিটো ক'বৰ উপায় নাই । স্বজাতিৰ মানুহেই যেতিয়া তলমূৰ কৰিলে –মই এজন নৰবুৱে মূৰ তুলি থিয় দিম কেনেদৰে নিংমা ? মূৰত ছাতি ধৰিলে গা নিতিতে সঁচা কিন্তু বৰষুণনতো আঁতৰি নাযায় নহয় ।"

কথা পাতি পাতি নৰবুহঁত গৈ থিয় দি থকা শ্ৰোতা কিছুমানৰ কাষতে বৈ পৰিল । সেই সময়তে দুজন তিব্বতীয় যুৱকে আন এজন আদবয়সীয়া তিব্বতীয় মানুহক মঞ্চখনৰ ওপৰলৈ টানি অনা নৰবুৱে দেখা পালে ।

"এইজন মানুহক তোমালোক সকলোৱে চিনি পোৱা নিশ্চয় ।" এই বুলি কৈ হান সামৰিক বিষয়া এজনে শ্ৰোতাসকলৰ পৰা ইতিবাচক উত্তৰ বিচাৰিলে । জনসভাত ইতিবাচক উত্তৰকে সদায় বিচৰা হয় । গণ সমৰ্থন আদায় কৰাৰ ইও এক পৰোক্ষ পদ্ধতি । ইতিবাচক উত্তৰ দিবলৈ শ্ৰোতাসকলক প্ৰৰোক্ষভাৱে বাধ্য কৰোৱা হয় এয়ে ৰাজনৈতিক সভাৰ চৰিত্ৰ ।

'চিনি পাওঁ' 'চিনি পাওঁ' বুলি উত্তৰ আহে যদিও সেই উত্তৰত কোনো উৎসাহ বিচাৰি নাপালে চোনাম নৰবুৱে ।

"এইজনেই ধন ধাৰে দি সুদ খাইছিল চাই লোৱা সকলোৱে । এইজন শোষণকাৰীয়ে সমাজত কি কি অন্যায় আজিলৈকে কৰি আহিছে তোমালোকৰ কোনোবাই ক'ব পাৰিবানে ?"

'মই পাৰিম' মই পাৰিম' বুলি এজন যুৱক লগে লকেই থিয় দি উঠিল । অলপ আঁতৰতে থিয় দিয়া যুৱকজনে হান পোছাক পিন্ধি আছিল যদিও খাম্পা যুৱক বুলি নৰবুৱে বুজি পালে ।

"তুমি মঞ্চৰ ওপৰলৈ উঠি আহা আৰু জনসাধাৰণক বুজাই দিয়া কি কি অন্যায় কৰিছিল এইজন সমাজ বিৰোধীয়ে ।"

হান বিষয়াজনৰ আহ্বানত ডেকাজন উঠি গ'ল মঞ্চখনৰ ওপৰলৈ । উঠি যাওতে তাৰ খোজত কোনো দৃঢ়তা দেখা নাপালে শ্ৰোতাসকলে । মুখতো দেখা নাপালে কোনো কুটিলতাৰ ইংগিত ।

"এইজন মানুহ মোৰ নিজৰে ককাই হয় । নিদানত পৰা মানুহক ই টকা ধাৰে দিয়াতো একেবাৰে সঁচা কথা - মই নিজে দেখা । ধাৰ এনেয়ে দিয়া নাছিল, সুদ লৈহে ধাৰ দিছিল ।"

ডেকাজনে নিৰ্লজ্জভাৱে নিজৰে ককায়েকৰ বিৰুদ্ধে অভিযোগ দাঙি ধৰা দেখিবলৈ পাই বহুতো শ্ৰোতাই নিজৰ মাজতে দৃষ্টি বিনিময় কৰিব ধৰিলে । সভাৰ মাজত মৃদু গুঞ্জন এটাও উঠিল । সেই গুঞ্জন ডেকাজনৰ সপক্ষে নে বিপক্ষে উঠিল নৰবুৱে বুজি নাপালে ।

"মই বহুত বুজনি দিছিলো সুদ নলবলৈ । মোৰ কথা শুনা নাছিল - ওলোটাই মোক গালিহে পাৰিছিল । কোনো কোনো অভাৱগ্ৰস্ত মানুহৰ পৰা এইজন সমাজদ্ৰোহী লাভখোৰ ব্যক্তিয়ে সুবিধা বুজি দুগুণ সুদ আদায় কৰা মই নিজে দেখিছিলোঁ ।"

ডেকাজনৰ অভিযোগ শুনি অভিযুক্ত ব্যক্তিজনে স্থিৰেৰে থাকিব নোৱাৰিলে - প্ৰতিবাদ কৰি উঠিল -

"ফুঞ্চু তই এইবিলাক কি কথা কৈছ - তোৰ লাজ লগা নাইনে ? ....." আদবয়সীয়া মানুহজনৰ কথা শেষ হ'বলৈ নৌপাওঁতেই তাৰ উদং পিঠিত চপাং চপাংকৈ কেইবাবাৰো চাবুকৰ প্ৰহাৰ পৰিল । চাবুকৰ কোব খাইও মানুহজনৰ প্ৰতিবাদী কণ্ঠ স্তব্ধ নহ'ল ।

"মোৰ নিজৰ ভাই হৈও তই ইমান মিছা কথা কৈছ কিয় ফুঞ্চু ? তই অবীচি নৰক ভুঞ্জিবি কৈ থলো ।" আৰু দুকোব চাবুকৰ কোব আহি পৰিল তাৰ পিঠিত । প্ৰচণ্ড যাতনাত তাৰ গাটো ফেটা খাই পৰিল, তথাপি সি প্ৰতিবাদ কৰিবলৈ নেৰিলে ।

"আনৰ কথা শুনি তই নিজৰ মানুহক পৰ ভাবি ললি নহয়নে ? সুদ খাইছিলো মই নে - চিলিংপাৰ সুদ খাইছ তই ফুঞ্চুৱে ।"

খাম্পা যুৱক দুজনে আদবয়সীয়া মানুহজনক মঞ্চৰপৰা টানি লৈ যাওতে চাবুক লোৱা হান সৈনিকো গ'ল পিচে পিচে । ডেকাজনে উত্থাপন কৰা অভিযোগ শুনি নৰবুৰ মন তিক্ততাৰে উপচি পৰিল । টকা ধাৰে দিলে সুদ লোৱাৰ নিয়ম সিহঁতৰ সমাজত চলি আহিছে সঁচা, এইটো এটা অতি পুৰণি প্ৰথা । অৱশ্যে সুদৰ হাৰ নাম মাত্ৰ । দুগুণ সুদ লোৱাৰ প্ৰশ্নই উঠিব নোৱাৰে । হান চিলিংপাক খুচি কৰিবলৈ নিজৰ ককায়েকৰ বিৰুদ্ধে এনেদৰে ৰাজহুৱা অভিযোগ উত্থাপন কৰা দেখি নৰবুৰ সভা এৰি গুচি যাবলৈ মন গ'ল । কিন্তু ইয়াৰ পিচত আৰুনো কি আছে তাকে চাবলৈ সি অলপ অপেক্ষা কৰাটোকে ঠিক কৰিলে ।

"কি শুনি আছা পা - লা, ৰ'লানা যাওঁ ।"

নিৰ্দয় নিৰ্য্যাতন দেখি অকণমানি পেমাৰো মনত বিষাদ ওপজিল। থাম্‌জিং শব্দৰ অৰ্থ তাই বুজি নাপায় । ৰাজনৈতিক শিক্ষাৰ নামত এই থাম্‌জিং সভাবিলাকতে যে মানুহৰ মগজু ধোলা কৰি পেলোৱা হয়, সেই কথা তাই নাজানে । আত্মসমালোচনাৰ নামত নিৰ্দোষী মানুহকো কল্পিত অভিযোগ স্বীকাৰ কৰি লবলৈ বাধ্য কৰি পেলোৱা হয় - সেই পৰিস্থিতিকো পেমাই দেখা নাছিল ।

"পেমাৰ আমনি লাগিছে । আৰুনো কি চাব লগীয়া আছে ইয়াত ?" নিংমাইও গিৰিয়েকক যাবলৈ অনুৰোধ কৰিলে । মাত্ৰ দুদিন আগতে এই একেই নিৰ্য্যাতনৰ সমুখীন হৈছিল গিৰিয়েকে । চাবুক প্ৰহাৰৰ দৃশ্যই মনত পেলাই দিলে কাযেৰিৰ কথা - নিংমাই নৰবুৰ হাতত ধৰিলে ।

"চাইছোঁ - দেশবাসীৰ শোচনীয় পৰিণামৰ দৃশ্য । ককায়েকৰ বিৰুদ্ধে ভায়েকে অৰ্ভিযোগ আনিছে তাকেই চাইছোঁ ।"

এনেতে হান বিষযা এজনে ভুৱা গণবিচাৰৰ আহ্বান জনালে -

"এনে লাভখোৰ ব্যক্তিবিলাকেই সমাজৰ মূল শত্ৰু। এনে সামাজিক শত্ৰুৰ কি শাস্তি হোৱা উচিত সেই মীমাংসা তোমালোকেই দিয়া এতিয়া ।"

"আমাৰ সমাজৰ নিয়ম মতে এনে অপৰাধী মানুহৰ ভৰিৰ ফান্দনিত এবছৰলৈ নিহল লগাই থ'ব লাগে ।" শ্ৰোতাসকলৰ মাজৰ পৰা এজন ডেকা ল'ৰা থিয় হৈ চিঞৰি উঠিল ।

'মিছা মিছা বুলি' অস্ফুট প্ৰতিবাদ নৰবুৰ মুখৰ পৰা লগে লগে ওলাই আহিল ।

"আহ্ মনে মনে থাকিব নোৱাৰা নেকি তুমি ?" নিংমাই লগে লগে গিৰিযেকক বাধা দিলে । অদূৰতে থিয দি আছিল দুজনমান হান সৈনিক । সিহঁতৰ এজনেও খাম্পা কথা নুবুজে ।

"ইমান ডাঙৰ মিছা কথা এটা কৈছে মনে মনে থাকো কেনেকৈ । আমাৰ সমাজত এনে শাস্তিৰ প্ৰচলন নাই । চিলিংপাক সন্তুষ্ট কৰিবলৈ মানুহ ইমান স্বজাতি বৈৰী হৈছে কেনেদৰে ?"

"উস্ তুমি ইমান অভং হৈছা কিয় ?" এইবাৰ নিংমাই অলপ টানকৈয়ে ক'লে । নৰবু মনে মনে থাকিল ।

"তেনেহলে গণ আদালতৰ এই সিদ্ধান্তকে কাৰ্য্যকৰী কৰা হ'ব ।" এই বুলি ঘোষণা কৰিয়েই বিষয়াজনে নিজেই প্ৰথম হাত চাপৰি মাৰিলে । শ্ৰোতাসকলকো হাত চাপৰি মাৰিবলৈ নিৰ্দেশ দিয়াত কিছু

মানুহে হাত চাপৰি মাৰিলে যদিও সৰহ সংখ্যকে তলমূৰ কৰি বহি থাকিল। এই কথাত বিষয়াজন খঙাল হৈ পৰিল।

"মই দেখিবলৈ পাইছোঁ বহুতো মানুহে হাত চাপৰি মৰা নাই। তাৰ মানে গণ বিচাৰৰ এই সিদ্ধান্তক মানি ল'ব নোখোজা মানুহ এই সভাতো বহি আছে। এই তইঁত দুটা ওপৰলৈ উঠি আহ্"।

সমুখতে বহি থকা ডপ্ ডপ্ দুজনক আদেশ দিলে বিষয়াজনে। কিন্তু বিষয়াজনৰ খঙাল আদেশ পাইও ডপ্ ডপ্ দুজনৰ গা নলৰিল। বহা ঠাইতে বহি থাকিল দুয়োজনে।

"ডপ্ ডপ্ দুজনক আকৌ কিয় মাতিছে?" নিংমাই অলপ আচৰিত হৈ সুধিলে।

"বিচাৰ কৰিবলৈ। হাত চাপৰি যে নিদিলে সেয়ে তেওঁলোকৰ অপৰাধ হ'ল।"

"হানৰ আদেশ ডপ্ ডপ্দুজনে মানি ল'বনে ?"

নিংমাৰ উৎকণ্ঠা জড়িত প্ৰশ্নৰ উত্তৰ দিওঁতে নৰবুৰ মনতো অলপ সন্দেহ উপজিল। ডপ্ ডপ্ সকলৰ চৰিত্ৰক নৰবুৱে ভালকৈয়ে জানে - সকলো তিব্বতীয়ও জানে।

ডপ্ ডপ্ সকল সকলো গেলুক্পা মঠতে থাকে। এওঁলোকেও ভিক্ষুসকলে পিন্ধা থয়েৰি ৰঙৰ দাগাম পিন্ধে যদিও ডপ্ ডপ্ সকল প্ৰকৃতাৰ্থত ভিক্ষু নহয়। এওঁলোক মঠৰ সৈনিক স্বৰূপ। দাগাম পিন্ধিলেও মাটি চোঁচোৰাই নিপিন্ধে। কলা ফুলৈকে তুলি লয়। সোঁ বাহুটো উলিয়াই ৰাখে আৰু সেই বাহুতে ডপ্ডপৰ পৰিচয় স্বৰূপ ৰঙা কাপোৰ এখন বান্ধি লয়। ধৰ্মীয় অধ্যয়নত অনাগ্ৰহী ভিক্ষুসকলেই ডপ্ডপ্ হৈ পৰে। লিখা পঢ়াত অনাগ্ৰহী হলেও এওঁলোকে মঠ এৰি গাৰ্হস্থ্য জীৱনলৈ পুনৰ উভতি নাযায়। মঠতে থাকি শাৰীৰিক পৰিশ্ৰমৰ কামবিলাক এই ডপ্ডপ্ সকলেই কৰে। মঠ নিবাসী হাজাৰ হাজাৰ অধ্যয়ণৰত ভিক্ষুৰ খাদ্য এওঁলোকেই ৰান্ধে আৰু পৰিবেশনো কৰে। দূৰৈৰপৰা খৰি পানী অনা কাম ডপ্ডপ্সকলেই কৰিব লাগে যদিও এওঁলোক শ্ৰমিক নহয়। সুস্থ সবল হৈ থকাৰ বাবে নিয়মিত শৰীৰ চৰ্চা, মাল যুঁজৰ অনুশীলন আৰু নিৰস্ত্ৰ সমৰ কলাৰ প্ৰশিক্ষণ এই ডপ্ ডপ্সকলৰ বাবে অপৰিহাৰ্য্য।

ওখ আৰু বলৱান এই ডেকা ডপ্ ডপ্সকলেই নৱবৰ্ষৰ দিনা ওলোৱা পৰম্পৰাগত ধৰ্মীয় সমদলৰ দুয়োকাষে পহৰা দি যাব লাগে। হাতত লৈ ফুৰা দীঘল চাবুকডালেৰে এওঁলোকে সমদলৰ বাট উলিয়াই নিয়ে। প্ৰয়োজন

হ'লে উশৃঙ্খল দৰ্শকৰ ওপৰত সেই চাবুক চলাবলৈকো কুণ্ঠাবোধ নকৰে। উচ্চ পৰ্য্যায়ৰ ধৰ্মীয় গুৰুসকল গাঁৱ ভ্ৰমণলৈ গ'লে ডপ্ ড্‌প সকলেই নিৰাপত্তাৰক্ষী ৰূপে লগত যায়। হাতত লাঠি লৈ যোৱা এই লাঠিয়ালসকল লগত থাকিলে চোৰ-ডকাইতো ওচৰ চাপি আহিবলৈ ভয় কৰে।

ডপ্ ডপ্‌সকলে তালুখনহে মাত্ৰ খুৰাই টকলা কৰে। কাণৰ ওপৰত চুলি দীঘলকৈ ৰাখি বেণী গুঁঠি লয়। বনবীয়া গছৰ পৰা প্ৰস্তুত কৰা ক'লা ৰং চকু দুটাৰ চাৰিওপিনে সানিলে এই যুঁজাৰু ভিক্ষুসকলে নিজৰ ৰূপ ভয়াবহ কৰি তোলে। মঠ নিবাসী হোৱা কাৰণে এওঁলোকো আজীৱন অবিবাহিত হৈ থাকিব লাগে।

"ঐ ক'লা বান্দৰ উঠি আহিবি নে নাই ?"

হান বিষয়াৰ আদেশ পাই দুজন সশস্ত্ৰ সৈনিক আগুৱাই আহিব ধৰা দেখি ডপ্ ডপ্ দুজন থিয় দি উঠিল। থিয় দি উঠিয়েই দুয়োজনে নিৰস্ত্ৰ প্ৰতিৰোধৰ বাবে সাজু হৈ পৰিল। পৰিস্থিতিৰ অৱনতি লৈ চাই সভাৰ বহুতো মানুহ থিয় দিয়া নিংমাই দেখা পালে।

"ইয়াত থকা ভাল নহ'ব - ব'লা যাওঁ" 'বুলি নিংমাই নৰবুৰ চুবাটোত ধৰি টানিলে। নৰবুৱে কিন্তু একান্ত মনে ডপ্ ডপ্ দুজনলৈ চাই থাকিল। সংঘৰ্ষ অনিবাৰ্য্য হৈ পৰা যেন দেখি বহুত মানুহে সভা এৰি যাবলৈ ওলাল। এফালে ক্ষমতাৰ দম্ভ আৰু আন পিনে আত্মসন্মানৰ প্ৰশ্ন - এই দুই বিপৰীতমুখী ভাৱনাৰ মাজত থিয় দিয়া মানুহখিনিয়ে আত্ম সন্মানৰ সপক্ষেই মাতিব বিচাৰিলে।

ওখ পাখ ডপ্ ডপ্ দুজনৰ তুলনাত হান সৈনিক দুজন বাওনা যেন হৈ পৰিল। আত্মৰক্ষাৰ প্ৰাচীন যুযুৎসু কৌশলৰ সহায়ত হান সৈনিক দুজনক সহজতে ধৰাশায়ী কৰি ডপ্ ডপ্ দুজনে ৰাইফল দুটা কাঢ়ি ল'লে। লগে লগে চাৰিওপিনে হুৱা-দুৱা লাগিল। সভাস্থলৰ চাৰিও দিশে থিয় দি থকা হান সৈনিকবিলাকক সন্তম হৈ পৰা দেখি মানুহ পলাবলৈ ধৰিলে। নিংমাইও নৰবুৰ ঘোঁৰাটোৰ লেকামত ধৰি টান মাৰি নিজৰ ঘোঁৰা আগুৱাই দিলে।

সেই খেলিমেলিৰ মাজেৰে বাট উলিয়াই লৈ নৰবুহঁতে যেতিয়া বসতিপূৰ্ণ অঞ্চলটো পালেগৈ তেতিয়া সভাস্থলিৰ দিশৰ পৰা কেইবা জাই গুলীৰ শব্দ আহি সিহঁতৰ কাণত পৰিল। গুলীৰ শব্দ শুনি নৰবুৰ ভনী জোঁৱায়েকো ঘৰৰ বাহিৰলৈ ওলাই আহিছিল। ওলাই আহিয়েই নৰবুহঁতক দেখি পাচাং আচৰিত হৈ উঠিল।

"কি কথা - ক'ৰপৰা আহিলা - বন্দুক কিয় ফুটিছে ?" ইত্যাদি কেইবাটাও উৎকণ্ঠা জড়িত প্ৰশ্ন ওলাই আহিল পাচাঙৰ মুখৰ পৰা ।

"সেইবিলাক কথা পিছত কম - এতিয়া ভিতৰলৈ ব'লা । উৎসৱ স্থলিত গণ্ডগোল লাগিছে পৰিস্থিতি ভাল নহয় ।"

ঘোঁৰাৰপৰা নামিয়েই নৰবুৱে গৰু বাটেৰে ঘোঁৰা কিটা নি পিছ চোতাল পালেগৈ ।

"গুলীৰ শব্দ তাৰেই পৰা আহিছে নেকি ?" বান্ধি অনা বস্তুবিলাক ঘোঁৰাৰ পিঠিৰপৰা নমাই থাকোতে পাচাঙে নৰবুক সুধিলে ।

"অ' তাৰেইপৰা আহিছে । সভাস্থলিতে হান সৈনিকৰ লগত দুজন ডপ্ ডপ্ৰ খকা-খুন্দা লগা দেখিছিলো । ডপ্‌ডপ্ দুজনে হানৰ ৰাইফল কাঢ়ি লওঁতেই সভাত হুলস্থূল লাগিল । সভা এৰি মানুহ পলাবলৈ ধৰোতে আমিও গুচি আহিলোঁ ।"

"ইয়ালৈ পোনে পোনে নাহি সভালৈনো গ'লা কিয ? ছটা ঘোঁৰা লৈ আহিলাই বা ক'ৰপৰা - মই একোকে বুজিব পৰা নাই ।"

'আমি ঘৰৰ পৰাই আহিলোঁ । যোৱা নিশা কায়েৰিতে আছিলো' বুলি কৈ নিংমা ৰৈ গ'ল । এবাৰ নৰবুৰ মলিন মুখখনলৈ চাওঁতে বাকী কথা ক'বলৈ নিংমাৰ মনে নামানিলে । নৰবুক অপদস্ত কৰা হানসকলে যেন তাইৰো বুকুখন গচকি ভাঙি থৈ গৈছে এনে লাগিল । নিংমাৰ অৰ্দ্ধসমাপ্ত কথা নৰবুৱে পুৰাই দিলে ।

"মই আহিছোঁ চিলিঙলৈ যাম বুলি । হান চৰকাৰক মাটিৰ খাজনা শোধাব লাগে । বাহিৰে বাহিৰে চিলিঙলৈ যাম বুলি মঠতে থকাৰ কথা ভাবিছিলো । কিন্তু মঠত হান সৈনিক দেখি ইয়ালৈকে আহি আছিলো । উৎসৱ স্থলিত বহুত মানুহ গোট খোৱা দেখি কিনো হৈছে বুলি চাবলৈ যাওঁতে হানে আমাকো সভাস্থলিতে বহিবলৈ বাধ্য কৰিলে ।"

ইতিমধ্যে নৰবুৰ ভনীয়েকো আহি পালে । তাইৰ নাম ডল্‌মা । বয়সত নৰবুতকৈ দহ বছৰ মানেই সৰু । পানী অনা কাঠৰ ডাঙৰ পাত্ৰটো পিঠিৰ পৰা পিৰালিতে নমাই থৈয়ে তাই নৰবুৰ ওচৰলৈ উধাতু খাই লৰ-মাৰি আহিল ।

"অ' ককাইদেউ, পানীঘাটত এইবিলাক কি কথা শুনি আহিলো — 'খুলি কোৱাচোন ।"

"কি কথা বা শুনি আহিলি তইহে জান - মইনো কি খুলি ক'ব লাগে ?"

“কায়েৰি মঠত হেনো হানে তোমাক অপমান কৰিলে, কথাটো সঁচানে ?”

“এইবিলাক এতিয়া সাধাৰণ কথা হৈ পৰিছে। খেন্‌পো গৰাকীকেই বন্দী কৰি থৈছে। গ্যাল্লো ৰিম্পোচেৰ ককায়েক বুলি জানিও অব্যাহতি নিদিলে। আমিতো গাঁৱৰ অতি সাধাৰণ মানুহ ডল্‌মা।”

“কি কথা নৰবু ?” ডল্‌মাৰ কথা শুনি পাচাঙো আচৰিত হ’ল।

“সেইবিলাক পিছত কম বাৰু।” মালবস্তুবিলাক দুয়ো ধৰাধৰিকৈ ভিতৰত নি থলে। পাচাঙে ঘোঁৰাকিটাক বান্ধি ঘাঁহপানী দিওঁতে নৰবু ভিতৰলৈ গ’ল। নিংমা আৰু পেমাক ডল্‌মাই হাতত ধৰি ভিতৰলৈ নিলে।

নৰবুহঁতক নি ডল্‌মাই ৰান্ধনি কোঠাতে বহুৱালে। জ্বলি থকা ডাঙৰ চৌকাটোত আৰু অলপ খৰি সুমুৱাই জুইকুৰা বঢ়াই তুলিলে। দহসেৰীয়া তামৰ প্ৰকাণ্ড কেট্‌লিটোত পানী উতলিয়েই আছিল, ডল্‌মাই কথা যিমান খৰকৈ ক’ব ধৰিলে হাতৰ কামো একেই সমান গতিৰে কৰিব ধৰিলে।

“এই চিলিংপা হানসোপা আহি পোৱা দিনৰে পৰা চাৰিও পিনে অশান্তি বাঢ়ি গৈছে। এবাৰ ক’ব এইটো কৰিব নোৱাৰ - আকৌ ক’ব সেইটো কৰা নচলিব। এইসোপা আহিবৰে পৰা বজাৰখনলৈকো মানুহ নোযোৱা হ’ল। দোকান খুলি কি হ’ব। কুকুৰে চুৱা পাতনি শুঙি ফুৰাৰ নিচিনাকৈ ইহঁতে দিনে-ৰাতিয়ে মানুহৰ ঘৰত সোমাই মানুহ গণে - জুমাজুমিকৈ ঘৰৰ ভিতৰ বাহিৰ চাই ফুৰে। কি ৰান্ধিছো তাকো চাবলৈ নেৰে।”

ডল্‌মাই ভোৰ্‌ভোৰাই থাকোতে পাচাং আৰু নৰবু আহি জুইহালতে বহিল।

“ককাইদেউ, এতিয়া কোৱা কি হৈছিল।”

ডল্‌মাৰ মনৰ খু-দুৱনি আঁতৰাবলৈ নৰবুৱে কিবা ক’বলৈ ওলাওতেই বাহিৰত কোনোবাই দুৱাৰত ঢকিয়ালে।

“হান আহিছে। একো চিন্তা নকৰিবা, ইয়াতে বহি থাকা। উত্তৰ যি দিব লাগে মেয়েই দিম। ইহঁতৰ আও ভাও মই অলপ বুজি পোৱা হৈছো।”

পাচাঙে লৰালৰিকৈ ওলাই গৈ বাহিৰ কোঠাৰ দুৱাৰখন খুলি দিলে। ছজন হান সৈনিকক লগত লৈ এজন খাম্পা ডেকা ল’ৰাক দৰাব্দলিতে থিয় দি থকা দেখা পালে পাচাঙে।

"আহক - ভিতৰলৈকে সোমাই আহক ।"

পাচাঙে কৃত্ৰিম অভ্যৰ্থনা জনালে । ভিতৰলৈ নাহি সিহঁতে দুৱাৰদলিতে থিয় দি থাকিল ।

"অলপ আগতে ঘোঁৰাত উঠি কোন মানুহ ইয়ালৈ আহিছে মাতি আনা ।"

আদেশটো দিলে খাম্পা ডেকাজনেই । ডেকাজনক পাচাঙে চিনি পায় আৰু তাৰ অতীত ইতিহাসো জানে । এতিয়া হানৰ আপোন মানুহ হৈ দম্ভালি মাৰি ফুৰিছে ।

"তেওঁলোক মোৰেই সম্পৰ্কীয় মানুহ । কায়েৰিৰপৰা আহিছে ।"

"যিৰেই পৰা নাহক – মাতি আনিব কৈছো যেতিয়া মাতি আনা । লুকাই থাকিব বিচাৰিছে নেকি ?"

"নাই নাই লুকাই কিয় থাকিব । ভাগৰত আহিছে কাৰণে অলপ জিৰাইছে । মই এতিয়াই মাতি আনিছোঁ ।"

পাচাং ভিতৰলৈ সোমাই গ'ল । ডেকা ল'ৰাজন খাম্পা মূলৰ যদিও এতিয়া হানৰ পিচে পিচে নেজ জোকাৰি ফুৰা কুকুৰৰ নিচিনা হৈছে বুলি পাচাঙে মনতে ভবিলে । এনেকুৱা বহুতো খাম্পা যুৱকক হান সৈনিকৰ লগে লগে ঘূৰি ফুৰা পাচাঙে প্ৰায়ে দেখা পায় । হানতকৈ ইহঁতৰে মই মতালি বেছি । ঢাপত গজা এই ধকবীয়াসকলেই গাগৰি মাৰে বেছিকৈ — যেন সিহঁতেই এতিয়া দেশৰ ৰজা । ধৰ্মৰ বিৰুদ্ধে, তিব্বতীয় ৰীতি-নীতিৰ বিৰুদ্ধে ইহঁতকে বেছিকৈ মাত মতা দেখিছে পাচাঙে ।

"কি নাম তোমাৰ ?" নৰবু আহি দুৱাৰ মুখত থিয় দিয়াৰ লগে লগেই প্ৰশ্ন কৰিলে হান অনুগামীজনে ।

"চোনাম নৰবু ।" ডেকাজনে উত্তৰবিলাক লগে লগে লিখি লব ধৰে ।

"ঘৰ ক'ত ?"

"কায়েৰিৰ পৰা দক্ষিণে এদিনৰ বাটত ঘৰ । গাঁওখনৰ নাম চুৰ্থাং" । গলগলীয়া মাতেৰে নৰবুৱে উত্তৰবিলাক সংক্ষেপেই দিলে । এনেকুৱা চেহেৰাৰ মানুহৰ কথাৰ উত্তৰ দিবলৈকো তাৰ মনত সঙ্কোচ উপজিল ।

"ইয়ালৈ আহিলা কিয় ?"

"টিলিঙলৈ যাম । মাটিৰ খাজনা জমা দিম ।"

"কেইজন আহিছা ? "

"মই, মোৰ ছোৱালী আৰু ছোৱালীৰ মাক । মুঠ তিনিজন ।"

"টিলিঙলৈ কেতিয়া যাবা ?"

"এতিয়াও ঠিক কৰা নাই । এই মাত্ৰ আহি পাইছোঁহে । দুদিনমান

থাকিব লাগিব ।"

"দুদিনমান মানে — কিমান দিন ?"

"পৰহিলৈ যাব পাবোঁ । গলি গলি উত্তৰ দি নৰবুৱে ডেকাজনলৈ ঘৃণাভৰা দৃষ্টিৰে চাই থাকিল ।"

"খাম্পা নেকি ?" ডেকাজনে প্ৰশ্নবিলাক খাম্পা দোৱানতে কৰিলে । এই প্ৰশ্নৰ কোনো উত্তৰ নিদি নৰবুৱে মূৰত পিন্ধা টুপিটো খুলি চুলিত মেৰিয়াই বন্ধা ৰঙা সূতাৰ মুঠিতো দেখুৱাই দিলে । নৰবুৰ আভিজাত্যে ভৰা ব্যক্তিত্ব আৰু কথা কোৱাৰ ধৰণ কৰণ দেখি ডেকাজন ক্ষন্তেকৰ কাৰণে বিচলিত হ'ল ।

"ৰাইফল ক'ত থৈ আহিছা ?"

"ঘৰতে থৈ আহিছোঁ । লগত লৈ ফুৰাৰ প্ৰয়োজন নাই কাৰণে অনা নাই।"

"এতিয়াও জমা দিয়া নাই কিয় ?"

"জমা দিব লাগে বুলি আমাক জনোৱা নাই ।"

"ৰাইফল জমা দিলে পোষ্কৰ 'গোমো' মূল্য পাবা । আৰু জমা নিদিলে শাস্তি ভূগিব লাগিব । এই ঘোষণা যদি শুনা নাই তেনেহলে মোৰ কথাকে চৰকাৰী ঘোষণা বুলি ধৰি লবা ।"

হান অনুগামী জনৰ দাম্ভিকতাপূৰ্ণ কথা কিটা শুনি নৰবুৱে স্থিৰেৰে থকিব নোৱাৰিলে ।

"ৰাইফল জমা দিয়া নিদিয়াটো মোৰ অকলশৰীয়া কথা হব নোৱাৰে । আমাৰ এখন সমাজ আছে । সমাজে যি সিদ্ধান্ত লব মইও তাকেই কৰিম

"সেইবিলাক পুৰণি সমাজ ব্যৱস্থাৰ এতিয়া অন্ত পৰিছে বুলি নাজানা নেকি ? কমিউনিষ্ট পাৰ্টিতকৈ ডাঙৰ সমাজ ব্যৱস্থা এতিয়া আন একো নাই । পাৰ্টিয়ে এতিয়া যি কয় সেয়ে চলিব । গতিকে গাঁৱলৈ উভতি গৈয়ে নিজৰ ৰাইফলটো ওচৰৰ সামৰিক শিবিৰত জমা দিবা । এই আদেশ অমান্য কৰিলে তোমাক গ্ৰেপ্তাৰ কৰা হব । লগতে তোমাৰ সা-সম্পত্তি বাজেয়াপ্ত কৰি তোমাকো গণ শত্ৰু ৰূপে মুকলি সভাত নি থিয় কৰোৱা হব ।"

কথাকিটা কৈয়ে হান সৈনিক কিজনকলৈ ডেকা ল'ৰাজন গুচি গল । সিহঁত যোৱাৰ পিনে ক্ৰোধভৰা দৃষ্টিৰে চাই থকা নৰবুৰ কান্ধত পাচাঙে নিজৰ হাতখন থলে ।

"হান চিলিংপাতকৈ ইহঁতৰেই দপ্ দপনি বেছি। নিশাটোৰ ভিতৰতে সলনি হৈ পৰা মানুহ ইহঁত। এই ডেকা ল'ৰাটোক মই ভালদৰেই চিনি পাওঁ। আগতে চোৰ আছিল। চুৰ কৰি ধৰা পৰাত মানুহে ধৰি নি মঠৰ ধূলিত নাক চোঁচোৰাইছিল। এতিয়া বৰ মানুহ বোলাইছে।"

"ৰাইফল জমা নিদিলে বান্ধি নিব বুলি কৈছে। এবাৰ চুৰ্খাণ্ডলৈ উভতি যাব পাৰিলেই ইহঁতে মোৰ ছাঁটোকে চুবলৈ নাপাব।"

নৰবুৰ কঠিন ইংগিতৰ অৰ্থ পাচাঙে নুবুজাকৈ নাথাকিল।

"তুমিও ঘৰ এৰিব খুজিছা নেকি? টেন্‌জিং কেনি গল কোনেও ক'ব নোৱাৰে। পেমাহঁতক কোনে চাব?"

একমাত্র পুতেকৰ কথা মনত পেলাই দিয়াত নৰবুৰ চিন্তা সেই ফালেই ঢাল খালে।

"টেন্‌জিঙে কেতিয়া কাৰ লগত কোন পিনে গুচি গৈছে তুমি কিবা জানানে পাচাং?"

এই প্ৰশ্নৰ কোনো সদুত্তৰ দিব নোৱাৰি পাচাঙে নৰবুক ভিতৰলৈ লৈ গ'ল। ৰান্ধনি কোঠালিটোত নিংমাই তেতিয়াও ডল্‌মাৰ কাষতে বহি আছিল। নিংমাই লৰালৰিকৈ চকুৰ পানী মচা দেখি পুতেকৰ কথাতে কান্দিছে বুলি নৰবুৱে বুজি পালে।

"ইয়াতে বহা। মুঢ়া এটা আগুৱাই দিয়াত নৰবু তাতে বহিল। পাচঙে তাৰ অৰ্দ্ধসমাপ্ত কথা পুনৰ আৰম্ভ কৰিলে।

"হানসকল কুম্‌বুমলৈ অহা দুবছৰ হোৱাই নাই। এইখিনি সময়ৰ ভিতৰতে সিহঁতে যিবিলাক কাম কৰিলে তাৰ পৰাই বুজিব পাৰি যে সিহঁত উভতি যাবলৈ অহা নাই। আমাৰ ভৱিষ্যত বৰ ভাল নহয় যেন লাগিছে নৰবু। এদিন সিহঁতেই এই দেশৰ মালিক হৈ পৰিব আৰু আমি হ'ব লাগিব হানৰ তলতীয়া মানুহ। এই দেশৰ মানুহে নিজৰ ধৰ্ম আৰু নিয়ম-নীতিকে মানি চলিব পাৰিব বুলি সিহঁতে ঘোষণা কৰিছে যদিও সেয়া সিহঁতৰ মুখৰ হে কথা। ইতিমধ্যে তিনিটা পুৰণি মঠ সিহঁতে ধ্বংস কৰিলেই। বাকীবিলাকো ভাঙি পেলাব যেন লাগিছে। মঠ-মন্দিৰত মাখনৰ চাকি জ্বলোৱা বন্ধ কৰি দিছে। মিঠাতেলহে জ্বলাব দিয়ে। তাকো মাত্র এটা কৈ হে। মঠত থকা লামা আৰু ভিক্ষুসকলক দুৰ্ব্যবহাৰ কৰাত বেছি ভাগেই মঠ এৰি গুচি গৈছে। টেন্‌জিঙেও এই কথাতে মঠ এৰিলে।

"সি ক'লৈ গ'ল জানানে?"

পুতেক টেন্‌জিঙৰ অন্তৰ্দ্ধানৰ বিষয়ে জানিবলৈ নৰবু অস্থিৰ হৈ

পৰিল । বেদনা বিহ্বল নিংমাই পাচাঙৰ মুখলৈ মুক প্ৰত্যাশাৰে চাই থাকিল ।

"ক'লৈ গৈছে সঠিককৈ ক'ব নোৱাৰিম । সুধিব পৰা মানুহক সুধি চাইছিলো কিন্তু সঠিক উত্তৰ কোনেও দিব নোৱাৰিলে । মঠ নিবাসী বহুত ভিক্ষু কায়েৰি পৰ্বতৰ পিনে যোৱা বুলি শুনিছোঁ । বহুতে দাগাম এৰি মূৰত চুলি ৰাখি গাঁৱে গাঁৱে বিয়পি পৰা বুলি মানুহে কৈছে । সুদূৰ ককোনোৰ হ্ৰদৰ পিনেও গুচি গৈছে বহুতো ভিক্ষু ।"

"কায়েৰি পৰ্বতৰ পিনে গৈছে যদি টেন্‌জিঙে ঘৰলৈকো যাব পাৰিলেহেঁতেন ।" নিংমাৰ চকু চলচলীয়া হৈ পৰিল ।

"ঘৰলৈ উভতি নাযায় হেনো তেওঁলোকে । গাঁৱে-ভুঁয়ে বিয়পি পৰি হানৰ বিৰুদ্ধে জনগণক জগাই তোলাৰ সিদ্ধান্ত লৈয়ে মঠ এৰি গুচি গৈছে ।"

"হানৰ বিশাল সৈন্যবাহিনীৰ বিৰুদ্ধে থিয় দিবলৈ জনসাধাৰণক জানো সংগঠিত কৰি তুলিব পাৰিব তেওঁলোকে ?" পূব-তিব্বত অধিকাৰ কৰি লোৱা চীনা গণ মুক্তি-বাহিনীৰ বিশালতা দেখি নৰবুৰ মনতো সন্দেহ ওপজে ।

"পাৰিবনে নোৱাৰে তেওঁলোকেই জানিব । ইতিমধ্যে অস্ত্ৰ সমৰ্পণ নকৰিবলৈ গাঁওবাসীৰ মাজত গোপন প্ৰচাৰ আৰম্ভ কৰিছেই । 'পো - ৰাংঝোন' নামৰ সৰু প্ৰচাৰ পত্ৰিকা এখনো উলিয়াইছে ।"

পাচাঙে উঠি গৈ চাম্পা গুড়িৰ বস্তাৰ মাজত লুকুৱাই থোৱা পত্ৰিকাখন উলিয়াই আনি নৰবুৰ হাতত দিলে । পূব তিব্বতৰ সুবিখ্যাত 'ডেজে' মঠত প্ৰস্তুত কৰা খহতা কাগজতে ছাপা হৈছে পত্ৰিকাখন । ছপা কৰাৰ পদ্ধতিও একেই পুৰণি । চেপেটা কাঠৰ টুকুৰাত বাটলিৰে মিহিকৈ কাটি উলিওৱা তিব্বতীয় আখৰেৰে ছপা কৰা পত্ৰিকা । তিনিখিলা কাকতৰ প্ৰচাৰ পত্ৰিকাখনৰ প্ৰতিখিলা কাকততে ছপা কৰা আছে 'ওম-মনি-পদ্মে-হুম' মন্ত্ৰফাকি । পত্ৰিকাখন হাতত লৈ নৰবুৱে প্ৰথমতে কপালত লগালে, তাৰপিচতহে পঢ়ি চাব ধৰিলে । পঢ়োঁতে পঢ়োঁতে তাৰ মুখৰ ভাব বাৰে বাৰে সলনি হোৱা নিংমাই মন কৰি গ'ল ।

"প্ৰচাৰ পত্ৰিকাখন হাতত লৈ ফুৰা দেখিলেতো একো কথাকে নোসোধে হানবিলাকে, পোনেই ধৰি লৈ যায় । ঘৰৰ ভিতৰত পালে ঘৰৰ সকলোকে সাঙুৰি লৈ যায় সামৰিক শিবিৰলৈ । অকল এইখনেই নহয় 'পো-ৰাংঝো' বুলি ছপা কৰা ডাঙৰ কাগজো ৰাতি ৰাতি কোনোবাই ঘৰৰ বেৰতো আঠা

মাৰি থৈ যায় ।"

"আমিচোন তেনে কাগজ এখনো নেদেখিলো ।"

"কেনেকৈ দেখিবা নবৰু, পুৱা হ'লে হানে আহি ফালি পেলাই দিয়ে । আৰু গুনা মঠ বিলাকৰ অধীনত থকা আৰু অভিজাত বংশৰ দখলত থকা সকলো মাটি এতিয়া হেনো জনসাধাৰণৰ মাজত ভগাই দিব ।"

কথাটো শুনি নৰবু বিৰক্ত হ'ল । চুৰ্থাং অঞ্চলৰ সিও এজন অভিজাত বংশৰ মানুহ বুলি সকলোৱে ভাবে । এটা পুৰণি অভিজাত ঘৰৰ মানুহ হৈও নৰবুৱে নিজৰ প্ৰয়োজনীয় মাটি খিনি ৰাখি বাকীখিনি জনসাধাৰণকে খেতি কৰি খাব দিছে । আকালে নিদানে নিজৰ ভঁৰালো খুলি দিছিল জনসাধাৰণৰ অভাৱ আঁতৰাবলৈ । হাল বাবলৈ য়াকও এনেয়ে দিছিল । কঠীয়াৰ বাৰ্লি মাকেয়ো নিব দিছিল বিনামূলীয়াকৈ । এইবিলাক বদান্যতাৰ বিনিময়ত জনসাধাৰণৰ পৰা বিনামূলীয়া শ্ৰমো কোনো দিনে দাবী কৰা নাছিল । হানৰ কমিউনিষ্ট নিয়মৰ অধীনত ইমান উদাৰতা আৰু সহযোগিতা জনসাধাৰণে আশা কৰিব পাৰিবনে কেতিয়াবা বুলি নৰবুৱে নিজে নিজেই ভাবিলে ।

"সিমানেই নহয় নৰবু আৰু আছে । হানে কৈছে আমাৰ মানুহবিলাক হেনো লেতেৰা । পৰিষ্কাৰ-পৰিচ্ছন্নকৈ থাকিব নাজানে । এতিয়া চাফ-চিকুণতাৰ নামত কেতিয়াও প্ৰাণী হত্যা নকৰা লামাসকলকো পোক-পৰুৱা, মহ-মাখি মাৰি ফুৰিবলৈ বাধ্য কৰিছে । সিহঁতে আমাৰ ধৰ্মকো নাৰাখে -—আৰু মঠ-মন্দিৰবিলাকো ভাঙি শেষ কৰি পেলাব চাবা ।"

'খেনপো গৰাকী এতিয়া ক'ত আছে পাচাং' ?

"এতিয়াও মঠৰ ভিতৰতে আছে যদিও কাৰো লগত দেখা-শুনা কৰিব নোৱাৰে । দুজন হান মানুহে সকলো সময়তে খেনপো গৰাকীক পহৰা দি থাকে বুলি শুনিছোঁ । কমিউনিষ্ট নিয়ম মানি ল'বলৈ দিনে-ৰাতিয়ে হেঁচা দি আছে বুলিও গম পাইছোঁ ।"

পাচাঙে সিমানখিনিয়েই জানে তাৰ বেছি নাজানে। থুব্‌টেন্ জিগ্‌মেক অকল কমিউনিষ্ট ব্যৱস্থা মানি ল'বলৈকে যে হেঁচা দি আছিল এনে নহয়, লাচালৈ গৈ ভায়েক দালাই লামাকো বুজাই বঢ়াই কমিউনিষ্ট কৰিবলৈকো অহৰহ হেঁচা দি আছিল । দালাই লামাই যদি এই পৰামৰ্শ মানি ল'ব নোখোজে তেনেহলে দালাই লামাৰ প্ৰাণ নাশৰো চেষ্টা কৰিব লাগে। দালাই লামাক হত্যা কৰিব পাৰিলে কাকয়েক থুব্‌টেন্ জিগমেকেই তিব্বত

দেশৰ অধিকাৰী পাতিব বুলি প্ৰলোভনো আগবঢ়াইছিল ।

"কপট হানৰ এই অভিসন্ধিক খেন্‌পো গৰাকীয়ে মানি ল'বনে পাচাং ।" কেনেকৈ মানি ল'ব পাৰিব নৰবু ? গ্যাল্লো-ৰিন্দেপোচেৰ ককায়েক হৈ যদি হানৰ সত্তে হাত মিলায় তেনেহলে এই দেশত ধৰ্ম বুলি আৰু কি বাকী থাকিব ভুমিয়েই ভাবি নোচোৱা কিয় ।"

"খেন্‌পো গৰাকী তেনেহ'লে হানৰ হাততে বন্দী হৈ থাকিব লাগিব নেকি ?"

"সঁচা-মিচা নাজানো দেই নৰবু, খেন্‌পো গৰাকীয়ে অলপতে লাচালৈ ৰাওনা হ'ব বুলি শুনিছোঁ । তেখেতৰ এই দীঘলীয়া যাত্ৰাৰ বাবে জনসাধাৰণক তিনিশ য়াক আৰু ঘোঁৰা যোগান ধৰিবলৈ হানসৈনিকে আদেশ জাৰি কৰিছে হেনো ।"

পাচাঙৰ কথা শুনি নৰবুৱে মূৰে-কপালে হাত দিলে । নেতাই যদি হাৰ মানি লয় তেনেহলে জনসাধাৰণে যুঁজিব কাৰ বাবে বুলি ভাবি নৰবুৰ মন খেলিমেলি চিন্তাৰে উপচি পৰিল ।

সেইসময়তে এজন ডেকা ল'ৰা পিচ দুৱাৰেদি অকস্মাতে সোমাই আহিল । ল'ৰাজনৰ সেই আকস্মিক আগমনত পাচাঙৰ মুখত কোনো প্ৰতিক্ৰিয়া ফুটি ওলোৱা নৰবুৱে দেখা নাপালে । ল'ৰাজনক পাচাঙে ওচৰতে বহুৱাই লওঁতে সি অলপ সন্দেহৰ দৃষ্টিৰে নৰবুলৈ চালে ।

"মোৰ নিজৰেই মানুহ । সকলো কথা খুলি ক'ব পাৰিবা ।

পাচাঙৰ পৰা নিৰ্ভয়তা পাই ল'ৰাজনৰ মনৰ সন্দেহ আঁতৰিল ।"

"কাইলৈ 'টাচিথাং'ৰ ওচৰতে 'চ্যুচি গ্যানদ্ৰুক'ৰ আলোচনা বহিব । আপোনাকো তালৈ মাতিছে । টাচিথাং পালে বাকী পথ আন মানুহে লৈ যাব ।" কথাখিনি কৈ ল'ৰাজন যাবলৈ ওলাল ।

"এতিয়াই যোৱানে - কিবা এটা খাই গ'লে ভাল পালোহেঁতেন ।"

"হ'ব বাৰু পিচতো খাব পাৰিম । আৰু দুজনমানক খবৰটো দিবলৈ আছে । এতিয়া যাওঁ ।"

ল'ৰাজন যিদৰে নিঃশব্দে আহিছিল তেনেদৰেই উভতি গ'ল । কোনো উত্তেজনা বা চঞ্চলতা পৰিলক্ষিত নহ'ল তাৰ চালচলনত । ল'ৰাজন আঁতৰি যোৱাৰ পিচতেই পাচাঙে নৰবুৰ পিনে উভতি চালে । তাৰ অৰ্থপূৰ্ণ দৃষ্টিত নৰবুৱে গোপনীয়তাৰ আভাস দেখিবলৈ পালে ।

"কি কথা পাচাং; ল'ৰাজননো কোন আছিল ?"

"চ্যুচি- গ্যানদ্ৰুক'ৰ সদস্য ?"

'চ্যুচি গ্যানড্ৰুক' কি নৰবুৱে বুজি নাপালে। নাপাবৰে কথা। এই গুপ্ত সংগঠনটো তেতিয়া গঠন হৈছিল মাত্ৰ। হান আক্ৰমণৰ বিৰুদ্ধে যে কিবা এটা গুপ্ত প্ৰক্ৰিয়া আৰম্ভ হৈছে সেইটো নৰবুৱে অনুমান কৰিলে। হতাশাৰ মাজতো সি প্ৰতিৰোধৰ মনোবল ওভতাই পোৱাৰ নিচিনা হ'ল। কায়েৰিত পোৱা অৱমাননাৰ পোতক তুলিবলৈ সি বিচাৰি ফুৰা সুযোগ যেন নিজে নিজেই তাৰ ওচৰ চাপি আহিল। নৰবু উদগ্ৰীব হৈ উঠিল।

"অলপ বহলাই কোৱাচোন পাচাং।"

"শুনা তেন্তেহলে। আমাৰ আমদো আৰু খাম অঞ্চল দুটাত ছখন পৰ্বত আছে। চাৰিখন নৈ বৈ গৈছে এই অঞ্চল দুটাৰ মাজেৰে। এই ছখন পৰ্বত আৰু সৈ চাৰিখনক সামৰি 'চ্যুচি-গ্যানড্ৰুক' নামৰ গুপ্ত সংগঠন এটা গঢ়ি তোলা হৈছে। এই দুটা অঞ্চলৰ সকলো অধিবাসীয়ে যাতে এক হৈ হান দখলৰ বিৰুদ্ধে থিয় দিব পাৰে তাৰ বাবেই এই বিদ্ৰোহী সংগঠনৰ নাম দিয়া হৈছে চ্যুচি-গ্যানড্ৰুক।"

"কোনে গঢ়ি তুলিছে এই সংগঠন পাচাং ?"

"এই সংগঠনত পূব তিব্বতৰ সকলো সম্প্ৰদায়ৰ মানুহ আহি নিজেই যোগ দিছেহি। চুম্পা, নিয়াং, লোলো, হু হু কোনো বাদ পৰা নাই। আনকি গোলোক অঘৰীসকলেও ঠায়ে ঠায়ে এই সংগঠন গঢ়ি তুলিছে। অৱশ্যে খাম্পাসকলেই আগ ভাগ লৈছে।"

"নেতৃত্ব লৈছে কোনে ?"

"মঠ এৰি যোৱা লামা সকলেই আগ ভাগ লৈছে বুলি ক'ব পাফি। ধনী -মানী সকলো পিচপৰি থকা নাই। নিজা নিজা অঞ্চলত এই সকল লোকেই নেতৃত্ব দিছে।"

"ময়ো টাচিথাংলৈ যাম পাচাং। মোকো চ্যুচি-গ্যানড্ৰুকৰ সভালৈ লৈ যাব লাগিব। চ্যুচি - গ্যানড্ৰুকত ময়ো যোগ দিম।" নৰবু অলপ উত্তেজিত হৈ উঠাতো নিংমাই মন কৰিলে।

"আগ-পিচ ভাবি চাইহে মন ঠিক কৰিব লাগে।"- নিংমাৰ মন্তব্য শুনি নৰবুৱে একো প্ৰত্যুত্তৰ নিদিলে।

"চ্যুচি-গ্যানড্ৰুকত যোগ দিলে ঘৰ এৰি হাবিত থাকিব লাগিব।"

"সেইটোও মই কৰিম পাচাং। তুমি যদি পাৰিছা মইও পাৰিম।"

"মই চ্যুচি-গ্যানড্ৰুকৰ সদস্য হৈছোঁ যদিও হাবিত থাকিব নালাগে। মোৰ কাম হৈছে খাদ্য সামগ্ৰী যোগান ধৰা আৰু হান সৈনিকৰ গতিবিধিৰ ওপৰত নজাৰ ৰখা। যিসকলে হানৰ লগত যুদ্ধ কৰিব সেইসকল সদস্যই

হে হাবিত আছেগৈ ।”

“মইও হাবিতে থাকিমগৈ । মই সিহঁতৰ বিৰুদ্ধে ৰাইফল ধৰিম । সিহঁতৰ ঋণ মই ওভতাব আছে পাচাং — সিহঁতে মোক কিমান ঋণী কৰি থৈছে তাৰ হিচাপ এই পিঠিখনতে লিখি থোৱা আছে পাচাং, তুমিও চোৱা ।”

এই বুলি উত্তেজিত নৰবুৱে চুবাটো দাঙি তাৰ পিঠিখন দেখুৱাই দিলে ।

“কায়েৰি মঠৰ ভিতৰলৈ মাতি নি সিহঁতে কি কৰিলে চাই লোৱা । মই ধৰ্ম এৰিব লাগে....... গ্যাল্লো ৰিম্পোচেক দেশৰ শত্ৰু বুলি ক'ব লাগে....... কায়েৰি মঠৰ খেন্‌পোক মঠৰ বাহিৰলৈ আনি জনসাধাৰণৰ সমুখত থিয় কৰাই বেতেৰে কোবাব লাগে । তাকে নকৰো বুলি কোৱা কাৰণে..... চাই লোৱা মোৰ পিঠিখন ।”

বেত্ৰাঘাতৰ দীঘলীয়া চিনবিলাকলৈ চাওঁতে পাচাঙৰ মন বিষাদে আগুৰি ধৰিলে । নিংমাই হুকহুকাই কান্দি পেলালে । নিংমাৰ কান্দোন শুনিও নৰবু শান্ত নহ'ল । বৰঞ্চ সি আৰু দৃঢ় হৈ পৰিল তাৰ নিজৰ সিদ্ধান্তৰ ওপৰত ।

“চিলিংত মাটিৰ খাজনা শোধাম বুলি আহিছিলো; সেই খাজনা মই হানক নিদিওঁ । সকলো বস্তু চ্যুচি-গ্যাদ্ৰুকৰ বাবে তোমাৰ হাতত এৰি থৈ আমি চুখাংলৈকে উভতি যাম ।”

“খাজনা জমা নিদিলে হানসৈনিকে তোমাক বিচাৰি চুখাং ওলাবগৈ । এতিয়া চাৰিওপিনে চোৰাংচোৱাবে ভৰি গৈছে । আমাৰ নিজৰে মানুহ দেশদ্ৰোহী হৈ চোৰাংচোৱাত সোমাইছে । প্ৰতিখন গাঁৱৰ মানুহৰ সংখ্যা সিহঁতে লিখি ৰাখিছে । নতুন মানুহ এজন আহিলেও সিহঁতৰ চকুত পৰে । হান বৰ চতুৰ মানুহ নৰবু — ইহঁতক ফাকি দি তুমি সাৰি যাব নোৱাৰা ।”

“ঘৰ এৰি হাবিলৈ গুচি যাম । তেতিয়া হানে কি কৰিব পাৰিব ?”

“সেইটো বেলেগ কথা । পৰ্বতত ইহঁতে আমাৰ মানুহৰ নিচিনা পাকৈত নহয় । পৰ্বতৰ হাবিত আত্মগোপন কৰি থকা আমাৰ এজন মানুহকো ইহঁতে আজিলৈকে ধৰিব পৰা নাই । যিমান মানুহ এতিয়ালৈকে ধৰি নিছে সকলো গাঁৱৰে মানুহ। কিন্তু পেমাহঁতৰ কি হ'ব ?”

“ইয়ালৈকে পঠিয়াই দিম — অসুবিধা হ'ব নেকি ?” নৰবু অলপ বিমোৰত পৰা যেন হ'ল ।

"ইয়ালৈকে পঠিয়াব পাৰিবা, তাত মোৰ একো অসুবিধা নহয় নৱবু । কিন্তু পেমাইতক চুৰ্খাংত নাপালে সিহঁতে ইয়ালৈকে খেদি আহিব । হানে তেনেকৈ বহুত মাইকী মানুহ আৰু ল'ৰা-ছোৱালী ধৰি নিছে । গিৰীয়েক বা বাপেকৰ খবৰ উলিয়াবলৈ ।" ক'লৈ নিছে কোনেও নাজানে । ঘূৰিও অহা নাই ।'

পাচাঙৰ উত্তৰ শুনি নৱবুৱে কিছু সময়লৈ নিতাল মাৰি থাকিল । এফালে কায়েৰি মঠত পোৱা লাঞ্চনা, আনপিনে ঘৈণীয়েক আৰু একমাত্ৰ জীয়েকক অনিশ্চয়তাৰ মাজত পেলাই থৈ যোৱাৰ দুঃচিন্তাই নৱবুক বিহ্বল কৰি তুলিলে ।

"সময়ত কি কৰিম দেখা যাব । এতিয়া কোৱাচোন কাইলৈ কেতিয়ামানে টাচিথাঙলৈ যাবা ?"

"ঘোঁৰাৰে গ'লে টাচিথাং এঘণ্টাৰ বাট । ঘোঁৰাৰে গ'লে হানৰ চকুত পৰিব লাগিব । গতিকে চুটি পথেৰে পৰ্বত বগাই যোৱাহে নিৰাপদ হ'ব । নিশাটো পাৰহে যাওঁক; কেতিয়া যাম কাইলৈ ঠিক কৰিম বাৰু ।"

পিচদিনা চুটি পথেৰে পৰ্বত বগাই দুপৰীয়া পৰতে দুয়ো গৈ টাচিথাং ওলাল । টাচিথাং পথাৰৰ দাঁতিতে থকা পাইনগছৰ বননিৰ মাজৰ বিয়াগোম বাদাম গছজোপাৰ গুৰিতে গৈ দুয়ো থিয় দিলে । ইমানখিনিলৈ পাচাঙে জানে । আগৰ সভাবিলাকলৈ আহোঁতেও এই গছজোপাৰ তলিতে আহি সি থিয় দিছিল । লগে লগে হাবিৰ পৰা ওলাই আহিছিল চ্যুচি-গ্যানড্ৰুকৰ সদস্য জন । বাট দেখুৱাই লৈ গৈছিল সভাস্থলীলৈ । এইবাৰো কোনোবা আহিব বুলি পাচাঙে ধৰি ল'লে ।

"ইয়াতে ৰ'লা যে — ভাগৰ লাগিছে নেকি ?"

বাদাম গছজোপাৰ তলিত আহি পাচাঙক বৈ পৰা দেখি নৱবুৰ মনত সন্দেহ ওপজিল ।

"ইয়াতেই অপেক্ষা কৰিব লাগিব । ইয়াৰ পিচত কোন পিনে যাব লাগিব মই নিজেই নাজানো ।"

পাচাঙৰ উত্তৰ শুনি নৱবু অলপ আচৰিত হৈ পৰিল ।

"সভাখন ক'ত বহিব সেই কথা তুমি নাজানা নেকি ?"

"মই নাজানো । যিসকলে জানে তেওঁলোকেই আহি আমাক ইয়াৰ পৰা লৈ যাব । অলপ অপেক্ষা কৰিব লাগিব ।"

পাচাঙৰ কথা শেষ হোৱাৰ লগে লগে হাতত ৰাইফল লোৱা মানুহ এজনক হাবিৰ মাজৰ পৰা বাদাম গছজোপাৰ পিনে আহি থকা দেখিলে নৱবুৱে ।

"মানুহ এজন আহি আছে পাচাং ।"

"আহিব দিয়া — সেইজনেই আমাক সম্ভাব ঠাইলৈ বাট দেখুৱাই নিব আহিছে ।"

মানুহজন কাষ চাপি অহাৰ লগে লগে নববুৱে চিনি পালে । তাৰ মন উৎসাহিত হৈ পৰিল । চুকে অঞ্চলৰ মানুহ । চ্যুটি-গ্যাংক্রকত জড়িত হোৱা দেখি নববুৰ বিদ্ৰোহী হৈ উঠিব ধৰা চিন্তাই যেন আৰু অধিক শক্তি বিচাৰি পালে ।

"ঙাৱাং তুমিও নেকি ?"

তোমাকো ইয়াতে পাম বুলি ভবা নাছিলো নববু ? তোমাৰ নিচিনা প্ৰতিপত্তিশীল ব্যক্তিসকলেই আমাৰ শক্তি । বৰ ভাল লাগিছে" – বুলি ঙাৱাঙে নববুক সাৱটি ধৰিলে ।

"কালি লগ পাওঁতে কোৱা নাছিলা কিয় ঙাৱাং ?"

"এইবিলাক বাটে-পথে কোৱা কথা নহয় বুলিয়েই কোৱা নাছিলো । এতিয়াৰপৰা আমাৰ দুয়োটা অঞ্চল এটা গোট হৈ পৰিলো নহয়নে নববু ?"

চুৰ্থাং আৰু চুকে অঞ্চলৰ ব্যৱধান মাত্ৰ এদিনৰ বাট । মাজতে আছে কায়েৰি পৰ্বতমালা । এই কায়েৰি পৰ্বতত বিদ্ৰোহীৰ ঘাটি গঢ়ি তুলিব পাৰিলে উত্তৰৰপৰা দক্ষিণলৈ যোৱা মঠৰ আলিটো অকামিলা কৰি পেলাবলৈ অতি সহজকাম হ'ব বুলি নববুৱে মনতে অনুমান কৰি পেলালে ।

ঙাৱাঙে, পাচাং আৰু নববুক হাবিয়ে হাবিয়ে তিনি কিলোমিটাৰ মান দূৰত্বলৈ লৈ যোৱাৰ পিচতেই চাপৰ পাহাৰ এখন পালে । হাজাৰ ফুটমান ওপৰলৈ উঠি যোৱাৰ পিচতেই ভাগা-চিগা পৰিত্যক্ত সৰু মঠ এটা পালে । সেই পৰিত্যক্ত মঠটোৰ দাঁতিতে ৰাইফল লৈ বহি আছিল আন এজন খাম্পা যুৱক । পৰিচয় বিনিময়ৰ পিচতেই চাৰিওজনে খাপ কটা থিয় শিলনিৰে এশ ফুটমান উচ্চতাত অৱস্থিত ডাঙৰ গুহা এটাত উপস্থিত হ'ল । গুহাটো মানুহে সজা নহয় । এই গুহাটো কোনোবা অতীত যুগত আগ্নেয়গিৰিৰ উদ্গীৰণৰ ফলতেই গঠন হৈছিল যেন অনুমান হয় । বিগলিত লাভাবিলাক শীতল হোৱাৰ পিচত শিল হৈ পৰিছিল । এতিয়া সেই শিলবিলাকেই দীঘল দীঘল হৈ গুহাটোৰ ওপৰত ওলমি আছে । প্ৰাকৃতিক বিবৰ্তনৰ ফলত সৃষ্টি হোৱা এনে বহুতো সৰু-ডাঙৰ গুহা তিব্বত দেশত এতিয়াও আছে। তেওঁলোকৰ কিংবদন্তিবিলাকতো এনে গুহাৰ উল্লেখ আছে । আনকি তিব্বতীয় জাতিটোক সৃষ্টি কৰিবলৈ তেওঁলোকৰ আৰাধ্য

দেৱতা চেনৰেজিগে বান্দৰৰ ৰূপ লৈ আকাশৰ পৰা নামি আহি ইয়ার্লুং উপত্যকাৰ গুহাতে ধ্যানত বহিছিল বুলি তিব্বতবাসীৰ ধৰ্মীয় পুথিতো উল্লেখ পোৱা যায়। অতীত যুগত 'পন' ধৰ্মৰ অনুগামী সাধকসকলে এনে গুহাতেই বহি কঠিন সাধনাত ব্ৰতী হৈছিল। কোনো কোনো মহান সাধকে ডাঙৰ শিলত এজন দুজন বহিব পৰা গুহা কাটি লৈও সাধনাত বহিছিল। এনেদৰে সাধনাত বহা মহান তান্ত্ৰিকে অলৌকিক ক্ষমতাৰো অধিকাৰী হৈছিল বুলি প্ৰাচীন পুথিত উল্লেখ আছে। অলৌকিক শক্তি আহৰণ কৰা মহান সাধকসকলে প্ৰয়োজন হ'লে কৃষিৰ বতৰত খৰাং আকাশত মেঘৰ সৃষ্টি কৰি বৰষুণো নমাই আনিব পাৰিছিল। আনকি শিলাবৃষ্টিকো ৰোধ কৰিব পাৰিছিল সেই মহান তান্ত্ৰিকসকলে। কালক্ৰমত এনে মহান যোগীসকলৰ পৰাই গঢ় লৈ উঠিল একোটা মঠ আৰু এই মঠবিলাকক কেন্দ্ৰ কৰিয়েই সংগঠিত হৈ উঠিছিল পৃথক পৃথক ধৰ্মীয় সম্প্ৰদায়। বৰ্তমান তিব্বত দেশত বৌদ্ধ ধৰ্মই মূলধৰ্ম হৈ পৰিছে যদিও এই বৌদ্ধ ধৰ্মাৱলম্বী লোকসকলৰ মাজতো বিভিন্ন সম্প্ৰদায় নথকা নহয়। এই ভিন্নতা গঢ় লৈ উঠাৰ মূলতে হৈছে বিভিন্ন মঠৰ বিভিন্ন নিয়ম প্ৰণালী। প্ৰাচীন 'পন' ধৰ্মৰ ৰীতি-নীতি একেবাৰে লুপ্ত হৈ গৈছে বুলিব নোৱাৰি। তিব্বত দেশত এই দুয়ো ধৰ্মৰ সংমিশ্ৰণৰ ফলতেই তিব্বতীয় বৌদ্ধ ধৰ্মত তান্ত্ৰিক প্ৰথাৰ প্ৰাধান্য চকুত লগা হৈ পৰিছে। তিব্বতীয় বৌদ্ধ ধৰ্মক বহুতে লামাতন্ত্ৰ বুলি ক'ব বিচাৰে যদিও 'লামা তন্ত্ৰ' বুলি কোনো ধৰ্মৰ পৰিচয় তিব্বতবাসীয়ে স্বীকাৰ নকৰে।

চ্যুচি-গ্যানদ্ৰুকৰ গোপন সভাখন বহিছিল অতীত যুগত কোনোবা তান্ত্ৰিকে সাধনা কৰা এই পৰিত্যক্ত গুহাতেই। পবিত্ৰ বুলি বিবেচনা কৰা এই গুহাটোৰ তলতে ভক্তসকলে কালক্ৰমত গঢ়ি তুলিছিল জৰাজীৰ্ণ হৈ পৰি থকা মঠটো। এই জৰাজীৰ্ণ মঠলৈ এতিয়া কোনো নাহে। পূজা-অৰ্চ্চনাও নকৰে। পৰিত্যক্ত গুহাটোকো বাঘ মকৰাৰ জালে চানি পেলাইছে। ওচৰ পাজৰৰ গাঁৱৰ মানুহো নাহে। ভূত-প্ৰেতৰ আবাস স্থল বুলি গাঁৱৰ মানুহে আঁতৰতে চাকি-বন্তি জ্বলাই থৈ যায়। ধুপ-ধুনা দি থৈ যায় দিনৰ পোহৰতে। আগতে ধুপ-ধুনা দিছিল যদিও এতিয়া ভূত পেতৰ পৰা ৰক্ষা পৰিবলৈকে চাকি-বন্তি জ্বলায়।

ভূত-প্ৰেত, দৈত্য-দানৱৰ সত্যতাক প্ৰত্যেকজন তিব্বতবাসীয়ে গভীৰ বিশ্বাসেৰে মানি আহিছে। প্ৰতিজন তিব্বতবাসীৰ ডিঙি আৰু বাহুত সকলো সময়তে ওলমি থাকে নানান আকাৰৰ আৰু গুণ থকা মাদলী—

ফহতি । যি দেশত আধুনিক চিকিৎসাৰ ব্যৱস্থা নাই সেই দেশত মানসী ফহতিৰ প্ৰাধান্য অধিক হৈ পৰাটো স্বাভাৱিক কথা ।

কিন্তু হান আক্ৰমণৰ বিৰুদ্ধে থিয় দিব গুলোৱা গাঁওবাসীসকলে সিদিনা ভূত-প্ৰেত, দৈত্য-দানৱকো আওকান কৰি গোট খাইছিল সেই পৰিত্যক্ত গুহাটোৰ ভিতৰত । হান কমিউনিষ্ট ভূত-প্ৰেততকৈ আন কিবা ডাঙৰ ভূত-প্ৰেত থাকিব পাৰে বুলি তেওঁলোকে হয়তো পাহৰি পেলাইছিল ।

গুহামুখ চানি ধৰা মকৰাজাল আঁতৰাই তেওঁলোক সোমাই গৈছিল আন্ধাৰ গুহাটোৰ অভ্যন্তৰলৈ । ধূলি-মাকতি সাৰি মচি চাফা কৰি উলিয়াইছিল শিলৰ মজিয়াখন । শতাধিক বছৰৰ পুঞ্জীভূত আৱৰ্জনা আঁতৰাই পৰিষ্কাৰ কৰি উলিয়াইছিল চাৰিওপিনৰ বেৰ । আৱৰ্জনা আতৰাত ফটফটীয়া হৈ পৰিছিল শিলৰ বেৰত অঙ্কিত কৰা ৰং-বিৰঙীয়া নানান ধৰ্মীয় চিত্ৰাঙ্কন । উজ্জ্বলতা কমি যোৱা সত্ত্বেও সেই বিচিত্ৰ চিত্ৰাঙ্কনবিলাকত তেতিয়াও সঞ্চিত হৈ আছিল তিব্বত দেশৰ আপুৰুগীয়া চিত্ৰকলাৰ মধুৰ স্মৃতি । সাধনাত সিদ্ধি বিচৰা কোনো ধ্যানস্থ তান্ত্ৰিকৰ বাবে এই গাঁৱৰ মানুহে গুহাটোৰ মুখতে ভক্তি ভৰা অন্তৰেৰে হয়তো থৈ গৈছিল সাধকৰ খাদ্য। আহল বহল গুহাটোৰ মজিয়াতে তেতিয়াও পৰি আছিল শিলৰ উধান তিনিটা । ধ্যানত বহা চেপেটা শিলৰ আহল বহল আসনখন । এই সকলো অতীত স্মৃতি আঁতৰাই থৈ সভাৰ কাৰণে ঠাই উলিয়াই লৈছিল চ্যুচি - গ্যানদ্ৰুকৰ গৰিলা সদস্যসকলে ।

নৰবুহত গৈ পোৱাৰ আগতেই সেই গুহাত সমবেত হৈছিল বিভিন্ন উপজাতিৰ পঞ্চাশজন মান বিভিন্ন বয়সৰ ব্যক্তি । সিহঁতৰ প্ৰত্যেকৰ কান্ধত ওলমি আছিল নানান ধৰণৰ আগ্নেয়াস্ত্ৰ । নৰবুহঁত গৈ পোৱাৰ পিছতো এজন দুজনকৈ আৰু মানুহ আহি পাইছিল ।

গুহাটোৰ ভিতৰত এখন মূল আসনত বহি আছিল এজন বয়সস্থ জ্যেষ্ঠ লামা । শকত আবত আৰু বয়সস্থ লামাজনৰ মুখত ফুটি ওলাইছিল প্ৰজ্ঞা আৰু সৌম্যতাৰ কান্তি । মুণ্ডিত মুস্তক, অৰ্দ্ধ নিমিলিত নেত্ৰ আৰু গেৰুৱা দাগাম পৰিহিত সেই গৌৰাঙ্গ দেহৰ লামাগৰাকীৰ উপস্থিতি যেন অস্বাভাৱিক হৈ পৰিছিল ।

নৰবুহঁতৰ আগে আগে গুহাটোৰ ভিতৰলৈ সোমাই যোৱা দুজন সশস্ত্ৰ বিদ্ৰোহীয়ে গৈ যেতিয়া লামাগৰাকীৰ সমুখত আঁঠু লৈ সেৱা কৰিলে তেতিয়া নৰবুৱে গুৰাগুৰ মুখলৈ চালে ।

"শ্ৰাংচং মঠৰে লামা ।" পৰিচয়টো নৰবুৰ কাণে কাণে ক'লে পাচাঙে।

তিনিও সৌ সেৱা কৰি উঠাৰ লগে লগে লামাগৰাকীয়ে পাচাঙক প্ৰশ্ন কৰিলে।

"এওঁ ক'ৰ পৰা আহিছে — নতুন যেন লাগিছে।"

"চুৰ্খাং অঞ্চলৰ এজন প্ৰভাৱশালী ব্যক্তি। নামতো চোনাম নৰবু।" উত্তৰটো পাচাঙেই দিলে।

"দীৰ্ঘজীৱী হোৱা।" হাত দাঙি আশীৰ্বাদ কৰোতে লামাগৰাকীৰ ব্যক্তিত্বই নৰবুক মোহিত কৰিলে।

ৰাতিজন মানুহৰ সেই গুপ্ত সভাত প্ৰথমে সমূহীয়া প্ৰাৰ্থনাৰ গুৰি ধৰিলে লামা গৰাকীয়ে। তলমূৰ কৰি সেই প্ৰাৰ্থনা মন্ত্ৰ উচ্চাৰণ কৰিলে সমবেত যোদ্ধাসকলে। প্ৰাৰ্থনাৰ অন্তত লামাগৰাকীয়ে পাঠ কৰি শুনালে ধৰ্ম গ্ৰন্থৰ এক বিশেষ অ ংশ। তাৰ পিচতেই গম্ভীৰ মাতেৰে আৰম্ভ কৰিলে নিজাৰ বক্তব্য।

"নাংপাসকল,

আজি যে আমি এক কঠিন পৰিস্থিতিৰ মাজত সোমাই পৰিছোঁ সেই কথা আমদো আৰু খাম অঞ্চলত বসবাস কৰা প্ৰতিজন নাংপাই বুজিব পাৰিছে। এই পৰিস্থিতিৰপৰা উদ্ধাৰ হ'ব নোৱাৰিলে আমাৰ সকলো পৰিচয় শেষ হৈ যাব সেই উপলব্ধিও সকলোৰে মাজত আহি পৰিছে। আমাৰ ধৰ্মীয় গুৰুসকলৰ আবেদন নিবেদনো হানসকলে ইতিমধ্যে প্ৰত্যাখ্যান কৰিলে। আনকি কুম্বুম্ মঠৰ খেন্‌পোগৰাকীকো এতিয়া বন্দী কৰি ৰাখিছে। হানসকলৰ এই উৎপীড়ন সহ্য কৰি থাকিলে আমাৰ ধৰ্ম নাশ হ'ব, আমাৰ সমাজ ব্যৱস্থাৰো অন্ত পৰিব। অৱশেষত আমাৰ স্বাধীন জাতিটো হানৰ গোলাম হৈ পৰিব লাগিব। এই শোচনীয় পৰিণতি আমি মানি ল'ব পাৰিমনে নাংপা সকল?"

লামাগৰাকীৰ আহ্বানৰ প্ৰত্যুত্তৰ দিবলৈ এজন যুৱকে সেৱা জনাই থিয় দি উঠিল।

"এই পৰিণতি আমি কেতিয়াও মানি ল'ব নোৱাৰোঁ - মানি নলওঁ। এনেদৰে শেষ হৈ যোৱাতকৈ আমি হান কমিউনিষ্টৰ বিৰুদ্ধে থিয় হ'ম। ধৰ্মৰ হকে যুদ্ধ দি মৰিলে আমাৰ আত্মাই মুক্তি পাব।"

যুৱকজনৰ উদাত্ত প্ৰত্যুত্তৰত সকলোৱে হয় হয় বুলি সমৰ্থন কৰি উঠিল।

"আজি শ্ৰাংচং মঠটো ধ্বংস কৰিলে — কাইলৈ প্ৰতিখন গাঁৱৰ প্ৰতিটো

ঘৰ হইঁতে জ্বলাই দিব। এই অত্যাচাৰ আমি কেতিয়াও মানি ল'ব নোৱাৰো। হানৰ বিৰুদ্ধে আমি সকলোৱে একেলগে থিয় দিব লাগিব। প্ৰতিখন পাহাৰক আমি একোটাকৈ দুৰ্ভেদ্য দুৰ্গৰূপে গঢ়ি তুলিম। প্ৰতিখন নৈৰ পাৰত থিয় দি আমি শনাথী হানক প্ৰত্যাহ্বান জনাম — এয়াই আমাৰ সিদ্ধান্ত।"

আন এজন উত্তেজিত যুৱকে থিয় দি কান্ধৰ ৰাইফলটো হাতেৰে দাঙি ধৰিলে।

"হানে ৰাইফল জমা দিবলৈ নিৰ্দেশ দিছে। এই ৰাইফল মই কেতিয়াও নিদিওঁ। প্ৰতিটো গুলীৰে মই সিহঁতৰ লাওখোলা উকৰাই দিম — এই প্ৰতিজ্ঞা কৰিলোঁ।" যুৱকজনে আঁঠুকাঢ়ি সেৱা জনালোঁ।

এইবাৰ নৰবু থিয় দি উঠিল। পাচাং আৰু ভাবাঙে নৰবুৰ কথা শুনি-বলৈ আগ্ৰহেৰে অপেক্ষা কৰিলে।

"মই চুৰ্থাং অঞ্চলৰ মানুহ — চোনাম নৰবু মোৰ নাম। এই জাতীয় যুদ্ধত চুৰ্থাং অঞ্চলৰ দায়িত্ব মই লম। ঘৰ এৰি মই পাহাৰলৈ গুচি যাম। হানে আমাৰ দেশ এৰি নোযোৱা দিনলৈকে ঘৰলৈ উভতি নাযাম — এই প্ৰতিজ্ঞা ময়ো কৰিলো।"

নৰবুৱে সেৱা জনাওতে লামাগৰাকীয়ে হাত দাঙি আশীৰ্বাদ কৰিলে। সমবেত যোদ্ধাসকলে সমস্বৰে মাত্ৰ উচ্চাৰণ কৰিলে —ওম-মনি—পদ্মে —হুম।

দেশপ্ৰেমৰ অনুভূতিৰে গুপ্ত সভাৰ পৰিবেশ গহীনৰপৰা গহীনতম হৈ পৰিল। নৰবুৱে কৰা প্ৰতিজ্ঞাৰ প্ৰভাৱ বেছিকৈ পৰিল যুৱক যোদ্ধাসকলৰ ওপৰত। তাৰ ঋজু আৰু বলিষ্ঠ গঠন দেখি অনুপ্ৰানিত হ'ল যুৱকসকল। নৰবুৰ আভিজাত্যসুলভ ব্যক্তিত্বৰ মাজত সিহঁতে বিচাৰি পালে সফল নেতৃত্বৰ প্ৰতিচ্ছবি।

"আপোনালোক সকলো সাহসী মানুহ। দুখ-কষ্ট সহিব পৰা অদম্য শক্তি আপোনালোকৰ আছে সেই কথা মই বুজিব পাৰিছোঁ। আপোনালোকে হানৰ হাতত লাঞ্চিত বা নিৰ্যাতিত হৈছে যদিও ব্যক্তিগত প্ৰতিৰোধৰ কথা আপোনালোকে ভাবিব নালাগে। সংঘবদ্ধ প্ৰতিৰোধ কি পদ্ধতিৰে গঢ়ি তুলিব পৰা যাব সেই কথা আলোচনা কৰিবলৈ আপোনালোকক মাতি অনা হৈছে। হানৰ তুলনাত আমাৰ জনসংখ্যা অতি সামান্য। অস্ত্ৰ শক্তিও একেবাৰে সীমিত। কিন্তু আন এটা দিশত হানৰ তুলনাত আমাৰ অৱস্থিতি যথেষ্ট শক্তিশালী বুলি ধৰিব পাৰি। আমদো আৰু খাম অঞ্চলৰ কঠিন

ভৌগোলিক পৰিবেশে এই সুযোগ আমাক আনি দিছে । এই কঠিন অঞ্চলসমূহত ঘাটি পাতি ল'ব পাৰিলে আমি বহুবৰ পিচত বছৰ ধৰি হানৰ বিৰুদ্ধে সংগ্ৰাম চলাই যাব পাৰিম । আপোনালোকে কি ভাবে ক'ব লাগে প্ৰতিক্ৰিয়া । আমি সকলো পৰামৰ্শ মুকলিভাৱে আলোচনা কৰি সিদ্ধান্ত ল'ব লাগিব । কোনো সিদ্ধান্ত কাৰো ওপৰত জাপি দিয়া নহ'ব ।"

এই দীঘলীয়া বক্তব্য শেষ কৰি লামাগৰাকীয়ে উত্তৰৰ প্ৰতিক্ষাত সমবেত যোদ্ধাসকলৰ মুখলৈ চাই থাকিল । লামাগৰাকীয়ে ধীৰ-স্থিৰভাবে কোৱা কথাকেইটাই চোনাম নৰবুক মোহিত কৰিলে । তেওঁ যোদ্ধা নহয় অথচ যুদ্ধৰ কৌশল জানে । অস্ত্ৰ নলয় অথচ সশস্ত্ৰ সংগ্ৰামৰ ৰীতি-নীতি কেনেকৈ জানিলে বুলি ভাবি নৰবু প্ৰভাৱান্বিত হৈ পৰিল । হানৰ সীমাহীন শক্তিৰ তুলনাত নিজৰ দুৰ্বল অৱস্থিতিক শুদ্ধভাৱে বিশ্লেষণ কৰা দেখি লামাগৰাকীৰ নেতৃত্বত নৰবুৰ আস্থা ওপজিল ।

"হে ধৰ্মপ্ৰাণ গুৰুজন, আপোনাৰ নিৰ্ভুল পৰামৰ্শৰ সতে মইও একমত হ'ব পাৰিছোঁ । পৰ্বতৰ কঠিন পৰিবেশত আমি এজনেই এশজন হানৰ সমান হ'ব পাৰিম সঁচা । কিন্তু এই বিস্তীৰ্ণ অঞ্চলৰ সংগ্ৰামী জনগণ সংঘবদ্ধ হব কেনেদৰে আৰু নেতৃত্ব দিব কোনে এই কথা জানিবলৈ ইচ্ছা হৈছে ।"

নৰবুৰ মনৰ বিভ্ৰান্তি আঁতৰাবলৈ লামাগৰাকীয়ে সেই একেই প্ৰশান্ত ভাষাৰে বুজাই দিলে—

"এই সমস্যা আঁতৰ কৰিবৰ বাবেই 'চ্যুচি — গ্যানদ্ৰুক' সংগঠনৰ সৃষ্টি কৰা হৈছে । এই গুপ্ত সংগঠনেই সকলো আঁচনি প্ৰস্তুত কৰিব আৰু প্ৰয়োজনীয় নিৰ্দেশো দিব । সকলো সংগ্ৰামীয়ে এই নেতৃত্ব আৰু নিৰ্দেশ ধৰ্মীয় আনুগত্যৰে মানি চলিব বুলি আমি আশা কৰিব পাৰিমনে ?"

'আমি মানি লৈছোঁ — আমাক আশীৰ্বাদ কৰক' বুলি বহুকিজন যুৱক থিয় দি উঠিল ।

এনেদৰে আলোচনা চলিল মাজনিশালৈকে । আলোচনা কালত ৰণকৌশলৰ দিশত কিছু তৰ্কযো সৃষ্টি হয় । সভাত উপস্থিত থকা উগ্ৰপন্থীসকলে হানৰ সৈতে মুখামুখি যুদ্ধৰ প্ৰস্তাৱ দাঙি ধৰিলে । মধ্যম পন্থীসকলে সময় আৰু সুযোগৰ সৎ ব্যৱহাৰ কৰি অনিয়মিত খণ্ড যুদ্ধৰ প্ৰস্তাৱ আগবঢ়ালে । চোনাম নৰবুৱে মধ্যমপন্থী সকলৰ হৈ অ-নিয়মিত খণ্ড যুদ্ধৰ সপক্ষে সবল যুক্তি দাঙি ধৰিলে । আনহাতে নৰমপন্থীসকলে শান্তিপূৰ্ণ গন বিক্ষোভৰ সপক্ষে মাত মাতিলে ।

সুদীৰ্ঘ আলোচনাৰ অন্তত এক দীৰ্ঘম্যাদী ৰণকৌশলৰ আঁচনি

সৰ্বসন্মতিক্ৰমে অনুমোদিত হ'ল ৰসিক উগ্ৰপন্থীসকলৰ প্ৰগলভতাৰ অন্ত নপৰিল ।

জনসাধাৰণৰ মাজত সংগ্ৰামী চেতনা জগাই তোলাৰ দায়িত্ব দিয়া হ'ল ধৰ্মীয় গুৰুজনসকলক । অ-নিয়মিত খণ্ডযুদ্ধৰ নেতৃত্ব অৰ্পণ কৰা হ'ল খাম্পা যুৱকসকলৰ ওপৰত । আৰু প্ৰশিক্ষণ প্ৰাপ্ত তিব্বতীয় সামৰিক বাহিনীৰ প্ৰাক্তন সৈনিকসকলক দিয়া হ'ল, চীনা গণমুক্তি বাহিনীৰ দুৰ্বল শিবিৰসমূহ আক্ৰমণ কৰাৰ বিপদসঙ্কুল দায়িত্ব । গণযুদ্ধৰ এই তিনিও দিশৰ মুৰব্বী তিনিজনকলৈ গঠন কৰা হ'ল সৰ্বোচ্চ পৰিষদখন ।

সেই গোপন সভাত এই সিদ্ধান্তও লোৱা হ'ল যে খাম আৰু আমদো প্ৰদেশৰ প্ৰতিটো অঞ্চলত চ্যুচি-গ্যানদ্ৰুকৰ শাখা গঠন কৰা হ'ব আৰু সেই অঞ্চলৰ গণ্যমান্য প্ৰভাৱশালী ব্যক্তিসকলেই সেই আঞ্চলিক সংগঠনৰ নেতৃত্ব দিব লাগিব । আঞ্চলিক সমিতিসমূহে নিজা নিজা এলেকাৰ পৰ্বতৰ গুহাত খাদ্য-সামগ্ৰীৰ গুপ্ত ভাণ্ডাৰ গঢ়ি তুলিব আৰু যোদ্ধাসকলক সেই গুপ্ত ভঁৰালৰ পৰাই খাদ্য সামগ্ৰী যোগান ধৰিব । কোনো মানুহেই যাতে নিজৰ ৰাইফল হানৰ ওচৰত জমা নিদিয়ে সেই নিৰ্দেশো আঞ্চলিক শাখাসমূহেই দিব লাগিব ।

সেই সভাত এই সিদ্ধান্তও লোৱা হ'ল যে মঠ-মন্দিৰৰ আপুৰুগীয়া সম্পদসমূহ আৰু ধনসোণ বা মূল্যবান সামগ্ৰী যি আছে সকলো আঁতৰাই নিৰাপদ দুৰত্বলৈ লৈ যাব লাগিব । যুদ্ধত অংশ গ্ৰহণ কৰা নাংপাসকলে নিজৰ পৰিয়ালৰ সদস্যসকলক ইচ্ছা কৰিলে তিব্বত দেশৰ ভিতৰুৱা অঞ্চললৈ পঠাব পাৰিব ।

নিশাৰ আন্ধাৰৰ সুযোগ লৈ নৰবুইঁতে পুৱতি নিশা কুম্বুমলৈ উভতি আহিল । ঘৰ সোমোৱাৰ লগে লগে পাচাঙক একাষৰীয়াকৈ মাতি নিলে ডলমাই ।

"বাটত কিবা বিপদ হৈছিল নেকি ?"

"একো বিপদ হোৱা নাই — কিয় সুধিছা ?" পাচাঙৰ মনত কিবা সন্দেহ ওপজিল ।

"কালি সন্ধিয়া সিহঁত আকৌ আহিছিল ।"

"কোন সিহঁত — কাৰ কথা কৈছা ?"

হান সৈনিকজিজন আৰু সেই 'ছিপাই' টো । ফুনুমাৰ উত্তৰে পাচাঙক শংকিত কৰি তুলিলে ।

"কিয় আহিছিল জানানে ?"

"তোমালোকক বিচাৰিছিল ।'

"তুমি কি উত্তৰ দিছিলা ?"

"তোমালোকে চিলঙলৈ খাজনা সোধাব যোৱা বুলি কলো — বেয়া কৰিলো নেকি ?" পাচাঙৰ সহজ সৰল ঘৈণীয়েকে দোষমুক্ত হ'ব বিচাৰিলে ।

ঠিকেই কৰিলা । ঘৈনীয়েকে দিয়া উত্তৰত পাচাং আশ্বস্ত হ'ল যদিও নববুৰ ক্ষেত্ৰত সংশয় থাকি গ'ল। নববু কায়েৰি মঠট হানৰ চকুত পৰিছে। চুৰ্থাং অঞ্চলৰ প্ৰভাৱশালী ব্যক্তি বুলি নববুৰ ওপৰত সিহঁতে সতৰ্ক দৃষ্টি ৰাখিব বুলি তাৰ অনুমান হৈছিল ।

"সিহঁত আজি সন্ধিয়া আকৌ আহিব পাৰে ।"

"হয় নেকি ? ঠিক আছে মই নববুৰ লগত কথাটো আলোচনা কৰি লম । তুমি একো নক'বা ।"

জুহালত বহি চাহ খাই থাকোতে পাচাঙে কথাটো নববুক জনাই দিলে । নববু কিন্তু অলপো বিচলিত নহ'ল । অলপ সময় টলকা মাৰি সি পৰিস্থিতিটো অনুমান কৰিবলৈ চেষ্টা কৰিলে । কুম্‌বুমত থকাৰ অৰ্থই হ'ব নানান প্ৰশ্নৰ সমুখীন হোৱাটো । হান সৈনিকে তাক শিবিৰলৈ ধৰি নি কমিউনিষ্ট হ'বলৈ হেঁচা দিব । অমান্তি হলে শাৰীৰিক নিৰ্যাতন আৰম্ভ কৰিব — তাতো সৈমান নহ'লে চিংত্ৰো বিৰোধী বুলি কোনোবা সুদূৰ কাৰাগাৰৰ অন্ধকাৰলৈ পঠিয়াই দিব । সি আৰু দুনাই হানৰ সম্মুখত অপৰাধীৰ নিচিনাকৈ থিয় নিদিয়ে বুলি মনতে সিদ্ধান্ত লৈ পেলালে ।

"আমি চুৰ্থাংলৈ বুলি এতিয়াই যাওনা হ'ম পাচাং ।" নববুৱে নিজৰ সিদ্ধান্ত শুনাই দিলে । নববুৰ এই সিদ্ধান্তৰ ওপৰত কোনো মতামত ব্যক্ত নকৰি পাচাঙে ঘৈণীয়েকক সোনকালে খোৱা-লোৱাৰ ব্যৱস্থা কৰিবলৈ ক'লে । পাচাঙৰ ঘৈণীয়েকেই ঘৰৰ সকলো কাম কৰে । বহুত দিনৰ মূৰত ককাঁয়েক-সবৌয়েকক লগ পাই ভাল্‌মাই মাজ নিশালৈকে নানান খাদ্য বস্তু প্ৰস্তুত কৰিছিল । লগতে নিংমাও আছিল । দেশৰ কথা, ঘৰৰ কথা আৰু ল'ৰা-ছোৱালীৰ কথাকে পাতিছিল দুয়ো বহি বহি । শুবলৈ যাওঁতে পলম

হৈছিল যদিও প্ৰথম কুকুৰাৰ ডাকতে উঠি ভনুৱাই কবৰ কাষত খান্দিছিল। ঘৰত তাই এতিয়া অকলশৰীয়া। তিনিটা সন্তানৰ মাক হৈছিল যদিও প্ৰথমটোহে জীয়াই আছে। পিচৰ দুটা এপৰিয়েই মৰিল। প্ৰথমটো ল'ৰা। বয়স দহবছৰ হৈছে। দদায়েকৰ তাতে থৈছে। দদায়েকৰ ঘৰতে এদিনৰ বাট।

"তুমি পেমাক লৈ আগবাঢ়ি যোৱা। মই চুটি বাটেৰে গৈ তোমাক মাজবাটতে লগ কৰিম। বাওঁহে অহা বাটেৰেই গৈ থাকিবা।" নবযুৰ পৰামৰ্শৰ অৰ্থ নিংমাই বুজি নাপালে; তেতিয়া সূৰ্য আকাশত বেলি ওলাওঁ ওলাওঁ হৈছিল।

"মই আকৌ অকলশৰীয়াকৈ আগে আগে যাব লগা হ'ল কিয়?"

"হানে মোৰ ওপৰত নজৰ দিছে যেন অনুমান হৈছে। আজি পথৰ্লি সিহঁত আকৌ ইয়ালৈ আহিব বুলি কৈ গৈছে। তুমুদুনৰ মাজেৰে গ'লে সিহঁতৰ হাতত পৰিব পাৰো। গতিকে মই পাহাৰ বগাহি চুটি বাটেৰেই যাম। শ্ৰাৎচং মঠৰ ভগ্ন স্তুপৰ ওপৰতে গৈ তোমালোকক লগ পাম, চিন্তা নকৰিবা।"

"পোমাক লৈ অকলে ইমানদূৰ যাম কোন সাহসত?"

"সেই কথালৈ চিন্তা নকৰিবা। শ্ৰাৎচং মঠলৈ ময়ো লগত যাম বাক।" পাচাঙে সমস্যা সমাধান কৰি দিলে।

নবযুৱে লগত অনা ঘোঁৰা দুটাৰ তিনিটা পাচাঙৰ তাতে এৰিলে। এটাৰ ওপৰত পেমাক লৈ নিংমা উঠি বহিল আৰু আনটোৰ ওপৰত বস্তু বান্ধিলে। নবযুৱে নিজৰ পখৰা ঘোঁৰাটোতে উঠি বহিল।

"আৰু বা দেখা হয়নে নহয় নাজানো পাচাং। খাজনা দিবলৈ অনা বস্তুখিনি সংগঠনৰ কামত লাগিলে মই সুখী হম। দেশৰ এই উখল মাখলত কোন কেনি গুচি যাব লগা হ'ব কোনেও নাজানে। নমৰি যদি জীয়াই থাকো এদিন আকৌ লগ পাবলৈ আশা থাকিল পাচাং।"

"তই আকৌ কান্দিছ কিয় ডল্মা? খাম্পা তিৰোতাই কান্দিলে শোভা নাপায়। জন্মিছো যেতিয়া এদিন মৰিবই লাগিব। মৰিলেও ঘাঁজাৰজানে দেখাকৈ মৰিম চাই থাকিবি — 'কেলিচু' পাচাং 'কেলিচু' ডল্মা।" এই বুলি নবযুৱে নিজৰ ঘোঁৰাটোৰ পেটিত আঁঠুৰে খুন্দিয়াই দিলে। আৰামিক অঞ্চলৰ মাজে মাজে সি ঘোঁৰাটো পাৰ কৰি লৈ গ'ল সাধাৰণ গতিত।

ধুম্‌ধুম্‌কৈ বৰফপাত আৰম্ভ হ'লে সাজি উলিওৱা নতুন দলংখন নবযুৱ চকুত পৰিল। দলংখন দুয়ো মূৰে যান সৈনিক থিয় দি থকা দেখা পাই সি ঘোঁৰাৰ মুখ ঘূৰাই দিলে। নৈখনৰ কাষে কাষে সিও ঘোঁৰাটোক ভটিয়াই লৈ গ'ল্ কিছুদূৰ। শিলনিৰে পানী বাগৰি যোৱা বাম ঠাই এডোখৰ দেখি নবযুৱে সেই পিনেই ঘোঁৰা নমাই দিলে। দলংখন তাৰপৰা চকুত নপৰিল। ঠিক সৈকত পাৰ হৈয়ে নবযুৱে কুম্‌কুম্ কৃষি পথাৰখন পালে। কৃষি পথাৰখনেৰেও সি ধীৰ গতিত ঘোঁৰাটো পাৰ কৰি নিলে। পথাৰখনৰ শেষ সীমাৰ পৰাই আৰম্ভ হৈছে পাইন গছৰ বনাঞ্চল। সেই বনাঞ্চল ক্ৰমান্বয়ে উঠি গৈছে পাহাৰৰ ওপৰলৈ। পাইন বননিত সোমাইয়ে নবযুৱে ঘোঁৰাটোৰ গতি বঢ়াই দিলে। বননিখন অটব্য নহয়; সহজে ঘোঁৰা চেকুৰাইযাব পাৰি।

তিব্বত দেশখন পৃথিৱীৰ ভিতৰতে বৃহত্তম মালভূমি। সাগৰ পৃষ্ঠৰপৰা বাৰ হাজাৰ ফুট উচ্চতাত অৱস্থিত এই বিশাল দেশখনৰ প্ৰাকৃতিক চিত্ৰখনো অতি বিচিত্ৰ। চাংপো আৰু ইয়াৰ উপনৈসমূহৰ পাৰে পাৰে থকা সমতল উপত্যকাবিলাক বাদে দেশখনৰ বাকী অংশ পৰ্বতীয়া। পৰ্বতীয়া যদিও তেনেই উদং পৰ্বত। পাহাৰবিলাকৰ নামনি অঞ্চল সদায় সেউজীয়া ঘাঁহনিৰে আবৃত। মাইলৰ পিচত মাইল বিয়পা এই ঘাঁহনি অঞ্চলত প্ৰতি ঋতুতে অঞ্চলবিলাক দূৰৰপৰা একোখন ৰংবিৰঙীয়া বিশাল দলিচা যেন দেখি। এই সমতল অঞ্চলৰ ঠায়ে ঠায়ে আছে নানান আকাৰৰ সৰু-বৰ গাঁও। শিল কাঠেৰে সজা ঘৰবিলাকো হয় বিভিন্ন ৰঙৰ। গাঁওবিলাকৰ গাতে লাগি থাকে কৃষি পথাৰ।

ঘাঁহনি অঞ্চলৰ পিচতে আৰম্ভ হয় বননি অঞ্চল। এই বননি অঞ্চল পাহাৰৰ অলপ উচ্চতাত গৈয়ে অন্ত পৰে। তাৰ পিচৰ ভূমি খণ্ড শিলনি। শিলনি যদিও অগম্য নহয়। পৰ্বতৰ শিখৰবিলাক বৰফেৰে আবৃত। জহকালি বৰফ ওপৰতহে থাকে। শীতকালত এই বৰফৰ সীমাৰেখা ক্ৰমান্বয়ে নামি আহি পাইন বননিকো চুৱেহি। বেছি ঠাণ্ডা পৰিলে সমতল ভূমিখণ্ডটো বৰফ পৰিব ধৰে। এই দৃশ্য চাৰিওপিনে একেই সমান।

প্ৰকৃতিৰ এই বিচিত্ৰ সৃষ্টিৰ ফলতেই তিব্বতবাসীৰ বাবে যাতায়তৰ ক্ষেত্ৰত কোনো সমস্যা নাই বুলিয়েই ক'ব পাৰি। যেনিয়েই মন যায় তেনিয়েই সহজেই যাব পাৰি। দিশ নিৰ্ণয় কৰিবলৈকো একো অসুবিধা নাথাকে। নিশা যাবে তাৰে ঘৰত গৈ আশ্ৰয়ী হোৱাতো কোনো বাধা

নাই। তিব্বতীয়সকল জাতিগতভাৱে অতিথি পৰায়ন। অভাৱ অনাটন কি বুলি নাপায়। আধুনীকতাবিহীন এই সমাজৰ চাহিদাও তেনেই সীমিত। যি আছে তাতেই সন্তুষ্ট হৈ হাঁহি-মাতি, নাচি-বাগি জীৱন পাৰ কৰি দিব জানে। ধৰ্ম আৰু জীৱিকা সমান্তৰালভাৱে চলে।

দুঘণ্টামান ঘোঁৰা চেকুৰাই নৰবুৱে যেতিয়া শ্ৰাংচং মঠৰ ভগ্নস্তুপৰ কাষ পালেগৈ তেতিয়াও নিংমাইঁতে আহি পোৱা নাছিল। মুকলি ঠাইত অপেক্ষা নকৰি নৰবুৱে পুনৰ উভতি গৈ পাইন বননীত সোমাল। ঘোঁৰাৰ পৰা নামি বহুত সময়লৈকে নিংমাইঁত আহি নোপোৱাত তাৰ মন চিন্তিত হৈ পৰিল। অলপ আগুৱাই যাওঁ বুলি পুনৰ ঘোঁৰাত উঠিব খোজোঁতেই নিংমাইঁতক আহি থকা দেখিলে। পাচাঙক দেখি নৰবুৱে ধৰি ললে সি উভতি গ'ল বুলি।

পাইন গছৰ তলতে বহি তিনিও বিশ্ৰাম লওতে নিংমাই টোপোলা খুলি খাদ্যবস্তু উলিয়ালে। টোপোলাটোত বিধে বিধে খাদ্য বান্ধি দিছিল ডল্‌মাই। লগতে পেমাই ভাল পোৱা "চুৰা গাম্বো" খাদ্য এসোপা। শুকান 'চিজ'ৰ এই শিল যেন টান টুকুৰাবিলাক সকলো ল'ৰা-ছোৱালীৰে অতি প্ৰিয়। এডোখৰ মুখত লৈ বহুত সময়লৈকে চোবাই থাকিব পাৰি।

খাই-বৈ উঠাৰ পিচতেই নৰবুৱে ঘোঁৰা চলাই দিলে। শ্ৰাংচং মঠৰ ধ্বংসস্তুপৰ কাষেৰে পাৰ হৈ যোৱা নতুন মটৰ আলিটোৱে গৈ থাকিলে কায়েৰি পাবলৈ দুঘণ্টামান লাগে। কায়েৰি মঠ পোৱাৰ আগতে ডফু গাঁও খন আছে বুলি নৰবুৱে জানে। নিশাটো তাতে কটাব বুলি মনস্থ কৰিলে নৰবুৱে। কিছুসময় যোৱাৰ পিচত সেই অকণমান গাঁওখনলৈ যোৱা বাটেৰে নৰবুহঁত আগুৱাই গ'ল। মটৰ আলিৰপৰা গাঁওখনৰ দূৰত্ব বৰ বেছি নহয়।

গাঁওখন সৰু আৰু মানুহৰ সংখ্যাও কম। কায়েৰি মঠত পূজা অৰ্চনা দিবলৈ তীৰ্থযাত্ৰীৰ দান—দক্ষিণাৰেই এই গাঁওবাসীৰ ভৰণ পোষণ চলি গৈছিল। কোনো অভাৱ নাছিল কেতিয়াও। তীৰ্থযাত্ৰীৰ ঘোঁৰাক ঘাঁহ - পানী যোগান দিয়াটোৱেই আছিল গাঁওবাসীৰ প্ৰধান জীৱিকা। তীৰ্থযাত্ৰীৰপৰা যি পাইছিল সেয়াই যথেষ্ট আছিল। নিদানলৈ বুলি সাঁচিবও পাৰিছিল অলপ অচৰপ। এতিয়া আকালৰ দিন। মঠবো দুৱাৰ বন্ধ। তীৰ্থযাত্ৰীও নহা হ'ল। আজি এবছৰে দিনবিলাক অভাৱৰ মাজেৰেই পাৰ হৈ গৈছে। আলিটো সাজিবৰ সময়ত গাঁওখনৰ সকলো মানুহকে ছানে ধৰি বান্ধি নি কামত লগাইছিল। ল'ৰা—ছোৱালীবিলাকেও অব্যাহতি পোৱা নাছিল।

আগদিনা হান বিষয়া গাঁওখনলৈ আহি দীঘল দীঘল ভাষণ দিছিল । সিহঁতে বুজাইছিল যে ৰাষ্ট্ৰৰ মঙ্গল সাধনতহে পুণ্য আছে — ধৰ্মত নাই । আলিবাট সাজিলেহে বোলে বেমাৰ-আঁজাৰ আতৰিব, অভাৱ-অনাটন দূৰ হ'ব আৰু অজ্ঞানতা নোহোৱা হ'ব । মঠ সাজিলে এই সমস্যাবিলাক কেতিয়াও আঁতৰ নহ'ব বুলি দীঘল দীঘল ভাষণ দি মাজনিশালৈকে গাঁওবাসীক বহুৱাই ৰাখিছিল । পিচদিনা সেই বিষয়াজনেই উভতি আহি মানুহখিনিক গতিয়াই চকিয়াই আলিবাটৰ কামলৈ লৈ গৈছিল । কাম কৰাৰ পাৰিশ্ৰমিক দিব বুলি কৈছিল তাকো দিয়া নাছিল । খাদ্য যি খাবলৈ দিছিল সিও আছিল অখাদ্য । চাম্পাগুড়ি মিহলোৱা পাতল পানী আৰু দুই এডোখৰ আলুৱেই আছিল খাদ্য । মটৰ গুটি সিজাই দিছিল । মানুহে খোৱা নাছিল । মটৰ মাহ অকল ঘোঁৰাৰ খাদ্য ৰূপেহে গাঁৱৰ মানুহে উৎপন্ন কৰে । শেষত পেট নভৰা দেখি তাকেই খাইছিল শ্ৰম কৰা মানুহবিলাকে ।

এতিয়া সেইখিনিও পাবলৈ নোহোৱা হ'ল । আলিবাটেৰে অহা যোৱা কৰা দেশবাসীৰ ওচৰত ল'ৰা—ছোৱালীবিলাকে হাত পাতি যি পাইছিল তাকো এতিয়া পাবলৈ নোহোৱা হ'ল । আলিবাটেৰে অহা যোৱা-কৰা মানুহৰ সংখ্যাও কমি গৈছে । হান সন্ত্ৰাসৰ ফলত তিব্বতবাসীৰ জীৱনৰ ছন্দ যেন চিৰদিনৰ বাবে নোহোৱা হৈ পৰিল ।

নৰবুহঁতক গাঁওখনৰ পিনে আহি থকা দেখি সক সক ল'ৰা — ছোৱালীবিলাকৰ মাজত হাই-উৰুমি লাগিল । কিবা পোৱাৰ সম্ভাৱনাই যেন সিহঁতৰ মনবিলাক উতনুৱা কৰি তুলিলে । গাঁওখন পোৱাৰ লগে লগে নৰবুহঁতক ল'ৰাবিলাকে আগুৰি ধৰি লগে লগে গ'ল । সিহঁতৰ অভাৱগ্ৰস্ত শৰীৰবিলাকলৈ চাই নৰবুৰ মন অনুকম্পাৰে উপচি পৰিল । সন্মুখতে আহল বহল ঘৰ এটা দেখি নৰবুৱে ততে নি ঘোঁৰা ৰখাই দিলে ।

"গাঁৱত পুৰুষ মানুহ কোনো নাই নেকি ?" তেতিয়ালৈকে এজনো পুৰুষ মানুহক নৰবুৱে দেখা পোৱা নাছিল ।

নৰবুৰ প্ৰশ্ন শুনি ল'ৰা-ছোৱালী বিলাকে ইজনে সিজনৰ মুখলৈ চাবলৈ ধৰিলে । প্ৰশ্নটো সিহঁতৰ বাবে আচহুৱা লাগিল নে উত্তৰ দিবলৈ ভয় কৰিলে সেই কথা বুজা নগ'ল । উত্তৰ দিলে বিষণ্ণ মনৰ তিৰোতা এগৰাকীয়ে । জীৰ্ণ চুৰা পিন্ধা তিৰোতাগৰাকীলৈ চাই নৰবুৱে গাঁওবাসীৰ দৈন্যতাক অনুমান কৰিব পাৰিলে ।

"এতিয়া নাই, আন গাঁৱলৈ গৈছে । সন্ধিয়ালৈকেহে উভতি আহিব ।"

"কিবা সমূহীয়া কামত গৈছে হ'ব পায় ?" নববুৰ এই প্ৰশ্নৰ উত্তৰ দিবলৈ মাইকী মানুহগৰাকীয়ে দ্বিধা বোধ কৰিলে।

"খাদ্য বস্তু বিচাৰিছে গৈছে।"

মানুহজনীৰ উত্তৰ শুনি নববুৱে আৰু আন কথা সুধিবলৈ বেয়া পালে। এনে এখন অভাৱগ্ৰস্ত গাঁৱত আলহী হ'বলৈ আহি গাঁৱৰ বাসিন্দাক কষ্ট দিয়াহে হ'ব বুলি সি ভাবিবলৈ বাধ্য হ'ল। পূৰ্বৰ কথা বেলেগ আছিল এতিয়া পৰিস্থিতি সম্পূৰ্ণ বিপৰীত। পূৰ্বৰ দিনবিলাক হোৱা হ'লে চোনাম নববু আহিছে বুলি গাঁওখন উৎসৱমুখৰ হৈ পৰাটো স্বাভাৱিক হ'লহেঁতেন। সন্ধিয়া পৰত ডেকা-গাভৰুৱে সমূহীয়া নাচেৰে চোনাম নববুক মনোৰঞ্জনো দিলেহেঁতেন।

"হ'ব বাৰু একো চিন্তা কৰিব নালাগে। আজি নিশাটো আমি ইয়াতেই থাকিব লাগিব।"

নববুৱে ঘোঁৰাৰ পৰা বয়-বস্তুবিলাক নমাব ধৰোতে মাইকী মানুহ কেইজনীমান ওচৰ চাপি আহিল। সকলোৰে একেই অৱস্থা। দুই এজনীৰ পিঠিত বন্ধা কেঁচুৱাকিটাও তেনেই দুৰ্বল। পয়া লগা নহ'লেও তেনেকুৱা যেনেই দেখিলে। সহানুভূতি জনোৱাত বাদে নিংমাৰ কৰিব লগা একোৱেই নাছিল।

"আলহীক খোৱা পানী আৰু শুকান ঘাঁহখিনিৰ বাদে আন একোৱেই দিব নোৱাৰিম। আলহীয়ে বেয়া পাব নালাগে।" কওঁ নকওঁকৈ এগৰাকী তিৰোতাই মনৰ কথাটো কৈয়ে পেলালে।

"আমিও একেখন দেশৰ মানুহ। যি আছে তাকে ভগাই খাব পাৰিম।" নিংমাই অভাৱগ্ৰস্ত মানুহখিনিক বুজনি দিবলৈ চেষ্টা কৰিলে।

ইতিমধ্যে নববুৱে ঘোঁৰা তিনিটাক এটা আঁৰ বেৰ থকা পৰিত্যক্ত ঘৰত নি বান্ধিলে। দুৰ্দশাগ্ৰস্ত গাঁও এখনত দলিচা বন্ধা ঘোঁৰা দেখিলে যানে খেদা মাৰি আহিব বুলি নববু সতৰ্ক হ'বলৈ বাধ্য হ'ল। কেইজনমান চেমনীয়াই লৰালৰিকৈ ওচৰৰপৰা ঘাঁহ আনি ঘোঁৰাকেইটাক খাবলৈ দিয়াত নববুৱে সিহঁতলৈ চাই থাকিল। যি ফুল ফুলোতে সময় লাগে সেই ফুল থাকেও বহুদিনলৈ। যি সংস্কৃতি গঢ়ি উঠিবলৈ হাজাৰ বছৰ লাগে সেই সংস্কৃতি নিঃশেষ হ'বলৈও হাজাৰ বছৰেই লাগিব বুলি নববুৱে অনুভৱ কৰিলে। অতিথি সৎকাৰ তিব্বতবাসীৰ জাতীয় সংস্কৃতিৰেই অভিন্ন অংগ। অভাৱ-অনাটনেও এই সংস্কৃতিক মচি পেলাব নোৱাৰিলে বুলি চোনাম নববু পতিয়ন গ'ল। ঘাঁহ আনি দিয়া চেমনীয়া কিজনৰ প্ৰতি নববুৰ অন্তৰত

চেনেহ উপজিল ।

"এই গাঁওলৈ হান মানুহ আছে নেকি ?" নৱবুৱে জানিব বিচাৰিলে । শিশুৱে কথা লুকাব নাদাজে ; সঁচা কথাকে কয় বুলি নৱবুৱে জানে । ডাঙৰক সুধিলে কিয়বা সুধিছে বুলি হয়তো উত্তৰ দিবলৈ সংকোচ কৰিব পাৰে ।

"আছেতো । মাজে মাজে আহিয়ে থাকে ।" উত্তৰ দিওঁতাজনে মুখ বিকটাই দিলে ।

"কোন সময়ত আহে – মানে ৰাতি নে দিনত ?"

"দিনত নাহে –ৰাতি ৰাতি আহে ।" একেজনেই উত্তৰ দিলে । ল'ৰাটো সাহসী আৰু বুদ্ধিমান যেন লাগিল নৱবুৰ । চেমনীয়া দলটোৰ হয়তো সিয়েই দলপতি ।

"আহি কি কৰে ?"

"কি কৰিব আৰু – মানুহ গণে । ঘৰৰ ভিতৰতো জুমি জুমি চায় ।"

"সিহঁত আহিলে তোমালোকৰ ভয় লাগে নেকি ?

"লাগিবতো - সিহঁতে ডাঙৰ মানুহবিলাকক বেতেৰে কোবায় ।" উত্তৰ দিওঁতে সাহসী যেন লগা ল'ৰাজনৰ মুখতো ভয়ৰ ভাব প্ৰকাশ পোৱাটো নৱবুৱে মন কৰিলে ।

"হ'ব বাৰু এতিয়া খেলাগে ।"

ল'ৰাকেইটা যায়গৈ যদিও যাওঁতে নৱবুলৈ ৰাবে ৰাবে ঘূৰি ঘূৰি চাই গ'ল ।

নৱবুহঁতে নিশাটোৰ বাবে থিতাপি লওতে সন্ধিয়া লাগিল । ইতিমধ্যে কোনোবা এজনীয়ে বাস্টিৰ নিচিনা কাঠৰ পাত্ৰৰে পানী আনি দি থৈ গ'ল । কোনোবা এজনীয়ে দি থৈ গ'ল য়াকৰ শুকান গোবৰ । শুকান গোবৰৰ টুকুৰাবিলাক কাঠকয়লাৰ নিচিনাকৈ লাহে লাহে জ্বলে । উত্তাপো হয় একেই সমান । নিশা কোঠালী গৰম কৰি ৰাখিবলৈ এইবিধ প্ৰজ্বলক প্ৰায়েই ব্যৱহাৰ হয় ।

নিংমাই টোপোলাবিলাক খুলি নিশাৰ আহাৰ প্ৰস্তুত কৰিবলৈ লওতে গাঁওবাসীৰ ভোকাতুৰ মুখবিলাকলৈ মনত পৰিল।

"কাইলৈকে আমি ঘৰ পাম যেতিয়া এইখিনি পৰিয়ালকিটাক দি দিলেই ভাল হ'ব ।" নিংমাৰ ইচ্ছাক নৱবুৱে মূৰ দুপিয়াই সমৰ্থন জনালে । দুসাজৰ কাৰণে ৰাখি বাকী থকা সকলো খাদ্যবস্তু নিংমাই

ওচৰচাপি অহা তিৰোতাসকলক ভগাই দিলে ।

ইতিমধ্যে এজন দুজনকৈ পুৰুষসকল গাঁওখনলৈ উভতি আহিব ধৰিলে । আলহী অহা বুলি গম পাই সিহঁতে নৱবুহঁতে আশ্ৰয় লোৱা ঘৰতে আহি থুপ খালে ।

"আপোনালোক আহিছে ক'ৰ পৰা আৰু যাব ক'লৈ ?" ঘৰটোৰ গিৰিহঁতে কৰা প্ৰশ্নত সন্দেহ মিহলি আছিল । সন্দেহ হবৰে কথা । আজি কালি গাঁওখনলৈ হঠাতে এনে মানুহ আহি ওলায়, যাৰ কথা আৰু কামৰ মাজত কোনো সমিল মিল নাথাকে । কোনোবা দুজনমান আহি মানুহ গনি গুচি যায় । কোনোবাটো দল আহি গাঁওবাসীৰ ঘৰ-বাৰী, য়াক, ভেৰা, ঘোঁৰা, গাহৰিৰ হিচাপ বিচাৰে । কোনোবাই আকৌ কৰ্মঠ মুনিহ তিৰোতা কিমান তাকো কাগজত লিখি লৈ যায় । এনেকৈ অহা মানুহবিলাকৰ কথা-বতৰাত খাম্পা যেন লাগিলেও পোছাকে-পাতিয়ে বেলেগ যেনহে লাগে । কোনোবাজনে চুবা পিন্ধি আহিলেও চালচলনত ভেশচন ধৰিছে বুলি ওলাই পৰে ।

"আমি কুম্‌বুমৰ পৰা আহিছোঁ ।"

ক'লৈ যাব সেই কথা কিন্তু নৱবুৱে ইচ্ছা কৰিয়েই নকলে । গাঁৱতো হান চোৰাংচোৱা থকাৰ সম্ভাৱনাক নুই কৰিব নোৱাৰিলে ।

"মঠলৈ গৈছিল নেকি ?" কুম্‌বুম্ মঠৰ কথাকে উল্লেখ কৰিলে গাওঁবাসীজনে । এই গাঁওখনৰ কাষেৰেই যাত্ৰীসকলক কুম্‌বুমলৈ যোৱা গাঁওবাসীয়ে দেখি আহিছে মনত পৰা দিনৰে পৰা । পৰিস্থিতিৰ সলনি হৈছে যদিও কুম্‌বুম্ মঠৰ পূজা-অৰ্চনা বন্ধ হৈ গৈছে বুলি গাঁওবাসীয়ে গম নাপায় ।

"মঠ চাবলৈ ইচ্ছা আছিল যদিও চোৱা নহ'ল ।"

"কিয় নহল নো ? কুম্‌বুমলৈ গ'ল অথচ মঠ নোচোৱাকৈয়ে গুচি আহিল - এয়া কেনেধৰণৰ কথা ? গিৰিহঁত অলপ আচৰিতেই হ'ল ।

"মঠৰ চাৰিওপিনে হানসৈনিক গিজগিজাই থকা দেখি মঠলৈ যোৱা নহ'ল ।"

নৱবুৰ এই উত্তৰত গাঁওবাসীকিজনে অলপ নিৰ্ভয়তা বিচাৰি পালে । আলহীজন নিজাৰেই মানুহ, বেলেগে কিবা নহয় বুলি সন্দেহ আঁতৰিল ।

"কুম্‌বুমত তেনেহলে অকণো শান্তি নাই ?" গিৰিহঁতৰ কথাত উদ্‌গ্ৰীৱ প্ৰশ্নত নৱবুৱেও অনুমান কৰি ল'ব পাৰিলে যে গাঁৱৰ মানুহখিনিও হানবিৰোধী হৈ পৰিছে ।

"শান্তি নাই বুলিয়েই ক'ব পাৰি । হানসকলে পূজা-অৰ্চনা কৰাতো বন্ধ কৰি দিছে । মঠনিবাসী মানুহবিলাকেও মঠ এৰি গুচি গৈছে ।"

"ক'লৈ গ'ল ?"

"হানৰ ভয়ত য'লৈ ত'লৈকে গুচি গৈছে বুলি শুনি আহিছোঁ ।"

"হয়, হয়, আমাৰ ইয়ালৈকো কেইজনমান ভিক্ষু আহিছিল । নিশা থাকি পিচদিনা পুৱাতে গুচি গৈছিল । নিশা আমাক বহুত কথা বুজাইছিল । হানসকলে হেনো আমাৰ ধৰ্ম নাশ কৰিব । মাটি-বাৰীবিলাক কাঢ়ি ল'ব ।"

মানুহজনে কথাখিনি থুলমূলকৈ ক'লে যদিও আন কথা আৰু আছে বুলি নৰবুৱে অনুমান কৰিব পাৰিলে ।

"আৰু কিবা কৈছিল নেকি ?"

উত্তৰ দিয়াৰ আগতে ঘৰটোৰ গিৰিহঁতজনে ইফালে অলপ চাই ল'লে । ওচৰে পাজৰে কোনো নাই দেখি নিশ্চিন্ত হ'ল ।

"কৈছিল .......... ।" ক'বলৈ যেন ভয় কৰিলে মানুহজনে ।

"কি কৈছিল কোৱা । মোৰ পৰা তোমাৰ অকণো অনিষ্ট নহয় । তোমালোকে হানৰ হাতত যেনেদৰে নিৰ্যাতিত হৈছা, মইও হৈছোঁ ।"

নৰবুক বিশ্বাসত ল'ব পাৰি বুলি মানুহজনে ভাবি ল'লে ।

"আমি হেনো প্ৰয়োজন হ'লে হাতত অস্ত্ৰ তুলি লব লাগিব । হানৰ বিৰুদ্ধে যুঁজিবও লাগিব ।"

"আৰু কিবা ?"

ঘৰৰ গিৰিহঁতজনে যে ইতিমধ্যে বহুত ভিতৰুৱা কথা জানি পেলাইছে সেই দিশত নৰবুৰ আৰু সন্দেহ নাথাকিল । মানুহজনে পেটত কথা লুকুৱাই ৰাখিব জানে দেখি তাৰ ভাল লাগিল ।

"আমাক গাওঁ এৰি যাবলৈ মানা কৰি গৈছে । বাট কাষৰীয়া গাঁৱৰ মানুহ হোৱা কাৰণে হানসৈনিকৰ গতিবিধিৰ ওপৰত নজৰ ৰাখি থাকিব কৈছে ।"

"তোমালোকৰ এই দুখ-কষ্টৰ দিনত এই কাম কেনেদৰেনো কৰিব পাৰিবা ?"

"ভিক্ষুসকলে তাৰো ব্যৱস্থা কৰি থৈ গৈছে । সেই ব্যৱস্থামতেই চুকে অঞ্চলৈ গৈছিলো খাদ্যবস্তু আনিবলৈ । আমি চাৰিজনেই ছঘৰ মানুহৰ বাবে খাদ্যবস্তু আনিলোঁ । দুজন চুকে গাঁৱতে থাকি আহিল । আমাৰ ডেকা ল'ৰা দুজনক হেনো আন কামৰ বাবে প্ৰয়োজন হৈছে ।"

"কি কামৰ বাবে সিহঁতক ৰাখিলে জানানে ?"

"সেইটো হ'লে আমি নাজানো – আমাক কোৱাও নাছিল । খাদ্য বস্তু লৈ আমাক উভতি আহিবহে কৈছিল । বাটত হানে প্ৰশ্ন কৰিলে খুজি - মাগি অনা বুলি ক'বলৈ শিকায়ো দিছিল ।"

ঘৰৰ গিৰিহঁতজনে ইয়াতকৈও বেছি কথা জানি আহিছে বুলি নৱবুৰ ভাব হ'ল ।

"চুকে অঞ্চলৰ জনসাধাৰণৰ মনবিলাক কেনেকুৱা দেখি আহিলা কোৱাচোন ।"

"আপুনি নাংপা মানুহ যেতিয়া – কৈছোঁ বাৰু ।"

চোনাম নৱবুক মানুহজনে চিনি নাপায় । সাধাৰণ যাত্ৰী বুলিয়েই হয়তো ভাবি লৈছিল । পৰিচয় লোৱাৰ পৰম্পৰাকো পাহৰি পেলাইছিল । চুৰ্থাং অঞ্চলৰ চোনাম নৱবু বুলি জনাহেঁতেন ঘৰৰ গিৰিহঁত গৰাকীয়ে হয়তো কান্দি পেলালেহেঁতেন ।

"চুকেৰ ভিতৰুৱা অঞ্চলত বহুতো ৰাইফল লোৱা যুৱকক দেখি আহিছোঁ । ডাঙৰ যুদ্ধ এখন আৰম্ভ হ'ব যেন পাইছোঁ । কেইদিনমান আগতে কুম্‌বুম্ নৈৰ পাৰত বহুতো হানসৈনিকক এই যুঁজাৰুসকলে গুলিয়াই মাৰিলে বুলি কথা ওলাইছে ।"

"নেতা কাক দেখিলা ?"

"মই নিজে দেখা নাই । মানুহে কৈছে ঙাবাং বুলি ।"

"হ'ব বাৰু আন কথা নকলেও হ'ব । কিন্তু এইবিলাক কথা মানুহ চাইহে কোৱা ভাল হ'ব । আমাৰ বহুতো বিবেকহীন যুৱকে হানৰ লগত হাত মিলাইছে বুলি শুনি আহিছোঁ । এনেবিলাক মানুহৰ পৰা আমি সততে সজাগ হৈ থাকিব লাগিব ।

দেশদ্ৰোহী জাতিদ্ৰোহী হৈ পৰা এনে মানুহৰ মনত হাঁহি থাকিলেও দাঁতবিলাক বৰ বিষাক্ত বুলি জানি থবা ।"

সি উভতি গৈ চুৰ্থাং নৌপোওতেই যুদ্ধখন আৰম্ভ হ'ল বুলি নৱবুৰ মনতো উচপিচাই উঠিল । চেন্‌ৰেজিগে সৃষ্টি কৰা জাতিত ওপজি হানৰ আধিপত্যক কেতিয়াও মানি নলব বুলি চোনাম নৱবুৰ মন আৰু অধিক দৃঢ় হৈ উঠিল । কায়েৰি মঠৰ অৱমাননাই তাৰ দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে জগাই তুলিলে জিঘাংসাৰ উগ্ৰ মানসিকতা ।

"ঘৰলৈ আমি কেতিয়ালৈকে উভতি যাম পা-লা ?"

ঘোঁৰাটোৰ আগফালে বহি থকা জীয়েকৰ কথা শুনি ইমান দুঃচিন্তাৰ মাজতো নৰবুৰ মনত ক্ষীণ হাঁহি ফুটি ওলাল । ধীৰ আৰু গহীন চৰিত্ৰৰ নৰবুৱে হাঁহে কম । কিন্তু পেমাৰ সৰু কথাতো নৰবুৰ হাঁহি ওলাল । পেমাৰ এধানমানো দুখ-কষ্ট নৰবুৱে সহিব নোৱাৰে । গিৰিয়েকৰ ভয়ত নিংমায়ো পেমাক কোনোদিনে টানকৈও মতা নাই ।

"ঘৰলৈকেতো গৈ আছোঁ পেমাদো । এইটো বাটেৰেইতো আমি সিদিনা অহা নাছিলো জানো ? পাহৰি গ'লা নেকি ?"

"বনৰীয়া চৰাই চৰি থকা সেই ডাঙৰ বিল খনযে দেখা নাই !"

কুম্‌বুমলৈ যাবৰ দিনা দেখি যোৱা বিলখনৰ ছবিখনহে তাইৰ মনত আছিল । অজস্ৰ ৰং-বিৰঙীয়া হাঁহ চৰি থকা সেই বিলখনৰ ছবি পেমাৰ মনৰ পৰা মচ খাই যোৱা নাছিল । বিস্তীৰ্ণ সেউজীয়া ঘাঁহনিৰ মাজত থকা হ্ৰদটো অতি মনোমোহা । ওখ পৰ্বতৰপৰা বৈ অহা বৰফ গলা পানী আহি সেই হ্ৰদৰ বুকুত মিলি গৈছে । হ্ৰদটোৰ নীলা পানীত প্ৰতিবিম্বিত হৈ থাকে ওখ ওখ পৰ্বতৰ হিম আবৃত শিখৰবিলাক । তাতে চৰি থাকে অজস্ৰ বনৰীয়া হাঁহৰ পাল । মানুহ দেখিলেও ভয় কৰি উৰি নাযায় । নিঃসঙ্কোচে বুৰ মাৰি মাৰি মাছ খাই থাকে । তিব্বত মালভূমিত এনেকুৱা হ্ৰদ শ শ আছে । তাৰে এটা হ্ৰদৰে নাম মানস সৰোবৰ । তিব্বতীয়সকলে 'মাপাম য়োমকো' বুলি কয় । এই মানস সৰোবৰ হ্ৰদৰ পৰাই ওলাই আহিছে বিখ্যাত চাংপো নৈখন । ভাৰত-তিব্বত সিমান্ত পাৰ কৰাৰ পিচত নাম পাইছে ব্ৰহ্মপুত্ৰ বুলি ।

"অলপ আগত গৈয়ে সেই বিলখন পাম । তাৰ পিছতে আমাৰ ঘৰ ।"

আদৰেৰে পেমাৰ মূৰটো পিহি পিহি নৰবুৱে সান্ত্বনা আৰু উৎসাহ দিব বিচাৰিলে । ঘৰ পোৱাৰ আনন্দই পেমাৰ চকুলৈ নামি আহিব ধৰা তন্দ্ৰা আঁতৰাই দিলে । তিনি-চাৰিদিন ঘোঁৰাত বহি বহি তাই আমনি পাইছিল । এতিয়া তাইৰ এছালি-এমালি কৰাৰ বয়স । লগৰীয়াৰ সতে ওমলিয়েই দিনতো পাৰ হৈ যায় । জাকত জিলিকা ৰূপৱতী ছোৱালী বুলি তাই গমকে নাপায় । তাইৰ ৰূপৰ বাতৰি শুনি কেইবাটাও সম্ভ্ৰান্ত পৰিয়ালৰ পৰা বৈবাহিক সম্পৰ্কৰ প্ৰস্তাৱ নৰবুৱেও পাইছিল । তাই ডাঙৰ হওক, পিচলৈ ভাবি চাম বুলি গুভতাই দিছিল সেই প্ৰস্তাৱ ।

"সোনকালে ব'লানা পা - লা । মোৰ বৰ আমনি লাগিছে ।"

লগৰীয়াৰ সতে ওমলা আনন্দৰ কল্পনাই পেমাক যেন অস্থিৰ কৰি

তুলিব ধৰিলে । এনেতে কেইবাখনো সামৰিক যান তীব্ৰ গতিৰে সিহঁতৰ পিনে আহি থকা দেখি পেমা মনে মনে থাকিল । যান কেইখন দেখি নৰবুৱে আলিটোৰ পৰা পথাৰলৈ ঘোঁৰা নমাই দিলে । গাড়ী কেইখন পাৰ হৈ যোৱালৈকে নৰবুৱে অপেক্ষা কৰিলে । ধূলি আঁতৰি যোৱাত সিহঁত আহি পুনৰ আলিত উঠিল । গুচি যোৱা সামৰিক যান কেইখনে নৰবুৰ মনৰ বিদ্বেষক যেন আৰু অলপ উচতাই থৈ গ'ল । সি অজানিতে তাৰ ঘোঁৰাটোৰ গতি বঢ়াই তোলাত নিংমা বহুত পিচ পৰিল ।

"আমা বহুত পিচ পৰিল কিজানি, অলপ লাহে লাহে চলোৱা না পা - লা ।"

কিছু বেলিৰ পিচত নৰবুহঁতে গৈ চুকে জানটো পালেগৈ । জানটো পাৰ হৈ এঢলীয়া পথটোৰে চুৰ্থাং গাঁওখনলৈ উঠি যাব ধৰোতে কেইবাজনো চুৰ্থাংবাসীক নৰবুৱে দেখা পালে । নৰবুহঁতক আহি থকা দেখি সিহঁতে বৈ দিলে ।

"আজিয়েই উভতি আহিলা যে ?"

গাঁওবাসীয়ে জানিছিল নৰবু চিলিঙলৈ যাব । উভতি আহোতে কমেও এসপ্তাহ লাগিব । কায়েৰি মঠত কি হৈছিল সেই সংবাদ চুৰ্থাংবাসীয়ে তেতিয়ালৈকে শুনা নাছিল ।

"সেইবিলাক বহুত কথা । পিচে পৰে কম বাৰু । গাঁৱৰ খবৰ কেনেকুৱা, সকলোৰে ভালনে ?"

সি নথকা দিনকিটাতে হয়তো বহুতো কিবা কিবি হৈ যাব পাৰে বুলি সি ভাবি ললে ।

"তোমালোক যোৱাৰ পিছদিনাই এজাক সৈনিক আহিছিল আমাৰ গাঁৱলৈ । তোমাৰ বিষয়ে প্ৰথমেই সুধিছিল । চিলিংলৈ যোৱা বুলি কৈছিলো । সিহঁতে মাত-কথাও ভালদৰে নুবুজে, কিবা ক'লে কিবা শুনে । আমাৰ কথা বুজাই দিবলৈ যি বা এজন লগত লৈ আহিছিল সিও আমদো ভাষাহে কয় । আমাৰ ভাষা ভলদৰে বুজিও নাপায় ।"

"তাৰপিছত সিহঁত গুচি গৈছিল নেকি ?"

"ক'ত যাব ইমান সহজে । দিনটো থাকি মানুহ গণিলে । কাৰ কিমান গৰু-ঘোঁৰা আছে সেই কথাও লিখি ল'লে । মিচা কথা কৈছো বুলি ঘৰে ঘৰে সোমাই খাদ্য ভঁৰালবিলাকো পিতৃপিতাই চালে ।"

"বন্দুকবিলাকৰ খবৰ নললে নেকি ?" নৰবুৰ বাবে যেন এতিয়া বন্দুকবিলাকেই মূল চিন্তাৰ কাৰণ হৈ পৰিছে । বন্দুকবিলাক যদি সিহঁতে কাঢ়ি লৈ যায় তেনেহ'লে সিহঁতে যুঁজিব কিহেৰে বুলি ভাবিবলৈ বাধ্য

হ'ল ।

"লৈছিল । কোন কোন মানুহৰ কি কি ধৰণৰ বন্দুক আছে এই সকলো কথা লিখি নিছে । এমাহৰ ভিতৰতে সকলো বন্দুক নি কুম্‌বুমত জমা দিব কৈ গৈছে । বন্দুক জমা দিয়া মানুহক পোন্ধৰ 'গ্ৰমো' কৈ পুৰস্কাৰ দিব । বন্দুক জমা নিদিলে এমাহৰ পিছত সিহঁত হেনো আকৌ উভতি আহিব । তেতিয়া কথা বেয়া হ'ব বুলিও সকীয়াই গৈছে ।"

"গাঁৱৰ মানুহে কি ভাবিছে ?"

"তুমি উভতি অহালৈকে সকলোৱে বাট চাই আছে । তুমি অহাৰ পিচতহে যি কৰিব লাগে তাকে কৰিব ।

মানুহজনৰ উত্তৰে নৰবুৰ মনোবল বঢ়াই তুলিলে । তথাপি নৰবুৰ মনত সন্দেহ থাকি গ'ল যে সংঘৰ্ষ আৰম্ভ হ'লে নিৰ্য্যাতনো আৰম্ভ হ'ব । হান নিৰ্য্যাতনত গাঁওবাসীৰ মনোবল ভাগি পৰিবনে অধিক কঠোৰ হৈ উঠিব সিও এক প্ৰশ্নৰূপে নৰবুৰ মনত ভুমুকি মাৰিলে ।

হানৰ অস্ত্ৰবল আছে অপৰিসীম । আৰু আছে সুদীৰ্ঘ ত্ৰিশ বছৰীয়া গৃহ যুদ্ধৰ অভিজ্ঞতা । সিহঁতৰ জনশক্তিও অফুৰন্ত। এশজন মাৰিলে হাজাৰজন আহিব খালী ঠাই পূৰাবলৈ । সেই তুলনাত সিহঁতৰ একোৱেই নাই যেন লাগিল চোনাম নৰবুৰ । ৰাইফল আছে যদিও তেনেই আও পুৰণি । যুঁজিব পৰা মানুহৰ সংখ্যাও আঙুলিৰ পাৱত গণিব পৰা । আগন্তুক এই অসমান যুঁদ্ধখনৰ সমস্যাবিলাক মনতে চালি-জাৰি চাই সি অলপ নিৰাশ হ'ল যদিও কিছুমান যুক্তিৰে সেই নিৰাশাৰ্ক নৰবুৱে মনৰ পৰা আঁতৰাই পেলালে । সি ভাবিলে যে প্ৰতিখন পৰ্বতৰ কঠিন পৰিবেশে সিহঁতক একো হাজাৰ মানুহৰ শক্তি আনি দিব পাৰিব । প্ৰতিখন পৰ্বতক সিহঁতে একোটা দুৰ্ভেদ্য গড়ৰূপে গঢ়ি তুলিব লাগিব । প্ৰতিখন নৈক সেই গড়বিলাকৰ গড়খাৱৈ ৰূপে কামত লগাব লাগিব । হানৰ হাতৰ পৰা আধুনিক অস্ত্ৰ কাঢ়ি লৈ সেই অস্ত্ৰৰেই সিহঁতৰ লগত যুঁজিব লাগিব । হানে যুঁজিব মটৰ আলিৰে গাড়ীত আহি । আৰু সিহঁতে যুঁজিব ঘোঁৰাত উঠি পৰ্বতে হাবিয়ে লুকাই থাকি । হানে খাব লাগিব সিহঁতৰ দেশৰ পৰা কঢ়িয়াই অনা খাদ্য । আমাৰ বাবে হাবিতে আছে বিধে বিধে খাদ্য বুলি ভাবি নৰবুৰ মন পুনৰ ডাঠ হৈ পৰিল ।

গৰিলা যুঁদ্ধৰ নীতি-নিয়মবিলাক নৰবুৱে নাজানে বা শিকাও নাই । তথাপি সি গণযুদ্ধৰ প্ৰতিটো দিশ শুদ্ধভাৱেই বিশ্লেষণ কৰিব পাৰিলে ।

"এটা কথা সুধিব পাৰোনে নৰবু ?" নৰবুৰ গভীৰ চিন্তাত আউল লগাই দিলে মানুহজনৰ আকস্মিক প্ৰশ্নই ।

"অ, অ, সোধা। কি কথানো সুধিব খুজিছা ?"

"বহুতো মানুহক ল'ৰা-তিৰোতা আৰু মালবস্তু লৈ এই আলিবাটেৰে দক্ষিণ দিশলৈ যোৱা দেখিছোঁ। এই মানুহবিলাকে যেন ঘৰবাৰী এৰি থৈ যাব ওলাইছে তেনেকুৱা লাগিছে। তুমি কিবা জানি আছিছা নেকি ?"

"কেতিয়া যোৱা দেখিলানো ?"

"আজি এমাহ মানৰ পৰাই কথাটো মন কৰিছো। প্ৰথমতে এটা দুটা পৰিয়ালহে চকুত পৰিছিল। এতিয়া জুমে জুমে যোৱা দেখিছোঁ । দক্ষিণ দিশত কোনো ডাঙৰ মঠো নাই । লাচালৈকে ইমান ঘূৰণীয়া বাটেৰে কোনেও নাযায় । ক'লৈ গৈছে বাৰু মানুহবিলাক? হানৰ ভয়তে গাওঁ এৰি যাব ধৰিছে নেকি নৰবু ?"

"পলাব ধৰিছে বুলি ভাবিছা নেকি ? কিজানি ল'ৰা-তিৰোতা আৰু সা-সম্পত্তিখিনি নিৰাপদ ঠাইলৈ আঁতৰাই নিছে বা কোনে জানে !"

চ্যচি-গ্যানদ্ৰুকৰ নিৰ্দেশ জাৰি হ'বলৈ নৌ পাওঁতেই মানুহে নিজৰ প্ৰস্তুতি নিজে নিজেই আৰম্ভ কৰিলে যেন লাগিল নৰবুৰ ।

"আমিও ল'ৰা-তিৰোতা, সা-সম্পত্তিক আঁতৰাব লাগিলে এনেদৰে পলাই যাব লাগিব নেকি নৰবু?"

"পলাইনো যাবা ক'লৈ কোৱাচোন। ঘৰ, পথাৰ আৰু য়াক-ভেৰাৰ পাল এৰি যাবা ক'লৈ । উপৰি পুৰুষে পাতি থৈ যোৱা ভেটিটো এৰি থৈ যাবা কেনেদৰে।"

চোনাম নৰবুৰ এই দৃঢ় উত্তৰ শুনি মানুহজনে এইবাৰ সমিধান বিচাৰিলে।

"তেনেহ'লে কি কৰিবা বুলি ভাবিছা নৰবু । হানৰ উৎপাতত ইয়াত থাকিবও নোৱাৰি - পিতৃ ভেটিটো এৰি থৈ যাব নালাগে বুলিও কৈছা, তেনেহলে আমি কি কৰিম ?"

"কি কৰিম আৰু ইয়াতে থাকিম। প্ৰয়োজন আহিলে নিজৰ ভেটি ঘৰ আৰু সা-সম্পদক ৰক্ষা কৰিবলৈ পূৰ্বপুৰুষে যি কৰিছিল আমিও তাকেই কৰিম। হানে বন্দুক ল'লে আমিও বন্দুক লম। গাঁৱত থাকিব নোৱাৰা হ'লে পৰ্বতলৈ গুচি যাম । ল'ৰা-তিৰোতাকো আঁতৰাই পঠাব লাগিব । তুমি কি কোৱা ?"

সমিধানটো শুনি গাওঁবাসীজনে নৰবুৰ মুখলৈ চালে। নৰবুৰ হাততে

সকলো সমস্যাৰ সমিধান থাকে বুলি চুৰ্থাংবাসীয়ে জানে। নবব়ুৱে দিয়া সমিধানক চুৰ্থাং অঞ্চলৰ মানুহে চূড়ান্ত সিদ্ধান্ত বুলিয়েই মানি আহিছে।

"মইনো বেলেগে কি কম ! তুমি যি কৰা তাকেই কৰিম। গাঁৱৰ মানুহেও একে কথাকে কৈছে। হানৰ সতে একেখন ঘৰতে থকাটো সম্ভৱ নহয় বুলি আমাৰ গাঁৱৰ মানুহে এতিয়াই ভাবিছে। বিধৰ্মী হানৰ ছাঁটো গাত লাগিলেও আমাৰ মানুহে ছেই ছেই কৰে।"

গাওঁবাসীজনৰ কথা শুনি চোনাম নবব়ু উৎসাহিত হ'ল। হানৰ জোঙা নাঙলে পথাৰখন চহাই থৈছে। চ্যুচি-গ্যানড্ৰুক্‌কৰ মৈখনেৰে মাটি নিজমাই সশস্ত্ৰ বিদ্ৰোহৰ কঠীয়া সিঁচিলেই হ'ব বুলি ভাবোতেই নববুহঁতে গাঁৱত সোমোৱা শিলৰ তোৰণখন পালে। এনে শিলৰ তোৰণ তিব্বত দেশৰ প্ৰতিখন গাঁৱৰ প্ৰৱেশ পথতে থাকে। তোৰণখনৰ দুয়োটা দাঁতিত ওখ ওখ কাঠৰ 'ড্ৰুবালগ'ত বন্ধা থাকে মন্ত্ৰ ছপা কৰা বহুতো কাপোৰ। এই মন্ত্ৰপূত কাপোৰবিলাকৰ ভয়তে অনিষ্টকাৰী অদৃশ্য অপশক্তিবিলাক গাঁৱত সোমাবলৈ নাহে বুলি তিব্বতবাসীয়ে বিশ্বাস কৰি আহিছে। চুৰ্থাং গাঁৱৰ এই প্ৰৱেশ তোৰণখনতো আছিল তেনে অসংখ্য নানান ৰঙৰ পতাকা। বতাহত ফৰ্ ফৰাই উৰি থকা সেই পতাকাবিলাকৰ মন্ত্ৰশক্তিয়ে যেন অশৰীৰি অপশক্তিবিলাকক বহুত দূৰতে আঁতৰাই ৰাখিছিল।

তোৰণখনৰ সন্মুখতে স্থাপন কৰা "মণি চাৰকোৰ"টো নববুৱে হাতেৰে ঘূৰাই দিলে। বাকীসকলেও ঘূৰালে। ওম-মনি-পদ্মে-হুম মন্ত্ৰৰ টুকুৰা কাগজেৰে ভৰা কাঠৰ ঢোলটো হাতেৰে ঘূৰাই দিলে পিনপিনাই ঘূৰে। সেই ঢোলটো যিমানবাৰ ঘূৰে সিমানবাৰ কাগজত লিখা মন্ত্ৰটো উচ্চাৰণ কৰাৰ সমান পুণ্য হয়। সেই পুণ্য মনি-চাৰকোৰটো ঘূৰাওতাজনেই আৰ্জে বুলি ধৰ্মীয় বিশ্বাস চলি আহিছে। এনে মনি-চাৰকোৰ তিব্বত দেশৰ প্ৰতিখন গাঁৱতে আছে। অকল গাঁৱতে নহয় অহা-যোৱা কৰা বাটতো আছে এনে মনি-চাৰকোৰ। মঠ-মন্দিৰত থকাটো অপৰিহাৰ্য্য। নৈৰ ঘাট, গিৰিপথৰ শীৰ্ষতো স্থাপন কৰা হয় এই মনি-চাৰকোৰ।

মনি-চাৰকোৰটো পাৰ হৈয়েই গাঁওখনৰ 'বুমখান্'টো পালে নববুহঁতে। অসংখ্য দেৱ-দেৱীৰ প্ৰতিকৃতিৰে ভৰপূৰ বুম্খানটো শিলেৰে সজা। গাঁৱৰ পৰা ওলাওঁতে সোমাওঁতে গাঁওবাসীয়ে তাত সেৱা জনোৱাটোও এটা ধৰ্মীয় নিয়ম। সেৱা কৰি গ'লে বাটৰ অপায়-অমঙ্গল আঁতৰ হয় - ভূত-পিশাচেও গাঁওত লঙ্ঘিব নোৱাৰে বুলি ভাবে। ঘোঁৰাৰ পৰা নামি নববুহঁতেও বুমখান্‌ত সেৱা কৰিলে।

চোনাম্ নৰবু উভতি অহা শুনি ঘৰতে থকা গাঁওবাসীসকলে এজন দুজনকৈ আহি নৰবুইঁতৰ আগচোতালত থিয় দিলেহি। কুশলবাৰ্ত্তা বিনিময়ৰ পিচত যেয়ে যি আনিছিল তাকেই সন্মুখৰ পিৰালিতে থৈ দিলে। দৈ, মাখন, চম্পা গুড়ি,, শুকান বা কেঁচা মাংস এচপৰা যাৰ যি আছিল তাকেই প্ৰীতিৰ চিন স্বৰূপে আনি দিলে। দুই এজনে চাং ফটিকাও আনি থলে। নিংমাই উপহাৰবিলাক এপদ দুপদকৈ ভিতৰলৈ লৈ গ'ল। যোঁৱৰ পিঠিত বন্ধা বস্তুবিলাকো নমাই দিলে। যোঁৱাও নি গাঁৱৰ মানুহেই বান্ধিলে। খাঁহ-পানীও দিলে।

এখন আত্মনিৰ্ভৰশীল সুখী সমাজ এই নিয়মেই চলি আহিছে। এনে সুখী সমাজত প্ৰতিখন গাঁৱ একোটা বৃহৎ পৰিয়ালৰ নিচিনা হৈ পৰে। থকা ঘৰ কেইটাহে পৃথক যদিও সিও চালে চালে লগা। ধৰ্ম্মমত এটাই যেতিয়া তাৰ মাজত পৃথক পৃথক মন থাকিব নোৱাৰে, এয়াই তিব্বতবাসীৰ সামাজিক ঐতিহ্য হৈ আহিছে।

খবৰ লবলৈ অহা মানুহৰ কিছু গ'ল কিছু থাকিল। যি কেইজন থাকি গ'ল তেওঁলোক বয়সিয়াল শ্ৰেণীতে পৰে। পিৰালিতে বহি তেওঁলোকে নৰবুলৈ অপেক্ষা কৰিলে। অলপ পিছতে নৰবু ওলাই আহিল। লগতে ওলাই আহিল নিংমা। হাতত লৈ আহিল তামৰ চাহৰ পাত্ৰটো আৰু এচপৰা মাখন। প্ৰতিজন ব্যক্তিয়ে নিজৰ নাম্‌বুৰ ভাঁজৰপৰা কাঠৰ বাটিটো উলিয়াই সমুখত থওতে নিংমাই তপত ৰঙা চাহ বাকি দি মাখনো এচামুচকৈ সেই চাহতে দি গ'ল।

"তুমি ইমান সোনকালে উভতি আহিবা বুলি আমি ভবাই নাছিলো। চাং কুমলীয়া হৈয়ে থাকিল।"

কথাটো কৈ মানুহজনেও হাঁহিলে, আনকো হঁহুৱালে। হাঁহিৰে হহুৱাব পৰাটো প্ৰতিজন তিব্বতবাসীৰেই চৰিত্ৰ। কোনোবাজনে আহিব লগা থাকিলে ঘৰৰ গৃহিণীয়ে সেই মতেই চাং প্ৰস্তুত কৰে। আহিব লগা দিনতকৈ দুদিন আগতে আহি পালে কুমলীয়া চাঙকে খাব লগীয়া হয়। সিও হাঁহিৰ কাৰণ হৈ পৰে। আধুনিক যোগাযোগৰ ব্যৱস্থা নথকা তিব্বত দেশত মুখেৰে দিয়া দিনবাৰ আৰু সময়ৰ হেৰফেৰ হ'ব নোৱাৰে। নিৰ্দ্ধাৰিত দিনতকৈ আগতে আহিলে চাং কুমলীয়া পায় আৰু সেই দিনটোত আহি নাপালে আত্মীয় স্বজন বা গাঁওবাসী ঘোঁৰাত উঠি আগবাঢ়ি যায় কিবা বিপদ হোৱাৰ আশঙ্কাত।

"চিলিঙলৈ যোৱা নহ'ল। কুম্‌বুমৰ পৰাই উভতি আহিলো।"

উত্তৰটো দিওতে নৰবুক চিন্তিত যেন দেখা পালে সকলোৱে ।

"চিলিঙলৈ নগলা যদি খাজনাখিনিনো ক'ত সোধাই আহিলা নৰবু?" এজনে সুধিলে ।

"খাজনাও সোধোৱা নহ'ল । কুম্‌বুমৰ পৰিস্থিতিয়ে মোক আন কথাহে ভাবিবলৈ শিকালে ।"

"কুম্‌বুমত কি দেখিলা, কি শিকি আহিলা আমাকো বুজাই কোৱাচোন। নৰবুৰ উত্তৰ শুনিবলৈ মানুহবিলাক উদগ্ৰীৱ হৈ উঠিল ।"

"যি দেখি শুনি আহিলো সেয়া আৰম্ভণাহে মাত্ৰ । ইয়াৰ পিচত কি হ'ব কোনেও নাজানে ।"

নৰবুৰ কথাকিটাত তাৰ মনৰ প্ৰতিক্ৰিয়াহে প্ৰকাশ পালে - গাঁওবাসীয়ে একোকে নুবুজিলে ।

"অলপ্‌ বুজাই কোৱাচোন ।"

"শুনা তেনেহলে । কুম্‌বুম্‌ নগৰ এতিয়া সম্পূৰ্ণ হানৰ অধীনত । মঠটোও হানসৈনিকে দখল কৰি ৰাখিছে । পূজা-অৰ্চনা দিবলৈ কাকো যাব নিদিয়ে । ভিক্ষুসকলে মঠ এৰি গৈছে । যি দুই-চাৰিজন এতিয়াও আছে তেওঁলোক মঠৰ ভিতৰতে বন্দীৰ নিচিনা হৈ পৰিছে । টেন্‌জিঙো নাই । সিও গুচি গৈছে ক'ৰবালৈ ।"

"এইবিলাক কি কথা কৈছা তুমি ?" গাঁওবাসী আচৰিত হৈ পৰে ।

"ইমানেই নহয় । কুম্‌বুম্‌ চহৰত এতিয়া আগৰ নিচিনাকৈ মানুহে ওলাই সোমাই নুফুৰে । বজাৰতো কিনা-বেচা কৰা মানুহ নাই । হানে সভা-সমিতি পাতি ধৰ্মৰ বিৰুদ্ধে প্ৰচাৰ চলাইছে । আমাৰ নিয়ম-নীতিক এৰিব কৈছে । প্ৰতিবাদ কৰা মানুহক সিহঁতে ধৰি বান্ধি নিছে । তথাপি মানুহে সেও মনা নাই । এখন সভত হানসৈনিকৰ সতে দুজন ড্‌পড়্‌পৰ হতাহতি হোৱা মই নিজে দেখি আহিছোঁ ।"

"আমাৰ মানুহক সিহঁতৰ তলতীয়া গোলাম বুলি ভাবিছে নেকি ?" এজন ডেকা ল'ৰা খঙতে থিয় দি উঠিল ।

"প্ৰতিঘৰ মানুহৰ সা-সম্পত্তিৰ সিহঁতে হিচাপ লৈছে । কোনোবা ঘৰত প্ৰয়োজনতকৈ অধিক বস্তু পালে সেইখিনিও লৈ গৈছে ।"

"চিলিংপাই" আমাৰ ধুনীয়া দেশখন লুটি-পুটি নিব আহিছে যেন পাওঁ । সিহঁতৰ এই হঠকাৰীতাক আমি নিৰবে সহি যাব লাগিব নেকি ? উগ্ৰ হৈ উঠিল আন এজন যুৱক ।"

"তোমালোক উত্তেজিত হৈ উঠিছা কিয় ? উত্তেজনাৰে এই সমস্যাৰ

সম্মুখীন হোৱাটো সম্ভৱ নহ'ব । এই পৰিস্থিতিত কি কৰা উচিত হ'ব সেইটো আমি সকলোৱে মিলি ভাবিব লাগিব । অকল চুৰ্থাংঙৰ মানুহে ভাবিলেই নহ'ব । চুৰ্থাং অঞ্চলৰ প্ৰতিখন গাঁৱৰ মানুহেও ভাবিব লাগিব । আম্‌দো খাম অঞ্চলৰ মানুহে কি কয়, আমাৰ ধৰ্মগুৰুসকলে কি ভাবিছে সেই মতেই আমিও ভাবিম ।"

নৰবুৰ গা এৰাই যোৱা কথাবিলাকত গাঁওবাসী সন্তুষ্ট নহ'ল ।

"তুমি সকলো কথা খুলি ক'ব খোজা নাই কিয় নৰবু ? কুম্‌বুমত তুমি বহুতো কিবাকিবি দেখি আহিছা যেন লাগিছে । তুমি নিঃসঙ্কোচেৰে কোৱা আমি ধৈৰ্য্যেৰে শুনি যাম বাৰু ।"

"ক'ম বাৰু কিন্তু এতিয়াই নহয় । কাইলৈ পুৱাৰ ভাগতে তোমালোক সকলো আহিবা আমি সৌ 'বুম্‌খান্' তে বহি আলোচনা কৰিম বাৰু । যি দেখি শুনি আহিছোঁ সকলো কথা বুজাই কম । আমি কি কৰা উচিত হ'ব কাইলেৰ আলোচনাতে চালিজাৰি চাম হ'বনে ?"

নৰবুৰ পৰামৰ্শই নিৰাশ হৈ পৰিব খোজা চুৰ্থাংবাসী কিজনক অলপ সান্ত্বনা নিদিয়াকৈ নাথাকিল । নিৰুপায়ত পৰা মানুহখিনিৰ কাৰণে চোনাম নৰবুৱেই শেষ ভৰসা হৈ পৰে । আপদে বিপদে নৰবুৰ ওচৰলৈকে সকলোৱে উপাই বিচাৰি দৌৰি আহে । চোনাম নৰবু টুলংকুও নহয়— 'লামা'ও নহয় । 'কুটেন্' বা 'পন্‌পো' তান্ত্ৰিকো নহয় । এজন সাধাৰণ মানুহ বুলিয়েই সকলোৱে জানে ।

পিছদিনা 'বুম্‌খান'তেই বহিছিল চুৰ্থাং গাঁওবাসীৰ গুপ্ত আলোচনা সভাখন । চোকা প্ৰহৰীক নৰবুৱে থিয় কৰাই ৰাখিছিল গাঁওখনলৈ উঠি অহা ঘোঁৰা বাটটোৰ ওপৰত নজৰ দি থাকিবলৈ । গাঁওখনৰ স্বাভাৱিক পৰিৱেশ ফুটাই তুলিবলৈ ল'ৰা-ছোৱালীবিলাকক খেলিবলৈ দিছিল বুম্‌খানৰ সম্মুখতে ।

হানে নিস্তব্ধ গাঁও দেখিলেই সন্দেহ কৰি ওচৰ চাপি আহে । গাঁৱত ধোঁৱা নেদেখিলেই হানৰ সন্দেহ ঘনীভূত হৈ পৰে । তেনে নিস্তব্ধ গাঁও দেখিলেই সিহঁতে ঘেৰাও দিয়ে । সকলো মানুহক আনি মুকলিত থিয় কৰাই এজন এজনকৈ গণিব ধৰে । গাঁওৰ মুখিয়ালৰ পৰা আৰম্ভ কৰি ল'ৰা-ছোৱালীও বাদ নপৰে এনে গণনাত । গণনাত এজন মানুহ সৰহ ওলালেই লেঠা লাগে । ক'ৰ মানুহ, কেতিয়া আহিল, কেনেকৈ আহিল বুলি সোধপোচৰ নামত চৰিয়াই গুৰিয়াই ঢকিয়াই লৈ ফুৰে চাৰিওপিনে । যুক্তিসংগত উত্তৰ পালেও প্ৰমাণ বিচাৰে । প্ৰমাণ দিব নোৱাৰিলে গাড়ীত

তুলি লৈ যায়। ক'লৈ নিব সেই কথা সোধাৰ অধিকাৰো কাকো নিদিয়ে।

এয়া অকল এখন গাঁৱৰে কাহিনী নহয়। এই কাহিনী শ শ গাঁৱৰে কাহিনী হৈ পৰিছে। পূব তিব্বতৰ প্ৰতিটো অঞ্চলৰ, প্ৰতিজন মানুহৰ বেদনাভৰা কাহিনী হৈ পৰিছে।

নৰবুৱে সেই গুপ্তসভাতে তাৰ সকলো অভিজ্ঞতাৰ বৰ্ণনা দাঙি ধৰিলে। চ্যুচি-গ্যানদ্ৰুকৰ সভাখনত লোৱা সিদ্ধান্তবিলাকো বুজাই ক'লে। তাক কি দায়িত্ব দিয়া হৈছে সেইখিনিও বিবৰি ক'লে।

আলোচনা কালত সকলোৱে একেটা মতত উপনীত হ'ল যে, ৰাইফল কোনেও জমা নিদিব। সকলো ৰাইফল ওচৰৰ কোনো এক পৰ্বতৰ গুহাত নি লুকুৱাই থোৱা হ'ব। ৰাইফল চলাব জনা প্ৰতিজন ব্যক্তিয়ে সময়ত আত্মগোপন কৰিবলৈ নিজকে সাজু কৰি ৰাখিব লাগিব। প্ৰতিখন ঘৰে এজন মানুহৰ বাবে এবছৰৰ খাদ্য চ্যুচি-গ্যানদ্ৰুকৰ ভাণ্ডাৰত দান হিচাপে আগবঢ়াব। কোনোবাই ইচ্ছা কৰিলে নিজৰ পৰিয়ালক তিব্বতৰ ভিতৰুৱা অঞ্চললৈ পঠাবৰ ব্যৱস্থা সাজু কৰি ৰাখিব লাগিব বুলিও সিদ্ধান্ত লোৱা হ'ল। চুৰ্খাং অঞ্চলৰ বিদ্ৰোহীৰ নেতৃত্ব চোনাম নৰবুৱেই লব লাগিব বুলি সকলোৱে দ্বিধাহীনভাৱে মানি ল'লে।



সেই সভাখনৰ পিচৰে পৰা চোনাম নৰবুৱে বিৰামহীনভাৱে চুৰ্খাং অঞ্চলৰ গাঁওবিলাকত ঘূৰি ফুৰিলে। প্ৰতিখন গাঁৱৰে প্ৰতিজন মানুহৰ মুখত সি একেই শঙ্কাৰ ভাব ফুটি ওলোৱা দেখিলে যদিও তাৰ বিপৰীতে চোনাম নৰবুৱে বিচাৰি পালে প্ৰতিৰোধী মনৰ প্ৰচণ্ড দৃঢ়তা। বিচাৰি পালে স্বদেশ প্ৰেমৰ অকুণ্ঠিত প্ৰতিধ্বনি।

হানৰ বিদ্বেষত উত্তেজিত হৈ উঠিব ধৰা জনগণৰ প্ৰতিখন গোপন সভাত চোনাম নৰবু গৈ থিয় দিলে অ-প্ৰতিদ্বন্দ্বী নেতা ৰূপে। বা-মাৰলীৰ প্ৰতিটো আঘাতৰ বিপৰীতে থিয় দি থকা বটবৃক্ষৰ নিচিনাকৈ নৰবুৱেও বুকুপাতি ল'লে আত্মাভিমানী স্বজাতি মানুহৰ প্ৰতিটো তীক্ষ্ণ প্ৰশ্নৰ আঘাত। হানৰ বেত্ৰাঘাত পিঠি পাতি লোৱাতকৈ আত্মাভিমান স্বজাতিৰ

প্ৰতিটো উদ্বিগ্ন প্ৰশ্নক বুকুপাতি লোৱাতেই নৰবুৰে বিচাৰি পালে অপাৰ আনন্দ। গাঁওবাসীৰ প্ৰশ্নত প্ৰকাশ পাইছিল ঘৃণা আৰু ক্ষোভৰ উত্তেজনা। হানৰ নিচিনা বিজয়ৰ দম্ভ বা ক্ষণিকৰ অহঙ্কাৰ নাছিল সেই উত্তেজনাত।

গাঁওবাসীৰ সেই উদ্বাউল ক্ষোভ আৰু ঘৃণাক চোনাম নৰবুৰে নিজৰ দিশলৈ টানি আনিলে দেশৰ গৰিমাময় ইতিহাসৰ উদ্ধৃতিৰে। বাৰশবছৰ আগৰ প্ৰথম ঐতিহাসিক ৰজা "স্বংচেন গাম্পো"ৰ জ্ঞানী মন্ত্ৰী "ৰিন্ ড্ৰিন" ৰ কথাৰে বুজালে —

"এজন জ্ঞানীৰ ওপৰত হাজাৰ মূৰ্খই কোনো প্ৰভাৱ পেলাব নোৱাৰে। এজাক কণুৱা মাৰিবলৈ এজনী শেনচৰায়েই যথেষ্ট। এজাক পোনামাছ এটা কেঁকোৰাই খাই শেষ কৰি পেলাব পাৰে। এজোপা প্ৰকাণ্ড পাইন গছ কাটি বগৰাবলৈ এখন কুঠাৰ হে লাগে। এখন বহল নৈ পাৰ হ'বলৈ এখন সৰু ডিঙৰা হ'লেই হয়। এখন সমতলভূমিত উৎপন্ন হোৱা বাৰ্লি আৰু চাউল গুৰি কৰি পেলাবলৈ এটা ঢেকীয়েই যথেষ্ট। অসংখ্য তৰাক নিষ্প্ৰভ কৰিবলৈ এটাহে সূৰ্য্য লাগে। এডাল পেলাই থোৱা লোহাতকৈ এবোজা বান্ধি থোৱা ঘাঁহ হে সোনকালে নষ্ট হয়। এবোজা খেৰ কাটিবলৈ এখন কাঁচি হে লাগে — আৰু এটা ডাঙৰ য়াক এপাট কাঁড়েৰেই মাৰিব পাৰি।"

সবলী হানৰ বিৰুদ্ধে ঠিয় দিব খোজা মানুহ খিনিয়ে গনযুদ্ধৰ এই অকাট্য যুক্তিত নিজৰ আস্থা উভতাই পোৱা যেন দেখি নৰবুৰে পুনৰ বুজালে—

"আমি এজনেই এশজন হানৰ সমান হ'ব লাগিব। আমি কাঁড়ৰ নিচিনা নিঃশব্দ গতিৰে গৈ হান য়াকক বগৰাব লাগিব। পৰ্বতবিলাকত আমি একোটা শিলাখণ্ডৰ নিচিনাকৈ থিয় দিব পাৰিলে এই পৰ্বতবিলাক চিৰদিন আমাৰ হৈয়ে থাকিব। নৈ আৰু উপনৈসমূহত হানে নিৰ্মাণ কৰি উলিওৱা প্ৰতিখন সেঁতু আমি ভাঙি পেলাব পাৰিলে এই নৈসমূহেই আমাৰ বাবে গড়খাঁৰৈৰ নিচিনা হৈ পৰিব। আমাৰ মানুহৰ বাধ্যতামূলক শ্ৰমেৰে গঢ়ি তোলা আলিবাটৰ দলংসমূহ জ্বলাই-উকৱাই দিব পাৰিলে হানৰ এই আলিবাট মূৰ কটা অজগৰৰ নিচিনা অকামিলা হৈ পৰিব।"

চোনাম নৰবুৰে গণযুদ্ধৰ সংজ্ঞা নাজানিলেও সেই অনিয়মিত খণ্ডযুদ্ধৰ প্ৰতিটো দিশ সৰল উপমাৰে বুজাই দিবলৈ সমৰ্থ হ'ল। প্ৰাগঐতিহাসিক যুগৰ পৰাই সবলীৰ বিৰুদ্ধে দুৰ্বলীয়ে অনুকৰণ কৰি অহা ৰণকৌশলৰ মূল কথাবিলাক বুজাই যাওঁতে নৰবুৰ পিনে গভীৰ আগ্ৰহেৰে চাই আছিল গ্ৰামবাসী জনসাধাৰণে। নৰবুৰ প্ৰতিটো যুক্তি মানিলে সিহঁতে সঁহাৰি

জনালে —

"তুমি যেনেদৰে শিকাবা আমি তেনেদৰেই শিকিম। তুমি যেনেদৰে যুঁজিব ক'বা আমি তেনেদৰেই যুঁজি যাম নৰবু।"

তাৰপাচত নৰবুৱে চুৰ্থাং অঞ্চলক কেইবা ভাগত বিভক্ত কৰি প্ৰতিখণ্ডৰ বাবে একোজন দলপতি বাচি লোৱাৰ দায়িত্ব এৰি দিলে জনসাধাৰণৰ ওপৰতে।

পৰিশ্ৰান্ত নৰবু চুৰ্থাঙলৈ উভতি আহিল কেইবাদিনৰো অন্তত। ঘৰ পাই দেখিলে আদৰৰ জীয়েক পেমাৰ কঠিন নৰিয়া। মাতবোল নোহোৱাকৈ পৰি আছে আন্ধাৰ কোঠালীত। উদাস মনেৰে মাক বহি আছে নিস্পন্দন পেমাৰ মূৰ শিতানত।

"কালিৰপৰা ভীষণ জ্বৰ। একোকে মুখত নিদিয়ে, কথাও নকয়।"

"পেমাদো, মই আহিছোঁ - চোৱাচোন।"

পোমাই চকু মেলি চালে যদিও একোকে নক'লে। নৰবুৱে এখন্তেকো সময় নষ্ট নকৰিলে। যেনেদৰে আহিছিল তেনেদৰেই ওলাই গৈ বান্ধি থোৱা ঘোঁৰাটো খুলি ললে। একেজাঁপেই ঘোঁৰাত উঠি ঘোঁৰা চেকুৰাই দিলে বালাংচা গাঁৱৰ দিশলৈ। বালাংচাৰ দূৰত্ব তিনিমাইল। মটৰ আলি হৈ গ'লে দূৰত্ব দুগুণ হয় কাৰণে পৰ্বতীয়া চুটি পথেৰেই ঘোঁৰা চেকুৰাই নিলে নৰবুৱে। হানসকলে আৰোপ কৰা বাধা নিষেধকো আওকাণ কৰিলে।

বালাংচা সৰু চহৰ যদিও সকলো ব্যৱস্থা আছে। হানৰ নতুন সৈনিক শিবিৰটো বালাংচাৰপৰা উত্তৰে দুমাইল দূৰত অৱস্থিত। এই বালাংচা চহৰতে থাকে এজন প্ৰতিভাশালী "পন-পো"। তন্ত্ৰ-মন্ত্ৰ আৰু জৰা-ফুকা সিদ্ধহস্ত বুলি সুনাম আছে। এইজন পন্‌পো তান্ত্ৰিকে আকাশত হৰিণা দৌৰাব পাৰে বুলি জনসাধাৰণে বিশ্বাস কৰে। অৱশ্য এই দৃশ্য কোনোবাই দেখিছে বুলি ডাঠি ক'ব নোৱাৰে। এইজন বৃদ্ধ তান্ত্ৰিকে হাতৰ ডম্বৰুটোত বহি আকাশতো বিচৰণ কৰিব পাৰিছিল বুলি এটা লোক বিশ্বাস চলি আহিছে।

তিব্বতৰ বৌদ্ধ ধৰ্মীয় তান্ত্ৰিক প্ৰথাৰ 'নি-ইংমা' মঠৰ এওঁ অনুগামী নহয়। প্ৰাচীন 'পণ' তান্ত্ৰিক প্ৰথাৰ হে সাধক। এই সাধনাৰ দ্বাৰাই এওঁ অলৌকিক ক্ষমতা আহৰণ কৰিছিল বুলি মানুহে জানে। আকাশ, মাটি আৰু পাতালত বিচৰণ কৰি ফুৰা সকলো অশৰীৰি শক্তিক এইজন তান্ত্ৰি কে মন্ত্ৰ উচ্চাৰণ কৰি মাতি আনিব পাৰে বুলি মানুহে ভাবে। ৰুগীয়া

মানুহৰ দেহত আহি খিতাপি লোৱা অপশক্তিক এওঁ সহজতে টিলি উলিয়াব পাৰে । তাৰপিচতহে দিয়ে পূজা-পাতলৰ বিধিবিধান । অপশক্তিৰ ক্ষমতা অনুযায়ী কেতিয়াবা ব্যয়সুলভ পূজাৰো প্ৰয়োজন হয় । তিব্বতীয় চিকিৎসা পদ্ধতি বিফল হলেও জনসাধাৰণে তান্ত্ৰিকৰ কাষ চাপে । অৱশ্যে ভ্ৰমণকাৰী 'যোগীন' তান্ত্ৰিকৰ পৰা মাদুলী-ফহতি যেতিয়াই তেতিয়াই ল'ব পাৰি - লয়ো ।

চোনাম নৰবুৰ অনুৰোধ এৰাব নোৱাৰি পন্‌পো গৰাকী নৰবুৰ লগতে চুৰ্থাংলৈ আহিল । পেমাৰ গাত লম্ভা অপদেৱতাক ধৰিবলৈ পন্‌পো গৰাকীয়ে নানান ৰঙৰ উলেৰে গুঠা জালি এখন তৰিলে । ডম্বৰু বজাই মাত্ৰ উচ্চাৰণ কৰি দুদিনৰ মূৰত পেমাৰ গাত লম্ভা অপদেৱতাক আঁতৰাই পঠালে । পেমা সুস্থ হৈ উঠি হাঁহিব খেলিব ধৰিলে । পন্‌পো গৰাকীৰ ক্ষমতা দেখি চুৰ্থাংবাসী হতভম্ব হ'ল । প্ৰসন্নচিত্তে নৰবুৱে 'খাটা' এখন দি পন্‌পোক শ্ৰদ্ধা জনালে । দান-দক্ষিণা দিয়াত কোনো কৃপণালি নকৰি পিচদিনাই পন্‌পোক বালাংচাত থৈ আহিল ।



জীয়েক নিৰাময় হৈ উঠাত চোনাম নৰবু পুনৰ ব্যস্ত হৈ পৰিল চ্যুচি-গ্যানদ্ৰুকৰ কাৰ্য্যসূচীলৈ । ইতিমধ্যে পূব তিব্বতৰ পৰিস্থিতিৰ অধিক অৱনতি ঘটিল । কুম্‌বুমৰ প্ৰাক্তন খেন্‌পো তথা দালাই লামাৰ ককায়েক লাচালৈ যাত্ৰা কৰিলে বুলি নৰবুহঁতেও শুনিলে । লাচালৈ গৈ ভায়েক দালাই লামাক পতিয়ন নিয়াব যাতে চীনৰ গণমুক্তি ফৌজক লাচালৈ যোৱাত কোনো বিৰোধিতা নকৰে । থুব্‌টেন, জিগ্‌মেক নজাব বন্দীত্বৰ পৰা অব্যাহতি দিয়াৰ এয়াই আছিল চৰ্ত । হানৰ এই চৰ্ত থুব্‌টেন জিগ্‌মেই মানি লৈছিল যদিও নজৰ বন্দীত্বৰ পৰা মুক্তি লোৱাটোৱেই আছিল লক্ষ্য । দিনে-ৰাতিয়ে হান গা-ৰখীয়াৰ বেষ্টনীৰ মাজত আবদ্ধ হৈ থাকি থুব্‌টেন জিগ্‌মেৰ জীৱন দুৰ্বহ হৈ পৰিছিল । ক্ৰমাগত সাম্যবাদী শিক্ষা

আৰু ধৰ্মবিৰোধী কথা শুনি শুনি অতীষ্ঠ হৈ পৰিছিল থুব্‌টেন জিগ্‌মেৰ মন।

মঠ আছে ভক্ত নাই, থাপনা আছে অথচ বন্তি নজ্বলে। গ্ৰামাঞ্চলৰ জনগণৰ ওপৰত চলিছে নিৰ্মম নিস্পেষণ। এইবিলাক উত্তপ্ত সংবাদে অস্থিৰ কৰি তুলিছিল থুব্‌টেন্ জিগ্‌মেক। পূব তিব্বতৰ এই পৰিস্থিতিক বুজাই ক'বলৈ আৰু হান কমিউনিষ্টে তিব্বত অধিকাৰ কৰি লোৱাৰ গভীৰ ষড়যন্ত্ৰৰ পৰা দালাই লামাক সতৰ্ক কৰিবলৈকে থুব্‌টেন্ জিগ্‌মেই লাচালৈ যোৱাৰ চৰ্ত্ত মানি লৈছিল।

পূব তিব্বতৰ পৰা ঘোঁৰাৰে লাচা পাবলৈ সুদীৰ্ঘ তিনিমাহ লাগে। থুব্‌টেন্ জিগ্‌মে লাচা পোৱা নাপাওতেই পূব তিব্বতত হান বাহিনীৰ নগ্ন নিৰ্য্যাতন আৰম্ভ হৈ পৰিল। এই নিৰ্য্যাতনক পূব-তিব্বতবাসীয়ে মৌনভাৱে মানি নললে। ৰঙা মণিৰ ভাঠ লেচো মূৰত মেৰিয়াই লৈ জাগি উঠিল চিৰ বিদ্ৰোহী যুঁজাৰু খাম্পা। নগৰে, চহৰে, পাহাৰে-ভৈয়ামে আৰু গ্ৰাম গ্ৰামাঞ্চলত দপ্‌দপ্‌কৈ জ্বলি উঠিল বিদ্ৰোহী অনল। আক্ৰমণ আৰু প্ৰতি আক্ৰমণত থৰ্‌থৰাই কঁপি উঠিল পূব তিব্বতৰ চিৰ সেউজীয়া ভূখণ্ড। এই সংঘৰ্ষত কোন কিমান মৰিল কোনেও হিচাপ নললে। বহিৰ্জগতো থাকিল নিমাতে।

, বিংশ শতাব্দীত অৰ্দ্ধশতিকা অন্ত পৰাৰ লগে লগে জাগি উঠিছিল চীন দেশৰ শুপ্ত সিংহ। পাশ্চাত্য শক্তিৰ সাহাৰ্য্যপুষ্ট চিয়াংকাইচেকৰ জাতীয় চৰকাৰক ওফৰাই চীন দেশত কমিউনিজম প্ৰতিষ্ঠা কৰা চেয়াৰমেন মাও-জে-ডং হৈ পৰিছিল বিশ্ব পুঁজিবাদীৰ ত্ৰাস। মাও-জে-ডঙৰ গণমুক্তি ফৌজে দক্ষিণ কোৰিয়াৰ ৰণাঙ্গণত ছেদেলি-ভেদেলি কৰি পেলাইছিল দ্বিতীয় বিশ্বযুদ্ধ বিজয়ী মাৰ্কিন অষ্টম বাহিনীক।

মাও- জে- ডং- দিগ্বিজয়ী গণমুক্তি ফৌজে পূব তিব্বতত আৰম্ভ কৰা এই জীতি বিনাসী নৰমেধ যজ্ঞৰ বিৰুদ্ধে পৃথিৱীবাসী ভয়তে মনে মনে থকিল। তিব্বতবাসীৰ সমস্য চিন দেশৰ আভ্যন্তৰীন কথা বুলি কৈ ইউৰোপৰ শক্তিশালী ৰাষ্ট্ৰসমূহেও গা এৰা দিলে।

পৃথিৱীবাসীৰ এই নিৰ্লজ্জ মৌনতাই মাও-জে-ডঙ-ৰ গণমুক্তি ফৌজলৈ আনি দিলে জাতি হত্যাৰ নিৰ্মম স্বাধীনতা। দয়া-মায়া, সভ্যতা-সংস্কৃতি বা মানৱতাৰ নিয়তম অধিকাৰখিনিকো পাহৰি পেলালে হান কমিউনিষ্ট বাহিনীয়ে। পূব তিব্বতৰ শান্তি প্ৰিয় জনসাধাৰণৰ ওপৰত জাপি দিলে

পাশৱিক অত্যাচাৰ। কমিউনিজিমে জাপি দিব খোজা সংস্কাৰ মানি ল'ব নোখোজা বুলি কৈ জ্বলাই দিলে বহুতো গাওঁ। কমিউনিজিম বিস্তাৰত ধৰ্মই প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছে বুলি ভাঙি পেলোৱা হ'ল পূৰ্বতিব্বতৰ বহুতো প্ৰাচীন মঠ-মন্দিৰ। ধৰ্মপ্ৰাণ ভিক্ষুসকলে মঠ সুৰক্ষাৰ বাবে প্ৰতিৰোধৰ চেষ্টা কৰিলে। তেনে মঠ উৰুৱাই দিলে চীনা গোলন্দাজ বাহিনীয়ে। প্ৰাচীন মঠ চকুৰ সম্মুখতে ধবংসস্তুপত পৰিণত হ'ল আৰু সেই ধবংসস্তুপৰ মাজত জীৱন্ত সমাধি লভিলে শ শ নিৰস্ত্ৰ মঠনিবাসী ভিক্ষু।

মঠ গ'ল, ভিক্ষুও মৰিল। তথাপি অদমনীয় হৈ থাকিল পূৱ তিব্বতৰ চিৰ স্বাধীনতাকামী দুৰন্ত খাম্পাসকল। ধৰ্ম আৰু প্ৰচলিত প্ৰথা এৰিব নোখোজা গৰ্বিত খাম্পা মানসিকতাক পদানত কৰি পেলাবলৈ গণমুক্তি ফৌজ সোমাই পৰিল ভিতৰুৱা গ্ৰামাঞ্চলতো। সংশোধন আৰু সংস্কাৰৰ দুন্দুভি বজাই মচি পেলাব বিচাৰিলে তিব্বতীয় ঐতিহ্যক। নাম দিলে 'চিংত্ৰো'।

এই 'চিংত্ৰো'ৰ বিৰোধিতা কৰা বুলি অভিযোগ জাপি দি হাজাৰ নিৰপৰাধী মানুহক ধৰি বান্ধি নি আবদ্ধ কৰিলে হানৰ কুখ্যাত 'গুলাগ' নামৰ কাৰাগাৰত। বহুতক গণ বিচাৰৰ প্ৰহসন পাতি তিলতিলকৈ মাৰি পেলোৱা হ'ল। মুকলি সভাত সাম্যবাদৰ বিৰোধিতা কৰা বুলি বহুতকে নিৰ্বাক জনগণৰ সমুখতে শিৰচ্ছেদ কৰিলে। আজীৱন ব্ৰহ্মচৰ্য্য পালন কৰি অহা বহুতো লামাক মুকলি ঠাইত ব্ৰহ্মচাৰিণী ভিক্ষুণীক বলাৎকাৰ কৰিবলৈ বাধ্য কৰাই হান কমিউনিষ্টে বিকৃত তৃপ্তিৰ কিৰীলি মাৰিলে।

এই নাৰকীয় নিৰ্য্যাতনৰ পৰা হাত সাৰিবলৈ হাজাৰ হাজাৰ গাঁওবাসীয়ে ল'ৰা-তিৰোতাক লৈ পলাই যাব ধৰিলে তিব্বতৰ আভ্যন্তৰীণ দিশলৈ। যিসকলে আগতীয়াকৈ গুচি যাব পাৰিলে সেইসকল পৰিয়ালে বিশেষ কষ্ট নাপালে। যিসকলে গণমুক্তি ফৌজৰ আবেষ্টনীৰ পৰা পলাই সাৰিবলৈ চেষ্টা কৰিলে তেনে পৰিয়ালৰ শ শ ল'ৰা-ছোৱালী অনাহাৰ-অনিদ্ৰাত বাটে বাটে মৰি পৰি থাকিল। যিবিলাকে বাট এৰি অবাটেৰে যাব বিচাৰিলে সিহঁতৰ অধিকাংশই বৰফত পোত খাই পৰিল। যিবিলাক উপায়বিহীন পৰিয়ালে উত্তৰ তিব্বতৰ 'চাংথান' মৰুভূমিৰে পলাবলৈ চেষ্টা কৰিলে সিহঁত চিৰদিনৰ বাবে হেৰাই গ'ল সীমাহীন নিৰ্জনতাৰ মাজত। শ শ মাইল দীঘল সেই শুকান নিৰ্জন মালভূমি

পাৰ হৈ লাচা পাওতে তিনিমাহ লাগে। যোঁৰাৰ পিঠিত খাদ্যবস্তু লৈ নগ'লে শুকাই মৰিব লাগে এই 'চাংথান'ত। অঘৰী পথপ্ৰদৰ্শকে বাট দেখুৱাই নিদিলে বৰ সাহসী অশ্বাৰোহীয়েও সাহস নকৰে চাংখানত ভৰি দিবলৈ।

দক্ষিণ তিব্বতৰ বাটেৰে যিসকল পৰিয়ালে পলাই যাব ধৰিলে তাৰে বহুতো মৰিল অটব্য হাবিৰ মাজত। বহুতকে উটুৱাই নিলে খৰস্ৰোতা নৈৰ পানীয়ে।

হাজাৰ হাজাৰ মানুহ লাচা অভিমুখে পলাই যাব ধৰিলে যদিও হাজাৰ হাজাৰ থাকিও গ'ল হানৰ সতে মুখামুখি হ'বলৈ। চ্যুচি-গ্যানদ্ৰুকৰ নিৰ্দেশত এই অমিত তেজা খাম্পা যোদ্ধাসকলে ঘৰ-বাৰী এৰি থৈ পৰ্বতত আশ্ৰয় ল'লে। হান কমিউনিষ্টৰ অবাধ অগ্ৰসন বাধাপ্ৰাপ্ত হ'ল। নিগনিৰ গাতত হাতী সোমাব নোৱাৰাৰ নিচিনা হৈ পৰিল গণমুক্তি ফৌজৰ বিশাল বাহিনী।

নিয়মিত যোদ্ধা হোৱাহেঁতেন এই নগণ্য প্ৰতিৰোধক মুক্তি ফৌজে হেলাৰঙে ওফৰাই দিব পাৰিলেহেঁতেন। কিন্তু অচিন ঠাইৰ কঠিন ভৌগোলিক পৰিবেশত নেদেখা শত্ৰুৰ বিৰুদ্ধে গণমুক্তি ফৌজৰ অভিজ্ঞ সেনাপতিও বিমোৰত পৰিল।

এনে পৰিস্থিতিত অধিকাৰী বাহিনীয়ে অধিকৃত অঞ্চলত যি কৰিব লাগে তাকেই কৰিলে। মুক্তি যুঁজাৰু গৰিলা যোদ্ধাক ধৰিব নোৱাৰি নিৰস্ত্ৰ জনগণকেই বাচি ল'লে নিৰ্য্যাতনৰ লক্ষ্য ৰূপে। খাম্পা গৰিলা প্ৰতিৰোধী মানসিকতাক ভাঙি পেলাবলৈ হান সেনাপতিসকলে গণ নিষ্পেষণকে ৰণকৌশল কৰি ল'লে। বেদখলকাৰী শক্তিৰ এয়াই প্ৰাচীন কৌশল। জুলিয়াচ চিজাৰ, আলেকজেণ্ডাৰ, টাইমুৰ, চেংগীজ খাঁ, বাবৰ, নাদিৰ শ্বাহ বা হিট্‌লাৰেও দেশ জয় কৰি ল'বলৈ এই হীন কৌশলকে ৰণনীতি কৰি লৈছিল। পূব তিব্বততো তাকেই কৰিলে কমিউনিষ্ট মুক্তি ফৌজে। চিংত্ৰোৰ ধ্বনি দি প্ৰাচীন আৰু পূৰ্ণাঙ্গ জাতিৰ সকলো পৰিচয় মোহাৰি পেলাব বিচাৰিলে। তথাকথিত সাম্ৰাজ্যবাদী শক্তিৰ প্ৰভাৱৰ পৰা তিব্বত দেশক মুক্ত কৰাৰ নামত চিৰ দাসত্বৰ শিকলি পিন্ধাই দিব বিচাৰিলে সহজ-সৰল তিব্বতবাসীৰ হাতত।



এনেদৰে অঘৰী হৈ কিমান দিন আৰু পাহাৰে-পৰ্ব্বতে ঘুৰি ফুৰিবা ? নিংমাই সুধিলে ।

নৰবুইঁতে আশ্ৰয় লোৱা পুৰণি শিলৰ গুহাটো সিমান ডাঙৰ নহয় । ধোঁৱা লাগি শিলৰ বেৰবিলাক ক'লা পৰি গৈছে । হয়তো কোনোবা আদিম যুগত অঘৰী মানুহে এই গুহাতে জুই জ্বলাই শুইছিল । আৰ্ৱৰ্জনা আঁতৰাই নৰবুৱে এই গুহাতে আহি আত্মগোপন কৰিছে । লগতে পেমাকো আনিছে । চুৰ্খাং এৰি অহা নৰবুইঁতৰ লগতে চুংখাং অঞ্চলৰ আৰু নজন যুৱক থাকে এই গুহাতেই । সদায় সিহঁত নাথাকে । মাজে মাজে আহি দুই এৰাতি শুই আকৌ গুচি যায় । প্ৰথমতে বাৰজন আহিছিল । হানৰ ওপৰত গুপ্ত আক্ৰমন চলাব গৈ তিনিজন আৰু উভতি নাহিল । লগৰ সমনীয়া মৰিল যদিও জীয়াই থকাখিনিৰ মনৰ দৃঢ়তা অতুত হৈয়ে থাকিল । সমনীযাৰ মৃতদেহ কিটা আনি সৎকাৰ কৰিব নোৱাৰাৰ কাৰনে অনুতাপ অকণহে থাকি গ'ল ।

সকলো গুচি গ'লেও নিংমা আৰু পেমা গুহাটোতে থাকে । নৰবু আৰু তাৰ লগৰ যোদ্ধাসকলৰ খোৱা-শোৱাৰ ব্যৱস্থা নিংমাইয়ে কৰে । ছমাহৰ চাম্পা গুড়ি আৰু লডা মাখন মজুত কৰা আছে গুহাটোৰ ভিতৰত ।

গুহাটো সকলো পিনৰপৰাই নিৰাপদ । তলৰপৰা গুহাটোলৈ উঠি আহিব লাগিলে থিয় গ্ৰেনাইট শিলণীৰ এঢলীয়া গা বগাই অহিব লাগে কমেও দুশ খোজ । এনেহেন ঠাইত এশ হানৰ বিৰুদ্ধে এটা ৰাইফলেই যথেষ্ট । গুহাটোৰ চাৰিওপিনে থকা কণিফাৰ্ বননিত থিয় হৈ নৰবুৱে তলৰ সমতল অঞ্চলটো অতি সহজে নিৰীক্ষণ কৰিব পাৰে । উত্তৰৰ পৰা দক্ষিণলৈ যোৱা মটৰ আলিটো তিনিমাইলমান আঁতৰেৰে পাৰ হৈ গৈছে । গুহা আৰু আলিটোৰ মাজত চাপৰ চাপৰ পাহাৰ কেইবাখনো আছে । এই চাপৰ চাপৰ পাহাৰবিলাক পাইনৰ ডাঠ বননিয়ে আৱৰা । এই বননি শত শত বছৰ পুৰণি । বুঢ়া গছ তাতেই নিজে নিজে বাগৰি পৰি গেলি পচি মাটি হৈ পৰিছে । আৰু সেই মাটিতে গজি উঠিছে নতুন পুলি ।

গুহাটো আছে কায়েৰি পৰ্ব্বতৰ দক্ষিণ ঢালত । এই গুহাটোৰপৰা

ক্ৰমান্বয়ে ওপৰলৈ উঠি গ'লে কায়েৰি পৰ্বতৰ শীৰ্ষ ৰেখাটো অতিক্ৰম কৰি যাব পাৰি । বছৰটোৰ এদিন দুদিনৰ বাদে শীৰ্ষ ৰেখাত সদায় বৰফ থাকে । বৰ ডাঠ বৰফ নহয়- মজলীয়াৰপৰা পাতলীয়া । ডাঠ বৰফ সদায় থাকে ওচৰ পাহাৰৰ শৃঙ্গ কেইটাতহে ।

নিজৰ নিৰাপত্তাৰ প্ৰয়োজনত নৰবুৱে শীৰ্ষৰেখালৈকে নিৰীক্ষণ কৰি থৈছে । হানৰ বেঁচোত ঠাই সলাব লগা হ'লে এই কাৰহাজাৰ ফুট উচ্চতা সি সহজে অতিক্ৰম কৰি যাব পাৰিব । নিংমায়ো পাৰিব । সমস্যা হ'ব পেমাক লৈ । পেমাক পিঠিত বান্ধিয়েই পাৰ কৰি যাব কায়েৰিৰ শীৰ্ষ ৰেখা । কায়েৰি পৰ্ব্বতমালাৰ উত্তৰ ঢালেৰে পাঁচদিনৰ দূৰত্ব অতিক্ৰম কৰিলেই তিব্বত দেশৰ সীমান্ত পায় । সেই সীমান্তৰ পৰা লাচা নগৰী পাবলৈ হেনো দুমাহ লাগে । এই দুৰত্ব বসতি অঞ্চলেৰে ভৰা । থকা খোৱাৰ আহুকাল নাই । নৰবুৱে এইবিলাক কথা আনৰ মুখতহে শুনিছে, নিজে দেখা নাই ।

নৰবুৱে ভাবে যে, ৰণক্ষেত্ৰ এৰি পলাই যোৱাতো কাপুৰুষালি হ'ব পাৰে- কিন্তু সিহঁতৰ নিচিনা এমুঠি যোদ্ধাৰ কাৰণে সেইটো একো কাপুৰুষালিৰ কথা হ'ব নোৱাৰে । ৰণ এৰি পলাই যোৱাটোক কাপুৰুষালি বুলি ক'ব পাৰি কিন্তু কৌশলৰ প্ৰয়োজনত এখন ৰণক্ষেত্ৰ এৰি পিচহুঁহকি যোৱাটো একো কাপুৰুষালি হ'ব নোৱাৰে । এঠাইত নোৱাৰিলে আন এঠাইত গৈ থিয় দিয়াটোৱেই অ-নিয়মিত যুদ্ধৰ মূল নিয়ম বুলি নৰবুৱে জানে । এই নিয়মৰ আধাৰতেই তিব্বতীসকলৰ ৰণকৌশলো গঢ লৈ উঠিছে বহু শতাব্দী ধৰি ।

"মোৰ কথাটোৰ উত্তৰ নিদিয়া নেকি ?" পুনৰ প্ৰশ্ন কৰিলে নিংমাই ।

গুহাটোৰ শিলৰ মজিয়াখনত চিত হৈ পৰি থকা নৰবুৰ চকুলৈ তন্দ্ৰাৰ আবেশ আহিব ধৰিছিল মাত্ৰ । দুৰাতি বাহিৰত কটাই সি দোকমোকালিতে উভতি আহিছিল গুহাটোলৈ । লগৰকেইজনে হানৰ আলেখলেখ চাবলৈ নামনিৰ পাইন বননিতে খাপ লৈ থাকিল । নিংমাৰ প্ৰশ্নত তাৰ তন্দ্ৰাত ব্যাঘাত জন্মিল ।

"কি কথা সুধিছিলানো ?" টোপনি ক্ষতিয়ে ৰঙা পৰা চকু দুটা মোহাৰি মোহাৰি নৰবু উঠি বহিল । বেলি ওলাবৰ সময় পাৰহৈ গৈছিল যদিও বগা ডাৱৰে কায়েৰি পৰ্বতমালাৰ একাংশ তেতিয়াও আগুৰি ৰাখিছিল ।

"এনেদৰে অনাই বনাই আৰু কিমান দিন ঘূৰি ফুৰিবা" [illegible] সুধিছিলো। পেমা কিমান খীণালে মন কৰি চাবাচোন।"

পেমাই তেতিয়া গায়ে-মূৰে কম্বল উৰি বাপেকৰ লগতে শুই আছিল। কথাটো শুনি নৰবুৱে এবাৰ শুই থকা পেমালৈ এন্ধেৰে চালে।

"মই কেনেকৈ কম। যুদ্ধখন আৰম্ভ হৈছেহে মাত্ৰ। কাইকে কি হ'ব কোনেও নাজানে। আমিয়েই অকলে ঘৰবাৰী এৰি পাহাৰলৈ অহা নাই নহয়। শ শ মানুহ আহিছে ?"

"কিন্তু এনেদৰে লুকাই থাকি হানৰ বিৰুদ্ধে কিমানদিন যুঁজিব পাৰিবা বুলি ভাবিছা ?"

"যিমান দিন পাৰোঁ সিমান দিনলৈ যুজিম। ইমান সহজে হানক বাট এৰি নিদিওঁ।"

"এদিনতো দিব লাগিব- সেইদিনা কি হ'ব ?"

"সেইদিনাৰ কথা সেইদিনাই ভাবিম নিংমা। এতিয়া যুঁজিব লাগে, যুঁজিম।" নৰবুৱে আকৌ দীঘল দি শুই পৰিল।

কুম্‌বুম্‌ৰ পৰা উভতি অহাৰ এমাহ পূৰ নৌহওঁতেই নৰবুৱে নিংমা আৰু পেমাক লগত লৈ পাহাৰলৈ গুচি গৈছিল। অকল নৰবুৱে নহয়-চুখাং অঞ্চলৰ সকলো যুদ্ধক্ষম ব্যক্তিয়েই নিজা নিজা আগ্নেয় অস্ত্ৰ লৈ কাযেৰি পৰ্বতৰ দক্ষিণ ঢালৰ কঠিন পৰিবেশলৈ গৈ আত্মগোপন কৰিলে। বিভিন্ন গোটে পৃথক পৃথক স্থানত ঘাটি পাতি নৰবুৰ নিৰ্দেশৰ বাবে অপেক্ষা কৰি থাকিল।

নৰবু আৰু চুখাং গাঁৱৰ যুঁজাৰুসকল গাঁও এৰি যোৱাৰ দুদিন পিছতে কেইবাশও হান সৈনিক আহি চুখাং অঞ্চলত অভিযান আৰম্ভ কৰিলে। তালিকাভুক্ত মানুহবিলাকক বিচাৰি নাপাই হান বিষয়াসকল জাঙুৰ খাই উঠিল। গাঁৱত থকা বয়োবৃদ্ধ আৰু মহিলাসকলৰ ওপৰত আৰম্ভ কৰিলে পৰিকল্পিত নিৰ্যাতন। আত্মগোপন কৰা মানুহৰ গুপ্তসূত্ৰ উলিয়াবলৈ হান বাহিনীয়ে যি আৰম্ভ কৰিলে তাৰেই নাম পাশৱিকতা। বেত্ৰাঘাত, চৰ-গোৰে কাম নকৰা দেখি প্ৰচণ্ড শীতৰ হিমচেঁচা পানীত জুবুৰিয়ালে। তিৰোতা আৰু যুৱতিসকলৰ ওপৰত কৰা নিৰ্যাতনৰ সকলো সীমা সিহঁতে চেৰাই গ'ল।

পুৰুষক ভৰিত বান্ধি গছত ওলোমাই ৰং চালে। নাকেৰে-কাণেৰে সনা ভৰাই পুতেক ভায়েকৰ খবৰ সুধিলে। প্ৰতিবাদ কৰিব খোজাজনৰ জিভা টানি উলিয়াই কাটি পেলালে। জীৱন্ত মানুহৰ উদং পিঠিত [illegible]

অওঁঠা লগাই কথা উলিয়াবৰ চেষ্টা কৰিলে ।

কেইবাদিনো ধৰি চলোৱা এই নিৰ্যাতনত বহুতো মানুহে প্ৰাণ দিলে যদিও কাৰো কথা কোনেও নক'লে । বহুজনে আত্মহত্যা কৰিলে, বহুজন উন্মাদ হৈ পৰিল ।

এই ব্যৰ্থ অভিযানৰ অন্তত হান বাহিনীয়ে জ্বলাই থৈ গ'ল কেইবাখনো গাঁও । প্ৰতিশ্ৰুতি দি থৈ গ'ল পুণৰ উভতি অহাৰ ।

নিস্তব্ধ হৈ পৰিল চুৰ্থাং অঞ্চল । পূব তিব্বতৰ সৰ্বহাৰা মানুহক উদ্ধাৰ কৰিবলৈ অহা মাও-জে-ডঙৰ গণমুক্তি বাহিনীয়ে চুৰ্থাং অঞ্চলৰ সৰ্বহাৰাৰ সৰ্বস্বকে লুটি পুটি লৈ গ'ল নিজৰ প্ৰয়োজনত ।

কিন্তু এই ধ্বংসলীলাৰ পৰা অব্যাহতি পালে অকল চুৰ্থাং গাঁওখন । গাঁওবাসীয়ে এৰি থৈ যোৱা উদং গাঁওখনত বহিল বেটেলিয়ানৰ মুখ্য কাৰ্য্যলয় । বেটেলিয়ান কামাণ্ডাৰে দখল কৰিলে চোনাম নৰবুৰ মনোৰম দুমহলীয়াটো ।

চুৰ্থাং অঞ্চলৰ এই পৰিণতিৰ বাতৰি গৈ নৰবু আৰু লগৰীয়াসকলৰো কাণত পৰিল । জিংঘাসাৰ তাড়নাই কঠোৰ কৰি তুলিলে প্ৰতিজন যোদ্ধাৰ মন ।



মটৰ অলিটোৰ কাষৰ ওখ গৰাতে চোপ লৈ আছিল গৰিলা দলটো । নেতৃত্ব দিছিল নৰবুৱে নিজেই । এইটো সিহঁতৰ পঞ্চম অভিযান । আগৰ চাৰিটা অভিযানত নৰবুৰ দলটো সম্পূৰ্ণ সফল হৈছিল । তাৰ নেতৃত্বাধীন অনভিজ্ঞ যোদ্ধাসকলৰ মনোবল গঢ়ি তুলিবলৈ প্ৰথমে স্নাইপিং কৰোৱালে । দ্বিতীয় অভিযানত হানৰ এটা সৰু পেট্ৰোলিং দলৰ ওপৰত অতৰ্কিত আক্ৰমণ চলাই সেই দলটোৰ সকলো সৈনিকক নিহত কৰি অস্ত্ৰ-শস্ত্ৰও লুটি ল'লে । তৃতীয় অভিযানত মটৰ আলিৰ দলং এখন উৰুৱাই দি প্ৰহৰীকো নিহত কৰিলে । চতুৰ্থ অভিযানত হানৰ দুৰ্বল চাউনী এটাত গুলীবৰ্ষণ কৰি পলাই গুচি গ'ল । গধূলিৰ গন্টি পেৰেডৰ সময়ত থুপ্‌খাই থকা কেইবাজনো সৈনিকে প্ৰাণ হেৰুৱালে সেই আকস্মিক

আৰু ধাৰাবাৰ গুলীবৰ্ষণত।

এই পঞ্চম অভিযানৰ লক্ষ হ'ল সামৰিক যানৰ কনভয় এটা। টিলিঙৰ পৰা কনভয়টো আহি কায়েৰি মঠতে ৰাতি বিশ্ৰাম লৈছিল। পিচদিনা কনভয়টো চেংডু নগৰ অভিমুখে পুনৰ যাত্ৰা কৰিব বুলি নববুৰ চোৰাংচোৱাই আহি খবৰ দিছিল। আঠখন যানৰ এই কনভয়টোত ষাঠীজন সৈনিক আছিল, দুখনত আছিল খাদ্যবস্তু। খবৰ পাইয়ে নববুৱে তাৰ এশজনীয়া দলটো লৈ ওখ গৰাটোৰ এই সুচল ঠাইতে আহি চোপ লৈ বহিল। এই অভিযানত নববুৱে লুটি অনা হানৰ স্বয়ংক্ৰিয় অস্ত্ৰকে আক্ৰমণৰ মূল অস্ত্ৰ কৰি ল'লে। যাক যেনেদৰে বহুৱাব লাগে নববুৱে তেনেদৰেই বুহুৱালে। কোনে কেতিয়া কি কৰিব লাগিব তাকো পুংখানুপুংখে বুজাই দিলে। আক্ৰমনৰ অন্তত কোন কেনি পলাব লাগিব সেই কথাও বাদ নপৰিল।

এই কনভয়টোৰ লগত দুজন দেশদ্ৰোহী জাতিদ্ৰোহী পাপাত্মাও আছিছে বুলি চোৰাংচোৱাই খবৰ দিয়াত সেই দুজনক জীয়াই জীয়াই ধৰিবলৈ নববুৱে সকলোকে নিৰ্দেশ দিলে।

সুদীৰ্ঘ ছঘন্টা ধৰি চোপলৈ বহি আছিল নববুৰ দলটো। য'তে বহি আছিল তাতে সৰু পানীও চুলে তথাপি উঠি যাব নোৱাৰিলে। ম'হে দাঁহে কামুৰিলে তথাপি হাত-ভৰি নলৰিল। এশ যোদ্ধা বহি থকা হাবিয়নিডৰাৰ পাত এখিলাও কঁপি নুঠিল। পাইন গছৰ আঁৰ লৈ লৈ বহি থকা যুৱক যোদ্ধাসকলৰ সুশৃংখলতা আৰু ধৈৰ্য দেখি চোনাম নববুৰ মন আনন্দৰে উপচি পৰিল। এই এশজনৰ প্ৰতিজন গৰিলাই নিৰ্যাতিত জাতিটোৰ শেষ ভৰষা বুলি নববুৱে সিহঁতলৈ কৃতজ্ঞতা ভৰা দৃষ্টিৰে চাই থাকিল।

এনেতে আহি থকা যান কিখনৰ শব্দ নববুৰ কাণত পৰিল। নবৰু বহি আছিল সকলোৱে দেখাকৈ। হাতৰ স্বয়ংক্ৰিয় ৰাইফলটো দাঙি নববুৱে সকলোকে নিঃশব্দ নিৰ্দেশৰ ইংগিত দেখুৱালে।

কনভয়টোৰ যান কিখন এখন এখনকৈ ধীৰ গতিত পাৰহৈ যাব ধৰিলে গৰিলা দলটোৰ তলেৰে। প্ৰথম দুখন আৰু শেষৰ দুখনত বহি আছিছিল ষাঠীজন সশস্ত্ৰ সৈনিক। আলিটো এইখিনিতে একা বেকা কাৰণে আকস্মিক আক্ৰমণৰ সম্ভাৱনাকো সিহঁতে নুই কৰা নাছিল। হাতত উদ্যত ৰাইফল লৈ সিহঁতে নিৰীক্ষণ কৰি গৈছিল একা-বেকা আলিটোৰ দুয়ো পাৰৰ বননি। মাজৰ দুখন যানৰ আগফালে বহি গৈছিল পাপাত্মা দুজন।

এনেতে গৰাটোৰ ওপৰৰ পৰা ডাঙৰ ডাঙৰ শিল আহি বাগৰি পৰিল মটৰ আলিটোৰ সোঁমাজত। আলিৰ পাকটো ঘূৰিয়েই প্ৰথম যানখনৰ চালকে মাজআলিত শিল পৰি থকা দেখি কথামপি গাড়ীখন ৰখাওঁতেই গৰাটোৰ পৰা ধাৰাষাৰ গুলীৰ বৰষুণ আৰম্ভ হ'ল। যান কিখনৰ পৰা সৈনিকবোৰ জঁপিয়াই নামে মানে দুই তৃতিয়াংশ সৈনিক নিহত আৰু আহত হৈ পৰিল। বাকী থকাসকলো আঁৰ লৈ প্ৰত্যুত্তৰ দিবলৈ ধৰিলে যদিও সেই প্ৰত্যুত্তৰ আছিল অতি দুৰ্বল। দহজন মানে হাত দাঙি আত্মসমৰ্পণৰ ইংগিত দিলে যদিও পিচমূহূৰ্ততে বুলেটৰ উত্তপ্ত সীহ পাৰ হৈ গ'ল সিহঁতৰ বুকুৰ মাজেৰে। লগে লগে সিহঁতৰ দেহবোৰ একোটাকৈ উছাল মাৰি বাগৰি পৰিল বাটৰ ধূলিত। কেইমূহূৰ্তমান হাত-ভৰি আচাৰি নিস্পন্দন হৈ পৰিল প্ৰতিজন আহত সৈনিক। গণ মুক্তি ফৌজ অজেয় বুলি অহৰহ প্ৰচাৰে মগজু ঘোলা কৰি থোৱা অৱশিষ্ট সৈনিককিজনে কিছু সময় থিয় দি যুঁজিবলৈ চেষ্টা কৰিলে। গৰাটোৰ পৰা জঁপিয়াই জঁপিয়াই নামি অহা খাম্পা যোদ্ধাসকলক দেখা পায় সিহত বেবুৱা লাগিল। সকলো শেষ হ'ল বুলি গৰাৰ পৰা নামি অহা খাম্পা যুৱককিজনে সমুখত জীৱিত হানক থিয় দি থকা দেখি ৰাইফল এৰি কঁকালত বন্ধা দীঘল দা উলিয়াই ল'লে। হানকিজনেও হতা হতি যুদ্ধৰ সমুখীন হোৱা যেন পাই ৰাইফলত লোগোৱা তীক্ষ্ণধাৰ বেয়নেট পোণাই খেদামাৰি আহিল। কাটি কাটি আৰু খুচাখুচিৰ এই ভয়ংকৰ দৃশ্য চকুত পৰাত নৰবু আশংকাত চিঞৰি উঠিল। হাতৰ ৰাইফলটো দাঙি খেদি অহা হান জনক গুৰিয়াই বগৰাওতেই হতাহতিৰ তয়াময়া সংঘৰ্ষখন লাগি পৰিল। ইতিমধ্যে চোনাম নৰবুৱে গৰাটোৰ পৰা জপিয়াই নামি আহিল। অতি উৎসাহৰ ফলত বিশৃংখল হৈ উঠা যোদ্ধাসকলক নিযন্ত্ৰণৰ অধীনত আনিবলৈ খোজোতেই এজন চেমনীয়াক হানৰ সমুখীন হোৱা নৰবুৱে দেখিবলৈ পালে। কম বয়সীয়া ল'ৰাটোৰ দাৰ ঘাপটো তাৰ গাত নপৰাত লৰাটোৱে নিজৰ ভাৰসাম্যতা হেৰুৱাওঁতেই হান সৈনিকজনে বেয়েনেটৰে ল'ৰাটোৰ পেট শালি পেলালে। নৰবুৱে বিজুলী চমকেৰে নিজৰ দাখন উলিয়াই হানটোৰ পেট দুফাল কৰি পেলালে যদিও ল'ৰাটোক ৰক্ষা কৰিব নোৱাৰিলে। সেয়া আছিল কেইটামান মুহূৰ্তৰ হতাহতি যুদ্ধ। বাকি থকা হানকেইজনক ক্ৰুদ্ধ খাম্পাকেইজনে অগীয়া-বগীয়াকৈ কাটি ডোখৰ ডোখৰ কৰি পেলালে। চেমনীয়া ল'ৰাটোক কান্ধত তুলি লৈ নৰবু উভতি গ'ল গৰাটোৰ ওপৰলৈ। আলফুলে শুৱাই দিলে যদিও সি নৰবুৰ মুখলৈ চাবলৈ ধৰিলে।

লাহে লাহে তাৰ চকুৰ মণি নিষ্প্ৰভ হৈ পৰিল । চকু মেলিয়েই সি চিৰ নিদ্ৰাত শুই পৰা দেখিলে নবৰুৱে । সেইতো শোক প্ৰকাশৰ মুহূৰ্ত নাছিল কাৰণে নবৰু লগে লগে উভতি গ'ল এযুজটোৰ মাৰন কেন্দ্ৰলৈ ।

দেশদ্ৰোহী পাপাত্মা দুটাই এই আকস্মিক আক্ৰমনত আতংকিত হৈ পলাব ধৰোঁতে দুয়োটাই গুলী খাই বাগৰি পৰিল । এটা লগে লগে নিহত হ'ল । আনটোৰ কৰঙনত গুলী লগাত সি ভণ্ডা ভৰিখনেৰেই চুচৰি চুচৰি পলাব খুজিলে । দুজন গৰিলাই খোলা দা হাতত লৈ খেদা মাৰি যোৱা দেখি নবৰুৱে চিঞৰি বাধা দিলে । 'নাকাটিবি ধৰি আন' বুলি নিৰ্দেশ দিয়াত দুয়োজন যোদ্ধাই তাক দুহাতে ধৰি চোঁচোৰাই আনিলে ।

নবৰুৱে দি যোৱা পূৰ্বৰ নিৰ্দেশ মতেই যোদ্ধাসকলে হানৰ সকলো অস্ত্ৰপাতি হাত কৰি ল'লে । কেইবাজনো হান সৈনিকক মৰাৰ ভাওজুৰি পৰি থকা যেন দেখিলে দুজনমান যোদ্ধাই । খাপত ভৰাই থোৱা দা উলিয়াই সিহঁত খৰখেদাকৈ উভতি আহিল । সিহঁতৰ সংহাৰী ৰূপ দেখি আহত হান দুজনমানে হাতজোৰ কৰি দয়া বিচাৰিলে । মুখৰ পৰা ভণ্ডা ভণ্ডা ওম-মনি-পদ্মে-হুম মন্ত্ৰৰ উচ্চাৰণো ওলাই আহিল । দয়া ভিক্ষাৰ সেই অন্তিম আবেদনকো গ্ৰাহ্য নকৰিলে গৰিলাকিজনে । মুহূৰ্ততে জিলিকি উঠিল মুষ্টিবদ্ধ অস্ত্ৰ । ছিটিকি পৰিল হানৰ খণ্ডিত মূৰকিটা । কটা যোৱা ডিঙিৰে চিৰিক্ চিৰিক্কৈ ওলাই আহিল তপত তেজৰ ধাৰা । এই এযুচটো আছিল মাত্ৰ কেইটামান মিনিটৰ ঘটনা । ক'ৰ পৰা আহি কেনি গুচি গ'ল নিৰান্নবৈজনৰ গৰিলা দলটো তাৰ কোনো চিনচাবেই নাথাকিল এযুচ অঞ্চলটোত । চাৰিওপিনে সিঁচৰিত হৈ পৰি থকা ক্ষত-বিক্ষত হানৰ মৃতদেহ আৰু দপদপাই জ্বলি থকা সামৰিক যানকিখন মাত্ৰ সাক্ষী হৈ থাকিল খাম্পা জিঘাংসাৰ বাতৰি দিবলৈ ।

সিহঁত আহিছিল এশজন । উভতি গ'ল নিৰান্নবৈজন । উভতি গ'ল ভিন্ ভিন্ গোটত ভাগ হৈ পৃথক পৃথক দিশলৈ । নবৰুৰ গোটটোৱে দাঙি লৈ গ'ল চেমনীয়াজনৰ শীতল দেহাটো । লগতে ধৰি লৈ গ'ল দেশদ্ৰোহী অন্ত্যজক । খোজ কাঢ়ি যাব নোৱাৰা বাবে হাতে-ভৰিয়ে বান্ধি কাণমাৰিত ওলোমাই লৈ গ'ল এবেলাৰ বাট, নবৰুহঁতে আশ্ৰয় লৈ থকা গুহাটো পাওঁতে সন্ধিয়া নামি আহিল ।

গুহাটোৰ মজিয়াতে মৃতদেহটো শুৱাই থৈ নবৰুহঁতে চাকি-বন্তি জ্বলালে । সুগন্ধি ধূপ-ধূনাও জ্বলালে ওৰেটো নিশা । সিদিনা পুৱাতেই মৃতদেহটো সংকাৰ কৰাৰ বিষয়ে আলোচনা হ'ল । 'আকাশী সমাধি'

দিবলৈ ওচৰে পাজৰে তেনে ঠাই নথকাত সেই কথা বাদ পৰিল । অগ্নিদাহ সম্ভৱ নহয়, হানে গম পাব বুলি । শেষত মাটিতে সমাধি কৰাটোৱে সিদ্ধান্ত হ'ল । সমাধি কৰা ধৰ্মীয় নিয়ম কোনেও নাজানে কাৰণে নৰবুৰ দলটোৱে মৃতদেহটো গাঁত খান্দি পুতি থলে । সমাধিত দিবলৈ একো নাই কাৰণে চেমনীয়াজনৰ ৰাইফলটোকে মৃতদেহটোৰ ওপৰত থৈ দিলে । লগতে থ'লে ধৰ্মীয় পুথিৰ এখিলা পাত ।



সমাধিস্থ কৰাৰ কাম শেষ কৰোতে আবেলি হ'ল । তাৰ পিছতেই বহিল দেশদ্ৰোহীজনৰ বিচাৰ সভা ।

"কেইৰাং কেনেই ৰৈই ?" ক'ৰ মানুহ বুলি লাচা দোৱানতে প্ৰশ্ন কৰিলে নৰবুৱে । হাত বন্ধা মানুহজন শিলৰ মজিয়াখনতে পৰি আছিল । কৰঙনৰ হাড় গুলী লাগি ভাঙি গৈছিল । উখহি পৰা কৰঙনৰ অসহ্য বিষত আহত মানুহজনে কেকাই আছিল । কোনো উত্তৰ নিদিয়া দেখি নৰবুৱে পুনৰ একেটা প্ৰশ্ন কৰিলে । কান্ধত ৰাইফল লোৱা যুঁজাৰুকিজনে আহত দেশদ্ৰোহীজনৰ চাৰিওফালে আগুৰি থিয় দি আছিল । নিদ্ৰাহীন সিহঁতৰ ৰঙা চকুবোৰত ফুটি উঠিছিল ঘৃণা মিশ্ৰিত ক্ৰোধ ।

"ঙা বালান্‌চা নেই ইন ।" বালান্‌চা গাঁওৰ মানুহ বুলি সেহাঁই সেহাঁই উত্তৰ দিলে আহত দেশদ্ৰোহীজনে । তাৰ শুকান ওঠ দুটা জিভাৰে চেলেকি তিয়াব বিছাৰি সি করুণ দৃষ্টিৰে যুঁজাৰুকিজনলৈ চালে । বালান্‌চা গাঁওৰ মানুহ বুলি চিনাকী দিয়াত কোনো সহানুভূতি নেদেখুৱালে যোদ্ধাসকলে ।

"ঙা কাকামৃগি" পানী পিয়াহ লাগিছে বুলি খাম্পা দোৱানতে জনোৱা তাৰ মুৰ্ম্ময়ে অনুনয়ৰ প্ৰতিও সঁহাৰি নাহিল ।

"কেইৰাং খিং কাৰেই ৰৈই" এইবাৰ নামটো জানিব বিচাৰিলে নৰবুৱে ।

সি মনে মনে থকা দেখি ওচৰতে থিয় দি থকা খঙাল যোদ্ধাজনে মানুহজনৰ মূৰত গোৰ এটা মাৰি দিলে । নৰবুৱে বাধা দিবলৈ সময় নাপালে যদিও বিৰক্তি প্ৰকাশ কৰিলে ।

"ঙা খি লবৃচাব্ । মোৰ নাম লবৃচাব্ বুলি কেকাই উঠিল ।

"কেইবাং পাৰপা ৰেই ?"

হান সৈনিকৰ পোছাক পিন্ধা তিব্বতীয় হয়নে সেই কথা জানিব বিচাৰিলে নৰবুৱে ।

"ঙা খাম্পা পা ৰেই ।" নিজকে এজন খাম্পা মানুহ বুলি পৰিচয় দিয়াৰ লগে লগে কেইবাজনো যোদ্ধাই তাৰ গাত থুৱাই আঁতৰি গ'ল । আঁতৰি গ'ল চোনাম নৰবুও । সিমানতে বিচাৰৰো অন্ত পৰিল ।

নৰবুৱে কিবা কোৱাৰ আগতেই দুজন খঙাল যুৱক আগুৱাই আহিল আহত মানুহজনৰ কাষলৈ । আহতজনৰ সকলো কাকুতি মিনতিক আওকাণ কৰি প্ৰচণ্ড খং আৰু ঘৃণাত দলিয়াই দিলে থিয় শিলনিডৰাৰ তললৈ । টেটুফলা চিঞৰ মাৰি মাৰি সি থিয় শিলনিডৰাৰে বাগৰি গ'ল পাঁচশ ফুটমান তললৈৰে বৈ যোৱা নৈখনলৈ ।

সৎ আৰু ধাৰ্মিক ব্যক্তি হোৱা হ'লে তিব্বতৰ প্ৰচলিত প্ৰথা মতে অগ্নিদাহ কৰা হ'লহেঁতেন । সাধাৰণ মানুহ হোৱাহেঁতেন আকাশী সমাধি দিবলৈ পাহাৰৰ ওপৰলৈ নি আত্মীয়সকলৰ সমুখতে মৃতদেহটো কাটি কাটি চিলনী শগুণক খাবলৈ দিলেহেঁতেন । হাড়কিডালো গুড়ি কৰি চাম্পাগুড়িৰ লগত মিহলাই দিয়া হ'লহেঁতেন । কিন্তু পাপী আৰু দেউলীয়া মানুহ মৰিলে প্ৰবাহিত নৈতহে সমাধিস্থ কৰা হয় । এয়ে তিব্বতীয় সংকাৰৰ প্ৰচলিত প্ৰথা ।

এই পঞ্চম অভিযানৰ পিচৰে পৰা হান দখলদাৰ বাহিনীৰ বাবে চোনাম নৰবু হৈ পৰিল এক সন্ত্ৰাস । এক প্ৰত্যাহ্বান । চোনাম নৰবু আৰু তাৰ অভিজ্ঞ গৰিলা বাহিনীটোক নিঃশেষ কৰিবলৈ গণমুক্তি ফৌজৰ একাংশই আৰম্ভ কৰিলে পৰিকল্পিত ব্যাপক অভিযান । গাঁৱৰ পিচত গাঁও উজাৰ কৰি পেলালে চোনাম নৰবুক বিচাৰি । শ শ সৈনিকে আগুৰি পেলোৱা অঞ্চলৰ পৰাও সৰকি ওলাই গ'ল নৰবুৰ বাহিনী । হান সৈনিকৰ দলে নৰবুক বিচাৰি উত্তৰ দিশলৈ গ'লে নৰবুৰ বাহিনী গুচি যায় দক্ষিণ দিশলৈ । সিহঁত পূবলৈ গ'লে নৰবু যায় পশ্চিমলৈ । তাৰ মাজতে চেগবুজি নৰবুৰ গৰিলা দলটোৱে আঘাত হানে হানৰ দুৰ্বল স্থানত । নিশাটোৰ ভিতৰতে এখন পাহাৰ চেৰাই নৰবু গুচি যায় আন এখন পাহাৰলৈ । পূব তিব্বতৰ পৰ্বতীয়া কঠিন পৰিবেশত নৰবুক বিচাৰি হান বাহিনী বিপাকত পৰা যেন হৈ পৰিব ধৰে । আনহাতে নিৰাপদ দূৰত্বত স্থিতি গ্ৰহণ কৰি নৰবুৱে ক্ষমতাৰ ক্ষয়-ক্ষতি নোহোৱাকৈয়ে চলাই গৈ থাকে অনিয়মিত যুদ্ধখন ।



গণমুক্তি বাহিনীয়ে পূব তিব্বত অধিকাৰ কৰি লোৱাৰ লগে লগে তিব্বত দেশৰ ৰাজধানী ল্যচা নগৰীৰ পৰিস্থিতি দ্রুত গতিত সলনি হৈ পৰিল ।

মাও-জে-ডঙৰ গণমুক্তি বাহিনীয়ে চীন দেশখন অধিকাৰ কৰি লৈছিল বুলি তিব্বতবাসীয়ে গম পাইছিল । কিন্তু এই বিজয়ৰ এবছৰৰ ভিতৰতে যে গণমুক্তি বাহিনীয়ে পূব তিব্বতৰ আমদো - খাম অঞ্চলকো গ্রাস কৰি পেলাব সেই কথা তিব্বতবাসীয়ে অনুমানো কৰিব পৰা নাছিল । আমদো - খাম অঞ্চল তিব্বত দেশৰ ভূমি নাছিল যদিও এই দুই অঞ্চলত বসবাস কৰা লোকসকল তিব্বতীয় মূলৰে মানুহ আছিল । এই অধিবাসীসকলে দালাই লামাকে ধৰ্মগুৰু ৰূপে মানি লৈছিল আৰু তিব্বতীয় সংস্কৃতিয়েই তেওঁলোকৰো সংস্কৃতি আছিল ।

কেবল পূব তিব্বত দখল কৰিয়েই চীনৰ কমিউনিষ্ট ৰাজনীতিজ্ঞসকল সন্তুষ্ট নহ'ল । তিব্বত দেশকো চীনৰ ঐতিহাসিক অংগ বুলি ঘোষণা কৰিলে । এই ঘোষণা শুনি আতংকিত হৈ উঠিল তিব্বতৰ জনসাধাৰণ । তিব্বত আৰু চীনদেশৰ ৰাজনৈতিক সম্পৰ্কতো আছিল এক বিতৰ্কিত বিষয় । অতীতত তিব্বত সকলো দিশৰ পৰা এখন সাৰ্বভৌম স্বাধীন ৰাষ্ট্ৰ আছিল । আনকি এই তিব্বত দেশৰ ৰজা চংষ্টেন গাম্পোয়ে বাৰশ বছৰ পূৰ্বে যুদ্ধ যাত্ৰাৰ মাজেৰে চীনৰ পশ্চিমাঞ্চলৰ কিছু ভূমি জয় কৰি লৈছিল । দুই দেশৰ মাজত সীমান্ত সংঘৰ্ষ শতাব্দী ধৰি চলিছিল । অৱশেষত কোনেও কাৰো সীমা পাৰ কৰিব নোৱাৰিব বুলি দুইপক্ষৰ মাজত চুক্তিও সম্পাদিত হৈছিল । এই ঐতিহাসিক চুক্তিৰ সাক্ষীৰূপে এখন প্ৰাচীন শিলালিপি বৰ্তমান সময়লৈকে লাচা নগৰীত সংৰক্ষিত হৈ আছে ।

তিব্বতবাসীয়ে অৱশ্যে চীনদেশক এখন সহযোগী বন্ধু ৰাষ্ট্ৰৰূপে সদায় মান্যতা দি আহিছিল । কিন্তু এই মান্যতাকে চীনৰ নতুন কমিউনিষ্ট চৰকাৰে তিব্বতবাসীৰ ৰাজনৈতিক আনুগত্য বুলি ধৰি ল'লে । পিকিং চৰকাৰে তিব্বত দেশক চীনৰ অভিন্ন ভূমি বুলি ঘোষণা কৰিয়েই বিশাল

গণমুক্তি ফৌজক পঠিয়াই দিলে পূব তিব্বতলৈ । মাও- জে- ডঙৰ এনে অহেতুক শক্তি প্ৰদৰ্শনত লাচা চৰকাৰ বিমোৰত পৰিল । ইতিমধ্যে গণমুক্তি ফৌজৰ এটা অংশই পূব তিব্বতৰ প্ৰাদেশিক ৰাজধানী চাম্‌দো ওচৰ চাপি অহাত সেই প্ৰদেশৰ গভৰ্ণৰ ঙাৱাং ঙায়োৱে ৰাজধানী এৰি পলাবলৈ চেষ্টা কৰোতে গণমুক্তি ফৌজৰ হাতত ধৰা পৰিল । চাম্‌দোত শিবিৰ পাতি থকা তিব্বতীয় ফৌজে পলাই পত্ৰং দিলে ।

দালাই লামা আৰু তেখেতৰ চিৰ অনুগত তিব্বতবাসীক মাও- জে- ডঙৰ বিস্তাৰবাদী নীতিৰ সমুখত আঁঠু ল'বলৈ বাধ্য কৰাব বিচাৰি আমডো আৰু খাম অঞ্চল পৰিকল্পিত নিৰ্যাতন আৰম্ভ কৰালে । কমিউনিষ্ট বিজয়ৰ আনন্দত আপ্লুত মাও- জে- ডঙে তেতিয়া ৰুছ দেশৰ যোচেফ ষ্টেলিনৰ নিচিনাকৈ বিশ্ব বিজয়ৰ সপোন দেখিবলৈ আৰম্ভ কৰিছিল । যোচেফ ষ্টেলিন আছিল একনায়কত্ববাদী নেতা । মাও- জে- ডং আছিল তেওঁতকৈও এখোজ আগবঢ়া সাম্যবাদী চীনদেশৰ ভাগ্যবিধাতা ।

সেই সময়ত তিব্বত দেশৰ ৰাষ্ট্ৰপ্ৰধান তথা ধৰ্মীয় গুৰু দালাই লামাৰ বয়স হৈছিল মাত্ৰ সোতৰ বছৰ । পূব তিব্বতৰ আম্‌দো অঞ্চলৰ টাগষ্টেৰ গাঁৱত আবিৰ্ভাব হোৱা শিশু দালাই লামাক পাঁচবছৰ বয়সতে আড়ম্বৰেৰে অনা হৈছিল লাচাৰ পোতালা প্ৰাসাদলৈ । তেৰমহলীয়া প্ৰাচীন পোতালাপ্ৰসাদৰ সুউচ্চ সোণৰ চাল দিয়া কক্ষত বাস কৰিছিল শিশু দালাই লামাই । লাচাৰ ধৰ্মীয় চৰকাৰে নিয়োগ কৰা শ্ৰেষ্ঠতম শিক্ষা গ্ৰহণ কৰি আছিল । পূৰ্বৰ ত্ৰয়োদশ দালাই লামাই দেহত্যাগ কৰাৰ পিচৰে পৰা দেশ আৰু ধৰ্মৰ দায়িত্ব বহন কৰি আছিল ৰাজ প্ৰতিনিধি গৰাকীয়ে । চতুৰ্দশ দালাই লামাগৰাকীৰ ওঠৰ বছৰ পূৰ্ণ হোৱাৰ লগে লগে দেশ আৰু ধৰ্মৰ গুৰুভাৰ গ্ৰহন কৰাৰ কথা আছিল । প্ৰায় চাৰিশ বছৰ ধৰি এয়ে হ'ল তিব্বতৰ প্ৰচলিত প্ৰথা ।

গণমুক্তি ফৌজে তিব্বত দেশকো দখল কৰি লোৱাৰ ভাবুকিয়ে লাচা চৰকাৰ আৰু লাচাবাসীক উত্তেজিত কৰি তুলিলে । দালাই লামাই দেশৰ শাসনভাৰ এতিয়াই ল'ব লাগে বুলি দাবী উত্থাপন কৰিলে লাচাবাসীয়ে । পূব তিব্বতৰ ক্ৰমবৰ্দ্ধমান নিৰ্যাতন আৰু গণমুক্তি ফৌজৰ আগ্ৰাসী চালচলনে লাচাৰ তত্ত্বাৱধায়ক চৰকাৰকো চিন্তাত পেলালে । অৱশেষত তিব্বত চৰকাৰৰ পাৰ্লিয়ামেণ্ট স্বৰূপ ৰাষ্ট্ৰীয় পৰিষদে সভা আহ্বান কৰা হ'ল । ৰাষ্ট্ৰীয় পৰিষদে সকলো দিশ বিবেচনা কৰি অপ্ৰাপ্তবয়স্ক দালাই লামাই ৰাষ্ট্ৰ আৰু ধৰ্মৰ দায়িত্ব ল'ব লাগে বুলি সিদ্ধান্ত দিলে । বাকী থাকিল

ভৱিষ্যত বক্তাৰ বা 'কুটেন' গৰাকীৰ ভৱিষ্যতবাণী।

এই কুটন্ হ'ল তিব্বতীয় জনজীৱনৰ এক অপৰিহাৰ্য ব্যক্তি। পাৰিবাৰিক সমস্যা বা সামাজিক সমস্যাবিলাকৰ সমাধান বিচাৰি কুটেনৰ সহায় লোৱা প্ৰথা প্ৰাচীন। আনকি ৰাষ্ট্ৰীয় সমস্যাৰ ক্ষেত্ৰতো চৰকাৰে কুটেনৰ কাষ চাপিবলগীয়া হয়। কুটেন কেইবাটাও পৰ্যায়ৰ আছে। পৰিব্ৰাজক কুটেনই হ'ল আটাইতকৈ নিম্ন পৰ্যায়ৰ। মঠত থকা কুটেনৰ মৰ্যদা তাতোকৈ অধিক। ৰাষ্ট্ৰীয় কুটেনগৰাকী হ'ল সৰ্বশ্ৰেষ্ঠ।

কুটেন এজন সাধাৰণ ব্যক্তি মাত্ৰ। তেওঁৰ বিশেষ ধৰ্মীয় মৰ্যদা নাথাকে যদিও সমাজত বিশেষ স্থান আছে। কোনোবাই সমস্যা সমাধানৰ উপায় বিচাৰি কুটেনৰ ওচৰ চাপিলে তেওঁ ধ্যানস্থ হৈ ভৱিষ্যতবাণী কৰিব পাৰে। কুটেনজনে ধ্যানত বহি আত্মাটোক নিজৰ দেহৰ পৰা পৃথক কৰি দিব পাৰে, আৰু তেতিয়াই ধ্যান কৰা আলৌকিক শক্তিটো আহি তেওঁৰ দেহত থিতাপি লয়। ধ্যানস্থ কুটেনজনে তেতিয়া যিবোৰ প্ৰশ্নৰ উত্তৰ দিব ধৰে সেই উত্তৰবোৰ আলৌকিক শক্তিৰ পৰাহি আহে বুলি তিব্বতবাসীয়ে গভীৰ বিশ্বাস কৰি আহিছে।

তিব্বত দেশৰ ৰাষ্ট্ৰীয় পৰ্যায়ৰ কুটেনজনে অতীজৰে পৰা ৰাজধানী লাচা নগৰীৰ উত্তৰ দিশে থকা 'নেচুং' মঠতে বসবাস কৰি আহিছে। অতীততো ৰাষ্ট্ৰীয় বিপৰ্যয়ৰ সমুখীন হ'লে লাচা চৰকাৰে নেচুং মঠনিবাসী কুটেনৰ কাষ চাপিছিল। এইবাৰো কুটেনৰ কাষ চাপিল লাচা চৰকাৰ।

সোতৰ বছৰীয়া দালাই লামা এইবাৰ নিজেই গ'ল নেচুং মঠলৈ। ধ্যানস্থ কুটেনৰ মুখৰ পৰা ওলাই আহিল অসংলগ্ন উত্তৰ। সকলো প্ৰশ্নৰ উত্তৰ এনেদৰে অসংলগ্নভাৱেই ওলাই আহে। ওচৰতে বহি থকা জ্ঞানী লামাসকলে সেই অসংলগ্ন উত্তৰবোৰ খৰতকীয়াকৈ লিখি ল'লে। তাৰপিচত প্ৰলাপৰ নিচিনাকৈ ওলাই অহা সেই উত্তৰবোৰ বিশ্লেষণ কৰি জ্ঞানী লামাসকলে ঘোষণা কৰিলে যে দালাই লামাই ৰাষ্ট্ৰ আৰু ধৰ্মৰ গুৰুভাৰ তেতিয়াই ল'ব লাগে বুলি কুটেনেও কৈছে।

কুটেনৰ এনে ভৱিষ্যত বাণীক আজিলৈকে কোনেও প্ৰত্যাহ্বান জনোৱা নাই। অবিশ্বাস্য বুলি হেয় জ্ঞানো কৰা নাই। অনাদি কালৰে পৰা অলৌকিক সত্য বুলি মানি আহিছে।

এইবাৰো মানি ল'লে ৰাষ্ট্ৰীয় কুটেনৰ ভৱিষ্যত বাণীক। লগে লগে আৰম্ভ হ'ল চতুৰ্দশ দালাই লামাৰ অভিষেক উৎসৱ। লাচা নগৰী উৎসৱমুখৰ হৈ পৰিল। কেইবাদিনীয়া কাৰ্যসূচীৰ মাজেৰে সোতৰ বছৰীয়া দালাই লামাই

দেশ শাসনৰ বাঘজৰীভাগ হাতত তুলি ল'লে । এজন সোতৰ বছৰীয়া যুৱকৰ ওপৰত অৰ্পন কৰা হ'ল বাঠি লাখ মানুহৰ ভবিষ্যত । আৰু এই সোতৰ বছৰীয়া যুবকজনেই হৈ পৰিল এখন ঐতিহাসিক ৰাষ্ট্ৰ আৰু এটা সংস্কৃতিবান জাতিৰ একতা আৰু দেশপ্ৰেমৰ অমূল্য প্ৰতীক ।

তিব্বতবাসীৰ বাবে দালাই লামা বা গ্যাম্পোৰিম্পোচে হ'ল এজন মনুষ্যৰূপী দেৱতা । তিব্বত দেশৰ উপাস্য দেৱতা বেন্‌ৰেজিতা বা অৱলোকিটেশ্বৰৰে মনুষ্যৰূপ । এই ৰূপ চাব নাপায় । চালে পাপত ভুগিব লাগে । অথচ দৈৱ দুৰ্বিপাকত পৰি কেতিয়াবা এই ৰূপ দৃষ্টি গোচৰ হ'লে দেখোতাজনৰ বাবে সেই মুহূৰ্তটো এটা জীৱনজোৰা মধুৰ স্মৃতি ৰূপে সজীৱ হৈ থাকে । এই প্ৰগাঢ় আনুগত্য কেতিয়াবা অন্ধবিশ্বাসৰ সমতুল্য হৈ পৰে যেতিয়া কোনোবাই নিজৰ কণ্ঠনলী নিজ হাতে ৰেপি ৰেপি কাটি পেলায় ।

হান আগ্ৰাসনৰ প্ৰাকমহূৰ্তত এনে এটা সবল আৰু নিভীক জাতিৰ সকলো দায়িত্ব নিজৰ কান্ধত তুলি ল'বলগীয়া হ'ল সোতৰ বছৰীয়া যুৱকজনে । এই গুৰুভাৰ কান্ধ পাতি লোৱাৰ অন্তিম মুহূৰ্তত চতুৰ্দশ দালাই লামাৰ মন বিচলিত হৈ উঠিছিল যদিও আত্ম বিশ্বাস নেহেৰুৱালে ।

শিক্ষাই মানুহক সংযমী আৰু আত্মবিশ্বাসী কৰি তুলিব পাৰে এই উপলব্ধি দালাই লামাৰ মনলৈও আহিছিল । তিব্বতীয় বৌদ্ধ ধৰ্মৰ শিক্ষা ব্যৱস্থাই এই আত্মবিশ্বাস গঢ়ি তুলিব পাৰে বুলি তেখেতে মানি লৈছিল । তিব্বতীয় ধৰ্মীয় শিক্ষা সম্পূৰ্ণ কৰিবলৈ কমেও কুৰিটা বছৰ লাগে । এই কঠিন শিক্ষা ব্যৱস্থাৰ অন্তৰ্গত 'প্ৰজ্ঞান পৰিমিতা', মাধ্যমিকা, বিনয়, অভিধৰ্ম, বিবেক শাস্ত্ৰ, প্ৰমাৰ আৰু তৰ্কশাস্ত্ৰৰ শিক্ষা গ্ৰহণ কৰি থকা সোতৰ বছৰীয়া দালাই লামাই সেইদিনা সুস্থিৰ সিদ্ধান্তই লৈছিল । শান্তিপূৰ্ণ আলোচনাৰ দুৱাৰখন বন্ধ কৰি থৈ সশস্ত্ৰ প্ৰতিৰোধৰ খিড়িকীখন খুলি দিয়াত তেখেত পক্ষপাতি নাছিল ।

দালাই লামা ক্ষমতাৰ সৰ্বোচ্চ আসনত অধিষ্ঠিত হোৱাৰ অলপদিন পিচতে ককায়েক থুব্‌টেন জিগ্‌মে আহি লাচা পালেহি । ককায়েকৰ মুখে কমিউনিষ্ট হানৰ লক্ষ্য সম্পৰ্কে যি কথা শুনিলে সেয়ে দালাই লামাক হতাশ কৰি পেলালে । তাতোকৈ অধিক মৰ্মাহত হ'ল যেতিয়া পূব তিব্বতত চলি থকা গণনিৰ্যাতনৰ বৰ্ণনা ককায়েকে দাঙি ধৰিলে ।

ব্যক্তিগত নিৰাপত্তাৰ প্ৰয়োজনত ভায়েকক দেশ এৰি ভাৰতবৰ্ষত আশ্ৰয় লোৱাৰ পৰামৰ্শ আগবঢ়াই থুব্‌টেন জিগ্‌মেই নিজেও দেশ এৰি

যোৱাৰ সিদ্ধান্ত জনাই দিলে । তিব্বত দেশৰ এই বিপদকালত বিদেশী ৰাষ্ট্ৰৰ সহায় সমৰ্থন অতি প্ৰয়োজন বুলি দালাই লামাকো বুজালে ।

ইতিমধ্যে পূব তিব্বতৰ পৰা ভগনীয়া হৈ গুচি অহা মানুহেৰে লাচা নগৰী ভৰি পৰিবলৈ ধৰিছিল । ভগনীয়া হৈ অহা এইসকলৰ মাজত সৰহ সংখ্যক মানুহেই আছিল খাম্পা উপজাতিৰ । এই ভগনীয়াসকল আহি পোৱাৰ পিচৰে পৰা লাচা নগৰীৰ পৰিবেশ দিনে দিনে উত্তপ্ত হৈ উঠিব ধৰিলে ।

আনহাতে তিব্বত অভিযানৰ উদেশ্য লৈ চীনা গণমুক্তি বাহিনীৰ আশী হাজাৰ সৈনিক আহি পূব তিব্বতত উপস্থিত হোৱা বুলি খবৰ পায়ে ৰাষ্ট্ৰীয় পৰিষদৰ জৰুৰী অধিবেশন বহিল । সেই অধিবেশনেও দালাই লামাই লাচা নগৰী ত্যাগ কৰি ভাৰত সীমান্তৰ ওচৰত গৈ শিবিৰ পাতি থাকিব লাগে বুলি সিদ্ধান্ত ল'লে । ৰাষ্ট্ৰীয় পৰিষদৰ এই সিদ্ধান্তক মন্ত্ৰী সভাইও সমৰ্থন জনালে । দালাই লামা কিন্তু এই সিদ্ধান্তত সুখী হ'ব নোৱাৰিলে । দেশবাসীৰ এই বিপদৰ সময়ত ব্যক্তিগত নিৰাপত্তাৰ কথাটো ডাঙৰ হ'ব নোৱাৰে বুলি মনে মনে থাকিল । পোতালা প্ৰাসাদত সঞ্চিত থকা অমূল্য সম্পদৰ একাংশ ইতিমধ্যে ছিকিম সীমান্তলৈ পঠোৱা হ'ল । এই আপুৰুগিয়া সম্পদসমূহ লগতে ছিকিম সীমান্তলৈ পঠোৱা হ'ল ষাঠীটা পেৰাত সোণ আৰু ৰূপ । সম্পদ স্থানান্তকৰণৰ কথাটো দালাই লামাইও গম নাপালে ।

মন্ত্ৰী সভাই পুনৰ অনুৰোধ জনোৱাত দালাই লামাই লাচা ত্যাগ কৰি যাবলৈ সন্মত হ'ল । লাচা নগৰী ত্যাগ কৰাৰ আগতে চেপন নাম চেলিং নামৰ এজন উচ্চ পদস্থ বিষয়াক পূব তিব্বতলৈ যোৱাৰ আদেশ দিলে । পূব তিব্বতৰ বিদ্ৰোহী হৈ পৰা খাম্পাসকলক সশস্ত্ৰ সংগ্ৰামৰ পথ ত্যাগ কৰাৰ বুজনি দিবলৈ চেপন নামচেলিঙক দায়িত্ব দিয়া হ'ল । তাৰ পিচতেই এদিন ছদ্মবেশ পৰিধান কৰি সকলোৰে অগোচৰে দালাই লামাই লাচা নগৰী এৰি ছিকিম সীমান্তৰ ইয়াটুঙলৈ গুচি গ'ল ।

ধৰ্মগুৰু দালাই লামাৰ আদেশ শিৰত লৈ চেপন নামচেলিঙে দক্ষিণ তিব্বতৰ সুদীৰ্ঘ পথেৰে পূব তিব্বতলৈ বুলি যাত্ৰা কৰিলে। লগত গ'ল তিব্বতীয় সামৰিক বাহিনীৰ কেইজন মান গা-ৰখীয়া। আঠ হাজাৰ জনীয়া তিব্বতীয় সামৰিক বাহিনীটো নামতহে বাহিনী মাত্ৰ। পুৰণি ৰাইফলেৰে সজ্জিত এই বাহিনীটোৰ কোনো যুদ্ধৰ অভিজ্ঞতাটো নায়ে আনকি আধুনিক যুদ্ধৰ কলা-কৌশলতো একেবাৰে অনভিজ্ঞ। এশ বছৰে যুদ্ধ নেদেখা এই বাহিনীটোৰ মূল কাম সীমান্ত চকীত পহৰা দিয়া। চীনৰ যুদ্ধ অভিজ্ঞ গণ মুক্তি ফৌজৰ তুলনাত তেনেই নগণ্য আছিল এই ক্ষুদ্ৰ বহিনীটো।

উত্তৰ তিব্বতৰ মৰুভূমি সদৃশ চাংথান মালভূমিৰে যাবলৈ হ'লে বহুতো সময়ৰ প্ৰয়োজন। তিনিমাহৰ খাদ্য বস্তু লগত কঢ়িয়াই নিবলৈ ঘোঁৰা আৰু য়াকো লাগে অসংখ্য। মালবাহী এই জন্তুবোৰৰ গতিও লেহেম হৈ পৰে। অঘৰী পথ প্ৰদৰ্শক নহ'লে বাটো বিচাৰি পোৱা কঠিন হৈ পৰে। চেপন নামচেলিঙৰ হাতত ইমান সময়ো নাছিল। গতিকে জনবসতিপূৰ্ণ দক্ষিণ তিব্বতৰ পথকে বাচি ল'বলৈ বাধ্য হ'ল।

দক্ষিণ তিব্বতৰ পথ উত্তৰৰ তুলনাত অধিক নিৰাপদ। তিব্বত দেশৰ প্ৰাচীন সভ্যতাৰ গৃহভূমি স্বৰূপ 'ইয়াৰ্লু' উপত্যকাৰ মাজেৰেই পাৰ হৈ গৈছে এই পথ। চাংপো বা আদি ব্ৰহ্মপুত্ৰ নৈৰ দুয়ো পাৰে থকা উৰ্বৰ সমতল ভূমিয়েই ইয়াৰ্লুং উপত্যকা। তিব্বতৰ প্ৰথম ঐতিহাসিক ৰজা চংচেং গাম্পোয়ে সাত ৰাজ মাৰি এই উপত্যকাতে প্ৰতিষ্ঠা কৰিছিল তিব্বত দেশৰ বুনিয়াদ। বৌদ্ধ ধৰ্মক ৰাজকীয় স্বীকৃতি প্ৰদান কৰি সকলো জাতি-উপজাতিক ধৰ্মীয় একতাৰ মহান ডোলেৰে বান্ধি থৈও গৈছিল ৰজা চংচেং গাম্পোয়ে।

তিব্বত দেশৰ খাদ্যৰ ভঁৰাল স্বৰূপ এই ইয়াৰ্লুং উপত্যকাতে আছে সৰ্বাধিক গাঁও। গাঁওবিলাকো সমৃদ্ধিশালী। আহল-বহল উৰ্বৰ পথাৰত 'জোৰা' 'জো'ৰে হাল বাই বাৰ্লি উৎপাদন কৰে গাঁৱৰ মানুহে। প্ৰায় পাঁচশ মাইল দীঘল এই উৰ্বৰ উপত্যকাতে সিঁচৰিত হৈ আছে অসংখ্য প্ৰচীন মঠ মন্দিৰ। এই চাংপো নৈৰ পাৰতে আছিল বিখ্যাত 'চাক্য'

মঠটো। আদিগুৰু 'ড্ৰুকমিয়ে' এহাজাৰ বছৰৰ পূৰ্বে প্ৰতিষ্ঠা কৰিছিল এই মঠ। এটা সময়ত এই চাক্য মঠটো 'হীন যান' পন্থীসকলৰ প্ৰধান কেন্দ্ৰ স্বৰূপ আছিল। এই হীনযান পন্থী লামাসকলে বিবাহো কৰিছিল আৰু মদ মাংস খোৱাৰো অনুমতি পাইছিল। এই মঠৰে চাক্য পণ্ডিত নামৰ গুৰু এজনে মংগোল নৃপতি চেংগিজ খানকো গৈ শিকিণ্ডত লগ ধৰিছিল। চীন দেশ তেতিয়া মংগোল নৃপতি চেংগিজ খানৰ তলতীয়া আছিল। এই চাক্য পণ্ডিতৰ প্ৰচেষ্টাৰ ফলতেই বৌদ্ধ ধৰ্মই মংগোলীয়া দেশলৈকে প্ৰসাৰতা লাভ কৰিছিল। চীনদেশ অধিকাৰ কৰি ৰখা মংগাল নৃপতিয়ে চাক্য মঠৰ মুৰব্বীজনৰ হাততে অৰ্পণ কৰিছিল তিব্বত দেশ শাসন কৰাৰ অধিকাৰ। এই অধিকাৰৰ ফলতেই তিব্বত দেশত ডেৰশ বছৰ ধৰি চলিছিল চাক্য মঠৰ প্ৰশাসন। পৰৱৰ্তী মংগোল সম্ৰাট কুবলাই খানে প্ৰদান কৰা প্ৰশাসনীয় নিয়োগ পত্ৰখন এই মঠতে সংৰক্ষিত হৈ আছিল। পত্ৰখনৰ লগত অহা সোণৰ ছীল মোহৰটোও আছিল এই মঠৰ সম্পদ ভঁৰালত। প্ৰাচীন মঠৰ ভিতৰতে আছিল এক বিশাল গ্ৰন্থগাৰ। এশ আশী ফুট দীঘল আৰু ত্ৰিশ ফুট ওখ এটা বিশাল চেল্‌ফত আছিল সংস্কৃত আৰু তিব্বতীয় ভাষাত ৰচিত সহস্ৰ প্ৰাচীন ধৰ্মীয় গ্ৰন্থ। সোণ-ৰূপৰ পানীৰে লিখা এই প্ৰাচীন গ্ৰন্থসমূহেই আছিল চাক্য মঠৰ মূল আকৰ্ষণ।

এই ইয়াৰ্লুং উপত্যকাতে আছে গাডেন মঠ। হানসকলে তিব্বত দেশ দখল কৰি লোৱাৰ আগলৈকে এই মঠত চাৰি হাজাৰ ভিক্ষুৱে বসবাস কৰিছিল। তিব্বত দেশৰ প্ৰধান ধৰ্মীয় সম্প্ৰদায় 'গেলুকপা' সকলৰ আদিগুৰু চাংখাপাই প্ৰতিষ্ঠা কৰিছিল এই মঠ। 'গেলুকপা' সকল হ'ল মহাযান পন্থী। মঠ নিবাসী গেলুক্‌পা ভিক্ষুসকলে বিয়া-বাৰু নকৰায়। দালাই লামাও এই মহাযান পন্থাৰে অনুগামী।

আনহাতে, হীনযান পন্থীসকলৰ বিখ্যাত 'শ্বামে' মঠো এই ইয়াৰ্লুং উপত্যকাতে আছে। এই প্ৰচীন মঠৰ প্ৰতিষ্ঠাপক আছিল ভাৰতৰ পৰা যোৱা মহান বৌদ্ধ তান্ত্ৰিক গুৰু পদ্ম সম্ভৱ। সেয়া বাৰশ বছৰ পুৰণি কথা।

এই মহান তান্ত্ৰিকগৰাকীয়ে বৌদ্ধ ধৰ্ম প্ৰচাৰৰ কাৰণে তিব্বতলৈ যোৱা নাছিল। সেই যুগত তিব্বত দেশত প্ৰচীন 'পণ' তান্ত্ৰিক ধৰ্মহে প্ৰচলন আছিল। তিব্বতীয় ৰজা ত্ৰিচংডেট্‌চেনে বৌদ্ধ ধৰ্মক ৰাজকীয় ধৰ্ম কৰি লোৱাত প্ৰাচীন 'পণ' পন্থীসকল তলে তলে বিদ্ৰোহী হৈ উঠিছিল। পণ পন্থীসকল তন্ত্ৰ মন্ত্ৰ আৰু যাদুবিদ্যাত সিদ্ধহস্ত আছিল কাৰণে তন্ত্ৰ মন্ত্ৰ আৰু

যাদু বিদ্যাৰ মাজেৰেই ৰজা ত্ৰিচং ডেট্‌চেনে 'পন' ধৰ্মৰ প্ৰভাবক বশীভূত কৰিব বিচাৰিলে । এই উদেশ্যে ৰজাই গুৰু পদ্ম সম্ভৱক আমন্ত্ৰণ কৰি আনিবৰ বাবে ভাৰতবৰ্ষলৈ ৰাজপ্ৰতিনিধি পঠিয়াইছিল । ওটান্তপুৰী বা ওডান্তপুৰী নামৰ ভাৰতীয় মঠৰে গুৰু আছিল মহান তান্ত্ৰিক পদ্ম সম্ভৱ । তেওঁ তিব্বতীয় ৰজাৰ সেই আমন্ত্ৰণ প্ৰত্যাখ্যান কৰাত ৰজা ত্ৰিচং ডেট্‌চেনে বহুটো সোণ-ৰূপ উপঢৌকন ৰূপে তেওঁলৈ পঠিয়ালে । এইবাৰ গুৰু পদ্ম সম্ভৱ আহিল তিব্বতলৈ । ৰজা ত্ৰিচং ডেট্‌চনৰ উপস্থিতিত গুৰু পদ্ম সম্ভৱে যাদুবিদ্যাৰ প্ৰতিযোগিতাত পন গুৰুসকলক শোচনীয়া ভাবে পৰাস্ত কৰিলে । পন গুৰুসকল দেশৰ পৰা বহিস্কৃত হ'ল আৰু তিব্বত দেশত প্ৰতিষ্ঠা লাভ কৰিছিল গুৰু পদ্ম সম্ভৱৰ হীনযান তান্ত্ৰিক পন্থাই ।

এই মহান তান্ত্ৰিকগৰাকীয়ে প্ৰতিষ্ঠা কৰিছিল শ্বামে মঠটো ।অডান্তপুৰী বিশ্ব বিদ্যালয়ৰ আৰ্হিত গঢ়ি তোলা হৈছিল এই সুবিশাল মঠটো । কিন্তু গুৰু পদ্ম সম্ভৱ সৰহদিন তিব্বত দেশত থাকিব নোৱাৰিলে । সেই সময়তে তিব্বত দেশত বসন্ত ৰোগে মহামাৰী ৰূপে দেখা দিছিল । লগতে পোতালা প্ৰসাদতো বজ্ৰপাত পৰিছিল । 'পন' ধৰ্মৰ অনুগামীসকলে বৌদ্ধ ধৰ্মৰ প্ৰবৰ্তনৰ বাবেই এনে দুৰ্যোগ আহিছে বুলি অপপ্ৰচাৰ চলাবলৈ আৰম্ভ কৰিছিল । সৰল জনসাধাৰণৰ ওপৰতো এই অপপ্ৰচাৰে প্ৰভাৱ পেলোৱাত গুৰু পদ্ম সম্ভৱে তিব্বত দেশ পৰিত্যাগ কৰি ভাৰতবৰ্ষলৈ উভতি আহিল । উভতি আহিবৰ সময়ত তিব্বতবাসীক সাৱধান কৰি এক গভীৰ অৰ্থপূৰ্ণ ভৱিষ্যত বাণী কৰি থৈ আহিছিল গুৰু পদ্ম সম্ভৱে ।

"যিদিনা আকাশত লোহাৰ চৰাই উৰিব আৰু ঘোঁৰাবোৰ চকাৰ ওপৰত দৌৰিব, সিদিনা তিব্বতীয় মানুহ পৃথিবীৰ চাৰিওপিনে পৰুৱাৰ নিচিনাকৈ সিঁচৰিত হৈ পৰিব আৰু ধৰ্ম গুচি আহিব ৰঙা মানুহৰ দেশলৈ" এইটোৱে আছিল সেই মহান ভবিষ্যতবাণী, বাৰশ বছৰ পুৰণি ।

অতীত ঐতিহ্যৰে ভৰপূৰ ইয়াৰ্লুং উপত্যকাৰে পাৰ হৈ যাঁওতে চেপন নামচেলিঙে বিভ্ৰান্ত জনসাধাৰণে উত্থাপন কৰা বহুতো প্ৰশ্নৰ উত্তৰ দিব লগা হ'ল । পূব তিব্বতত চলি থকা গণনিৰ্যাতনৰ সকলো বিৱৰণ উয়াৰ্লুং উপত্যকাৰ মানুহে পোৱা নাছিল যদিও উৰা বাতৰি শুনিছিল বহুতো । দুজন চাৰিজনকৈ আহি থকা ভগনীয়াসকলৰ মুখৰ পৰা শুনা কথাবিলাকে জনসাধাৰণক বিভ্ৰান্ত কৰি তুলিছিল । ইতিমধ্যে দালাই লামাইও লাচা ত্যাগ কৰি কোনোবা অচিন ঠাইলৈ গুচি যোৱাৰ বাতৰিও জুইৰ নিচিনাকৈ বিয়পি পৰিছিল । চেপন নামচেলিঙৰ নিচিনা উচ্চ পদস্থ আৰু

মান্যৱন্ত লোক এজনকো যেতিয়া অশান্তি জর্জৰিত পূব তিব্বতৰ পিনে গৈ থকা দেখা পালে তেতিয়া জনসাধাৰণ আৰু উদগ্ৰীৱ হৈ পৰিল। তেওঁলোকে পূব তিব্বতৰ সঠিক বাতৰি বিচাৰিলে চেপন নামচেলিঙৰ পৰা। গ্যাল্লো ৰিম্পোচে ক'ত আছে সেই কথাও জানিব বিচাৰিলে ধৰ্মপ্ৰাণ জনসাধাৰণে। হান বাহিনী কিয় আহিছে সেই প্ৰশ্নও বাদ নপৰিল।

এই প্ৰশ্নবিলাকৰ সঠিক উত্তৰ নামচেলিঙে দিব পাৰিও নিদিলে। দলাই লামাৰ নিৰাপত্তাটোৱেই ধৰ্মপ্ৰাম জনসাধাৰণৰ বাবে সৰ্বোচ্চ কথা বুলি চেপন নামচেলিঙেও জানিছিল। দালাই লামাৰ কিবা হানি-বিঘিনি হ'লে তিব্বতীয় জনগণে দেশত তেজৰ নৈ বোৱাই দিব বুলি ভাবি চেপন নামচেলিং আশংকিত হৈ পৰিছিল। হান সাম্যবাদী বাহিনীৰ নগ্ন আগ্ৰাসনৰ সমুখত তিব্বতীয় জনগণৰ আকস্মিক অভ্যুত্থানৰ ফলাফল যে অতি মৰ্মান্তিক হৈ পৰিব সেই কথাকো অনুমান কৰি লৈছিল চেপন নামচেলিঙে। সেই ভয়াবহ পৰিনতিৰ কথা ভাবিয়েই চেপন নামচেলিঙে 'আলোচনা হ'ব আৰু এটা শান্তিপূৰ্ণ মীমাংসাৰে চেষ্টা চলি আছে' বুলি সকলোকে প্ৰবোধ দি থৈ গ'ল।



লাচা নগৰীক তেতিয়া চৰম উত্তেজনাই অস্থিৰ কৰি তুলিছিল। দালাই লামা অন্তৰ্দ্ধান হোৱা বাতৰিটো দহদিনো গুপ্ত হৈ নাথাকিল। পোতালা প্ৰসাদ পৰিত্যাগ কৰি গ্যাল্লো ৰিম্পোচে ক'ৰবালৈ গুচি গৈছে বুলি যেতিয়া লাচাসাসীয়ে গম পালে তেতিয়া হাজাৰ হাজাৰ মানুহ দৌৰিলে পোতালা প্ৰসাদৰ দিশলৈ।

প্ৰকাণ্ড প্ৰকাণ্ড শিলাখণ্ডৰে সাজি উলিওৱা দুৰ্ভেদ্য দুৰ্গ স্বৰূপ এই প্ৰচীন প্ৰসাদৰ উচ্চতা প্ৰায় তিনিশ পঞ্চাশ ফুট। তেৰ মহলীয়া এই প্ৰসাদৰ ওপৰলৈ উঠি যোৱা পথ মূলতঃ দুটা। এটা পূবত আনটো পশ্চিমত। চটা চটা আহল বহল শিলৰ খট্‌খটীবিলাকেৰে ঘোঁৰাও উঠি যাব পাৰে। এহাজাৰ কোঠালীৰ এই প্ৰসাদৰ আভ্যন্তৰত আছে দহ হাজাৰটা মন্দিৰ। বিভিন্ন মূৰ্ত্তি আছে দুই লাখ। তেৰ মহলাত আছে সোণ পাতৰ চালি দিয়া, কাৰু

কার্য কৰা তিনিটা কক্ষ । তাৰে এটা হ'ল অকলশৰীয়া দালাই লামাৰ শোৱনি কক্ষ, দ্বিতীয়টো হ'ল সূত্ৰ কক্ষ য'ত বহি গুৰুজনাই ধৰ্ম পুথি পাঠ কৰে আৰু পূজা-অৰ্চনাও কৰে । তৃতীয়টো হ'ল অভ্যৰ্থনা কক্ষ । ত্ৰয়োদশতম মহলালৈ সকলো মানুহ যাব নোৱাৰে । যোৱা নিষেধ । যাব পাৰে অকল মন্ত্ৰী সভাৰ সদস্য কিজন । তাকো আগতিয়া সম্মতি সাপেক্ষেহে । অৱশ্যে দালাই লামাৰ ব্যক্তিগত ভৃত্য বা গা'চোৱা মানুহকিজনৰ গতি অবাধ । অকলশৰীয়া দালাই লামাৰ বাবে এই কিজন মানুহেই অতি আপোন । মুকলিভাবে কথা পতা, হাঁহি- ধেমালিৰ বাবে এই কিজনেই একমাত্ৰ লগৰীয়া বুলি ক'ব পাৰি ।

এই আকাশচুম্বী তেৰ মহলাৰ নিৰ্জনতাই কেতিয়াবা অস্থিৰ কৰি তোলে দালাই লামাৰো মন । নিৰ্জন কক্ষ ত্যাগ কৰি ওলাই আহে আহল বহল শিলেৰে সজা মসৃণ প্ৰাংগনখনলৈ । ধৰ্মীয় পৰম্পৰাই আজীৱন বন্দী কৰি থোৱা দালাই লামাই ঘূৰি ঘূৰি চাই ফুৰে সৃষ্টিৰ গৰিমা । তিব্বত দেশৰ বিশাল নীলা আকাশত উৰি ফুৰা শুভ্ৰ মেঘৰ চপৰাবিলাকলৈ চাই থাকে গভীৰ তন্ময়তাৰে । বিমোহিত হৈ চাই থাকে নন্দাদেৱী, কৈলাস আৰু এভাৰেষ্ট গিৰিশৃংগৰ শুভ্ৰ শিখৰলৈ । দিগন্তৰ কাষে কাষে অনন্ত প্ৰহৰী ৰূপে থিয় দি থকা এই শিখৰবিলাকলৈ চাওঁতে হয়তো ভাবে কিমান শান্তিপূৰ্ণ এই দেশ, কিমান সুখী এই দেশৰ মানুহ । এই স্বৰ্গীয় দৃশ্যবিলাক চাই চাই বিমোহিত হৈ পৰা সোতৰ বছৰীয়া দালাই লামাই নিজৰ অস্তিত্বকো পাহৰি পেলায় । ক'ব নোৱাৰাকৈয়ে প্ৰাংগনৰ শেষ সীমাত আহি থিয় দি, তিনিশ পঞ্চাশ ফুট উচ্চতাৰ পৰা মুগ্ধ দৃষ্টিৰে চাই থাকে প্ৰচীন লাচা নগৰীৰ ৰঙা বগা ঘৰবিলাকলৈ । মুহূৰ্তৰ বাবে স্তব্ধ হৈ পৰে কোলাহল মুখৰিত লাচা নগৰী । চলন্ত মানুহ ৰৈ দিয়ে বাটে পথে । পোতালা প্ৰসাদৰ তলতে থকা সদা ব্যস্ত 'বাৰ্খোৰ' বজাৰৰ কিনা-বেচা বন্ধ হৈ যায় ক্ষন্তেকৰ বাবে । মানুহবোৰে প্ৰপন্ন চিত্তে তেৰ মহলাৰ দিশলৈ চাই ৰয় । প্ৰতিজন ব্যক্তিয়েই ভক্তিভৰা সেৱা যাচে তেৰ মহলাত আকস্মিক ভাবে আহি থিয় দিয়া দালাই লামালৈ । জিভাৰ আগতো উলিয়াই দীঘল উশাহ টানি লয় বুকুৰ ভিতৰলৈ । সমুখৰ ফালে হালি নতশিৰ কৰি চকু মুদি দিয়ে । গ্যাম্পো ৰিম্পোচেক চাব নাপায় । এয়ে ধৰ্মীয় পৰম্পৰা ।

দালাই লামাইও নিজকে লোক দৃষ্টিৰ পৰা আঁতৰাই নিয়ে । মৰমৰ দেশবাসীক চাবলৈ বিচাৰিও আঁতৰি দিব লগা হয় দেশবাসীৰ প্ৰিয় গুৰুজনে । এয়াই প্ৰচলিত পৰম্পৰা, এয়াই ধৰ্মীয় অনুশাসন । যি অনুশাসন

ভংগা হ'ব নোৱাৰে কোনো পৰিস্থিতিতে ।

এই গভীৰ আনুগত্যই সিদিনাও টানি আনিছিল হাজাৰ হাজাৰ লাচাবাসীক পোতালাৰ প্ৰৱেশদ্বাৰৰ খটখটীৰে একমো মানুহ উঠি যোৱা নাছিল পবিত্ৰ পোতালাটোৰ ওপৰলৈ ।

অকল বাৰ্ষিক উৎসৱৰ সময়তহে অগণন মানুহে উঠি যায় পোতালাটোৰ ওপৰলৈ । বিভিন্ন বিগ্ৰহ আৰু স্বৰ্গগত গুৰুসকলৰ 'স্বৰটেন' বা সমাধি সৌধত চাকি বন্তি জ্বলায় । সোণ-ৰূপৰ অৰিহণা যাচে । আৰু সেই উৎসৱৰ দিনতে গুৰুজনাও নামি আহে আহল বহল দৰ্শন কক্ষলৈ । দৰ্শন কক্ষৰ মাজমজিয়াত থকা সোণৰ সিংহাসনত বহি দালাই লামাই আশীৰ্বাদ কৰে প্ৰতিজন ভক্তক । পুৱাৰ পৰা গধূলিলৈকে মানুহ শাৰীপাতি আহি থাকে 'গ্যাম্পো ৰিম্পোচে' বা 'জ্ঞানৰ সাগৰ'ৰ এধানি আশীৰ্বাদ বিচাৰি । জিভা উলিয়াই উশাহ টানি নতশিৰে পাৰ হৈ যায় এজন এজনকৈ । শ্ৰদ্ধাৰ 'খাটা' যাচে সোণোৱালী সিংহাসনৰ বেদীত । স্তূপীকৃত 'খাটা' সমূহ আঁতৰাই নিয়ে পোতালাৰ সেৱকে । সৰ্বসাধাৰণক আশীৰ্বাদ কৰে হাতৰ দণ্ডেৰে । উচ্চপদস্থ বা অভিজাত ব্যক্তি হ'লে হাতেৰে মূৰত স্পৰ্শ কৰি দিয়ে । অৰিহণাৰ অজস্ৰ সোণ-ৰূপ মণি মুক্তা সিঁচৰিত হৈ পৰে সিংহাসনৰ বেদীত । এনেদৰে গঢ়ি উঠে পোতালাৰ অফুৰন্ত ধনৰ ভাণ্ডাৰ । যি সম্পদৰ কোনো লেখ নাই ।

'গ্যাম্পো ৰিম্পোচে ক'ত আছে আমাক জনাব লাগে', এয়ে আছিল সেই বিশাল গণ সমাবেশৰ দাবী । গ্যাম্পো ৰিম্পাচেৰ দৰ্শন নোপোৱালৈকে আমি নাযাওঁ বুলি চিঞৰি পোতালা অৱৰোধ কৰিলে হাজাৰ হাজাৰ লাচাবাসীয়ে । নিশাৰ অন্তত সূৰ্যোদয় হ'ল তথাপি জনতা আঁতৰি নগ'ল । সেই অগণন উদগ্ৰীব মানুহৰ মাজত মিহলি হৈ আছিল বহুতো খণ্ডাল খাম্পা উপজাতিৰ লোক । সকলোতকৈ অধিক উত্তেজিত হৈ পৰিছিল কান্ধত ৰাইফল লৈ ফুৰা এই অশান্ত খাম্পাসকল । যিজনা গুৰুৰ ৰক্ষণাবেক্ষণৰ বাবে সুদূৰ পূব তিব্বতৰ পৰা হাবি-বন, পাহাৰ-পৰ্বত গচকি লাচালৈ আহিলো সেইজনা গুৰুকেই যদি অন্তৰ্দ্ধান হ'ল তেনেহলে আমি কাক ৰক্ষা কৰিম । এয়ে আছিল প্ৰতিজন খাম্পাৰ খণ্ডাল প্ৰশ্ন । অভিমান আৰু খঙৰ প্ৰকোপত দুই, চাৰিজনে আকাশলৈ টোৱাই ৰাইফলো জাই কৰিলে ।

সেইসময়ত দালাই লামাই নিৰাপত্তাৰ প্ৰয়োজনত ছিকিম সীমান্তৰ ইয়াটুং মঠত গৈ শিবিৰ পাতি আছিল । লাচা ত্যাগ কৰি যাবৰ সময়ত দেশৰ শাসনভাৰ অস্থায়ীভাৱে অৰ্পণ কৰি গৈছিল যুটীয়া প্ৰধান মন্ত্ৰী দুজনৰ

হাতত । এই দুজনৰ এজন আছিল ধৰ্মীয় মঠৰ প্ৰতিনিধি লাচাং টাচি আৰু আনজন আছিল লুখাঙোৱা । লুখাঙোৱা আছিল আভিজাত্য শ্ৰেণীৰ প্ৰতিনিধি । অতীতৰে পৰা প্ৰচলিত নিয়ম অনুসৰি প্ৰধান মন্ত্ৰীৰ পৰা আৰম্ভ কৰি প্ৰশাসনৰ নিম্নতম পৰ্য্যায়লৈকে যুটীয়া দায়িত্বৰ প্ৰথা চলি আহিছে ।

উত্তেজিত নগৰবাসীক বুজনি দিবলৈ সেইদিনা দুয়োজন প্ৰধানমন্ত্ৰী আহি থিয় দিলে খট্‌খটীৰ মুখত । ধীৰ-স্থিৰ লুখাঙোৱাই উত্তেজিত জনতালৈ চাই ভাষণ আৰম্ভ কৰিলে ।

'মৰমৰ দেশবাসীসকল, আপোনালোকে যি কথা জানিবলৈ উদগ্ৰীৱ হৈ পৰিছে তাকে জনাবলৈ আমি দুয়ো আহিছোঁ । গ্যাম্পো ৰিম্পোচেৰ নিৰাপত্তাৰ বাবে আপোনালোক যিমান উদ্বিগ্ন হৈ আছে আমিও সিমান উদ্বিগ্ন হৈ আছোঁ । গুৰুজনাৰ নিৰাপত্তাৰ প্ৰয়োজনত আমি এতিয়াই সকলো কথা ক'ব নোৱাৰোঁ । কিন্তু ইমানখিনি প্ৰতিশ্ৰুতি দিব পাৰোঁ যে তেখেত কুশলে আছে আৰু য'ত আছে সেই ঠাই অতি নিৰাপদ । দিনে-ৰাতিয়ে তেখেতৰ লগত যোগাযোগ ৰাখি আছোঁ । আপোনালোকে নিশ্চিন্ত মনে নিজ নিজ ঘৰলৈ উভতি যাব পাৰে ।

"আমি সেইবোৰ নাজানো । আমি থাকোতে গুৰুজনাই কিয় লাচানগৰী এৰি যাব লগা হ'ল সেই উত্তৰ আমাক লাগে ।"

পুনৰ কেইবা জাইও ৰাইফল ফুটুৱালে অস্থিৰ খাম্পা যুৱকে ।

'পাৰ্‌লা'ৰ এই সংকটপূৰ্ণ দিনত আপোনালোকক উত্তেজিত নহবলৈ মই গুৰুজনাৰ হৈ অনুৰোধ কৰিছোঁ । আপোনালোক সাহসী যোদ্ধা । অধৈৰ্য হ'লে এই সাহসো অকামিলা হৈ পৰিব পাৰে । গতিকে মই পুনৰ অনুৰোধ কৰিছো আপোনালোক নিজৰ নিজৰ ঘৰলৈ উভতি যাওক । দেশৰ এই কঠিন পৰিস্থিতিত আমাক সহায় কৰক ।"

লুখাঙোৱাৰ অনুৰোধ অথলে নগ'ল । উত্তেজিত জনতাৰ হাই-উৰুমি কমি যোৱা দেখি অভিজ্ঞ লুখাঙোৱাই গণ মানসিকতাক নিজৰ সপক্ষে টানি আনিব বিচাৰিলে ।

"এই পবিত্ৰ পোতালাৰ খট্‌খটীত থিয় দি মই আপোনালোকক প্ৰতিশ্ৰুতি দিব বিচাৰিছো যে দেশৰ স্বাধীনতাক আমি বিনা প্ৰতিৰোধে হানৰ হাতত কেতিয়াও তুলি নিদিওঁ ।"

লুখাঙোৱাৰ এই উদ্দীপ্ত প্ৰতিশ্ৰুতিত জনসাধাৰণে হৈ হৈ কৰি উঠিল । জনসাধাৰণৰ গিৰ্জনি শাম কটাৰ লগে লগে বৃদ্ধ লুঙাখোৱাই গাত পিন্ধি থকা ভাঠ ৰেছমী কাপোৰৰ মূল্যৱান চুৰাটোৰ বুকুৰ ভাঁজৰ পৰা

জপৰ মালাডাল উলিয়াই আনিলে । 'ওম-মণি-পদ্মে-হুম' বুলি এশ আঠটা মূল্যৱান মণিৰে গঁঠা জপমালাডাল কপালত লগালে । মালাডাল সৌহাতে লাও ধৰি সমবেত জনতালৈ চাই চিঞৰি উঠিল –

"এই জপমালা হাতত হৈ তিব্বতবাসীক মই বচন দিছোঁ গ্যাল্লো ৰিম্পোচেৰ পবিত্ৰ শৰীৰ কোনোবা বিধৰ্মীয়ে স্পৰ্শ কৰাৰ আগতে এই বৃদ্ধ লুখাঙোৱাৰ মৃতদেহ পাৰঁহে যাব লাগিব ।

নিমিষৰ বাবে শান্ত হৈ পৰা জনতাই প্ৰধানমন্ত্ৰী লুখাঙোৱাৰ এই প্ৰতিশ্ৰুতিত পুনৰ অশান্ত হৈ পৰিল । আমিও আমিও বুলি শ শ জন আগ বাঢ়ি আহিল খট্‌খটীৰ কাষলৈ । খটখটীত মূৰ খুন্দিয়াই লুঙাখোৱাৰ সৈতে সহমৰণৰ প্ৰতিশ্ৰুতি সিহঁতেও দি পেলালে ।

উত্তেজিত জনতাৰ সমুখত নিশ্চলভাৱে থিয় দি থকা লুখাঙোৱাই আকৌ দোহাৰিলে –

"আমি সৰু দেশৰ অধিবাসী হ'ব পাৰোঁ, জনসংখ্যাত আমি এক ক্ষুদ্ৰ জাতি হ'লেও কোনো যুগতে কাৰো অধীন হোৱা নাছিলো আৰু আজিও নহওঁ । এই দেশ আমাৰ, এই নদী, এই পৰ্বত সকলো আমাৰ । চিৰকাল আমাৰ হৈয়ে থাকিব । পো - ৰাংঝেন্ ।"

এজন লুখাঙোৱাৰ এই ক্ষীণ ধ্বনিৰ প্ৰত্যুত্তৰত হাজাৰ হাজাৰ মানুহেও চিঞৰি উঠিল পো - ৰাংঝেন বুলি । সেই গৰ্জনৰ লগতে গৰ্জি উঠিল শ শ ৰাইফল । স্বাধীন তিব্বতৰ ধ্বনীয়ে বিশৃংখল জনতাৰ মাজত আনি দিলে শৃংখলতা । বিভেদৰ মাজতো জগাই তুলিলে জাতীয় একতাৰ মহান স্পৃহা ।

লুখাঙোৱা আৰু লাচাং টাচিয়ে খটখটী বগাই ওপৰলৈ উঠি যোৱাৰ পিছতো জনতাৰ একাংশ থাকি গ'ল খট্‌খটীৰ মুখতে । বৈ যোৱা মানুহখিনিৰ অধিকাংশই আছিল খাম্পা উপজাতিৰ । ভগনীয়া হৈ লাচা নগৰীৰ আশে পাশে সৰু সৰু তম্বু তৰি বসবাস কৰিবলৈ লৈছিল । পূব তিব্বতৰ পৰা নিৰ্যাতিত হৈ গুচি অহা এই লোক সকলৰ ভৰণ পোষণৰ দায়িত্ব লাচা প্ৰশাসনেই গ্ৰহণ কৰিছিল যদিও সেই ব্যৱস্থা সাময়িক আছিল । অৱশ্যে এই দায়িত্বৰ কিছু অংশ দিয়া হৈছিল লাচা নগৰীৰ ওচৰে পাজৰে থকা গাডেন চেৰা আৰু দ্ৰেপুং মঠকো । এই মঠ প্ৰধান তিনিটাক তিব্বত প্ৰশাসনৰ তিনিটা উধান বুলি বিবেচনা কৰা হয় ।

সভাস্থলীত বৈ যোৱা খাম্পাসকলে নিজৰ মাজতে আলোচনা কৰি সংঘবদ্ধ হৈ পৰিল । পৰিচালনা কমিটীখন গঠন কৰি নেতাও মনোনীত কৰিলে ।

বিশৃংখল বিদ্ৰোহে লাহে লাহে সংঘবদ্ধ বিপ্লৱৰ আকাৰ ল'বলৈ আৰম্ভ কৰিলে। এই সংঘবদ্ধ মানসিকতাই বিদ্ৰোহী খাম্পা সকলৰ মনলৈ আনি দিলে এক নতুন উদ্যম, এক নতুন বিপ্লৱী অনুপ্ৰেৰণা। তিব্বতবাসীৰ সশস্ত্ৰ সংগ্ৰামে এক সুস্থিৰ গতিপথ ল'বলৈ আৰম্ভ কৰাত এই দুৰ্দ্ধৰ্ষ খাম্পাসকলেই অগ্ৰগামী সৈনিক হৈ উঠিল।

"আমি ইয়াত আৰু কিমান দিন থাকিব লাগিব পা-লা ?"

"এতিয়া ক'ব নোৱাৰোঁ। হয়তো বহুত দিন থাকিব লগাও হ'ব পাৰে পেমাদো।"

পেমা এতিয়া বাৰ বছৰীয়া পাট গাভৰু হ'ল। বহুত কথা বুজাও হৈছে। লাচা নগৰী আহি পোৱা সিহঁতৰ তিনিমাহ হ'ল। পূব তিব্বতত হান আক্ৰমণৰ তিব্ৰতা বৃদ্ধি পোৱাৰ ফলত বিভিন্ন গোটৰ মুক্তি যুঁজাৰুসকলে ক্ৰমানুয়ে তিব্বত দেশৰ অভ্যন্তৰলৈ হুঁহকি আহিবলৈ বাধ্য হ'ল। মাতৃভূমিৰ ৰক্ষাৰ্থে চূড়ান্ত যুদ্ধখন ৰাংপো নৈৰ দুয়োপাৰে বিয়পি থকা বিশাল ইয়াৰ্লুং উপত্যকাতে যুঁজিবলৈ সকলোৱে সংকল্প ল'লে। ইয়াৰ্লুং উপত্যকাৰ পৰা লাচা নগৰীৰ দূৰত্ব বৰ বেছি নহয়। ঘোঁৰাৰে গ'লে দুদিনতে পাব পাৰি।

লাচানগৰী তেতিয়া পূব তিব্বতৰ পৰা গুচি অহা খাম্পা উদ্বাস্তুৰে উপচি পৰিছিল। হাজাৰ খাম্পা উপজাতিৰ মানুহে নিজৰ পৰিচয় লৈ পোতালাৰ উত্তৰ-পূবে থকা পথাৰতে আহি অস্থায়ী তম্বু তৰি লৈছিল। লাচা প্ৰশাসনে এই পথাৰখন তীৰ্থযাত্ৰীসকলৰ বাবেই আছুতীয়াকৈ সংৰক্ষণ কৰি ৰাখিছিল। বিশেষকৈ উত্তৰ তিব্বতৰ পৰা লাচা নগৰ চাবলৈ অহা অঘৰী উপজাতিৰ লোকসকলেই এই পথাৰখনত তম্বু তৰি থাকে। এই অঘৰীসকলৰ চালচলন আৰু খোৱা পিন্ধাৰ ধৰন কৰন বিলাক লাচাবাসীতকৈ তেনেই পৃথক।

হাজাৰ হাজাৰ উদ্বাস্তুসকলৰ লগতে চোনাম নৰবুৱেও তম্বুতৰি লৈছিল এই পথাৰখনতে। অঘৰী তীৰ্থযাত্ৰীৰ বাবে এই পথাৰখন যথেষ্ট প্ৰাহস বহল আছিল যদিও ভগনীয়া খাম্পা সকলৰ বাবে যথেষ্ট নাছিল। ভগনীয়াসকলে থেপা-থেপিকৈ তম্বুবিলাক তৰি লোৱা কাৰণে বহুতো আহুকালৰ সৃষ্টি হৈ উঠিছিল। হাই-উৰুমিৰ বিশৃংখলতাই ভৰি পৰিছিল পথাৰখন। বেমাৰ আজাৰেও দেখা দিছিল।

তিব্বত নগৰীৰ প্ৰসিদ্ধ 'বাৰখোৰ' বজাৰখন উদ্বাস্তু শিবিৰটোৰ পৰা এমাইলমান আঁতৰত অৱস্থিত। এই বাৰখোৰ বজাৰখন তিব্বত দেশৰ ভিতৰতে সৰ্ববৃহৎ 'দৈনিক বজাৰ'। আধুনিক নহলেও এখন সুশৃঙ্খল বজাৰ

বুলি ক'ব পাৰি । তিব্বতবাসীৰ প্ৰয়োজনীয় সকলো বস্তু কিনা-বেচা চলে এইখন বজাৰত । তিব্বতত উৎপন্ন সামগ্ৰীসমূহৰ বাদেও চীন, ভাৰত, নেপাল, ভূটান আদি ওচৰ-চুবুৰীয়া দেশৰ সামগ্ৰীও পোৱা যায় এই বাৰ্‌খোৰ্ বজাৰতে । শ শ মানুহে কিনা-বেচা কৰে প্ৰতিদিনে । 'চাং'খাই মতলীয়া হৈ গান গাই ঘূৰি ফুৰা মানুহবো অভাৱ নহয় এইখন বজাৰত । বজাৰখনৰ তিব্বতীয় স্থাপত্যকলাৰে সুশোভিত ঘৰবিলাকৰ বিসদৃশ ৰূপটো হৈছে স্তূপীকৃত জাবৰ আৰু গৰাকীবিহীন কুকুৰৰ জাক বিলাক । চুকে-কোনে বহি ভিক্ষা খোজা মানুহৰ সংখ্যাও চকুত লগা । এই ভিক্ষাৰীসকল অভাৱত পৰা লোক নহয় । দান লোৱা আৰু দান দিয়াটো তিব্বতবাসীৰ এক সামাজিক পৰম্পৰা হৈ আহিছে অতীত কালৰেপৰা ।

উদ্বাস্তুসকলৰ আগমনৰ ফলত লাচানগৰীৰ জনসংখ্যা আকস্মিকভাৱে বৃদ্ধি পালে যদিও বাৰ্‌খোৰ্ বজাৰত কিনা-বেচাৰ ওপৰত বিশেষৰ প্ৰভাৱ নপৰিল । ইয়াৰ কাৰণ হ'ল খাম্পা উপজাতিৰ লোক সকলে নগদ ধনেৰে কিনা-বেচা নকৰে বস্তু সলাই বস্তু লোৱাটোৱেই তেওঁলোকৰ সামাজিক নিয়ম ।

ঘৰবাৰী এৰি গুচি আহোতে এই লোকসকলে সোণ গুড়ি আৰু ৰূপৰ টুকুৰাখিনিহে লগত লৈ আহিছিল । লগত অনা আন সম্পদ বুলিবলৈ উঠি অহা ঘোঁৰাবিলাক আৰু গাত পিন্ধি অহা অলঙ্কাৰখিনিৰ বাদে বাকী সকলো এৰি থৈ আহিছিল নিজৰ ঘৰত । বাৰ্‌খোৰ্ বজাৰত নগদ ধনৰেই কিনা-বেচা হয় । কোনো কোনো দোকানীয়ে বস্তুৰ বিনিময়ত বস্তু দিয়ে যদিও মূল্য নিৰ্দ্ধাৰণত কোনো সুস্থিৰ নীতি অনুকৰন কৰা নহয় । প্ৰয়োজন আৰু সুযোগেই এই মূল্য নিৰ্দ্ধাৰণ কৰে । ভগনীয়াসকলৰ ক্ষেত্ৰতো বাৰ্‌খোৰ্ বজাৰটো সেইটোৱেই হ'ল । অভাৱ আৰু অসুবিধাত পৰা উদ্বাস্তুসকলে পানীৰ মূল্যত সোণ-ৰূপ আৰু গাত পিন্ধা আ-অলঙ্কাৰ সলাই প্ৰয়োজনীয় বস্তু ল'বলৈ বাধ্য হ'ল ।

আনহাতে আকস্মিক জনসংখ্যা বৃদ্ধিৰ ফলত বজাৰতো খাদ্যবস্তুৰ অনাটনে দেখা দিলে ।

প্ৰয়োজনীয় খাদ্যবস্তুৰ মূল্য উৰ্দ্ধমুখী হৈ উঠিল । এহাতে ৰাজনৈতিক সংকট আৰু আনহাতে খাদ্যৰ বৰ্দ্ধিত অনাটনে লাচাবাসীক চিন্তিত কৰি তোলাৰ লগতে দুৰন্ত খাম্পাসকলৰ আগমনে লাচানগৰীৰ পৰিস্থিতিকো উত্তপ্ত কৰি তুলিলে ।

"সদায় ইয়াত কেনেদৰে থাকিম পা-লা, কিমান যে অসুবিধা আৰু কষ্ট হৈছে ।"

"ইয়ান মানুহ যেনেদৰে আছে আমিও তেনেদৰে থাকিব লাগিব কষ্ট হ'লেও এতিয়া ইয়াতেই থাকিব লাগিব । হানবিলাক গুচি গ'লেহে ঘৰলৈ উভতি যাম ।"

নিজা নিজা ঘৰলৈ উভতি যোৱাৰ এই আশা সকলো ভগনীয়াই কৰিছিল । নৰবুৰেও কৰিলে ।

"হানবিলাকনো কেতিয়াকৈ উভতি যাব পা - লা ?"

"গ্যাম্লো বিম্পোচে এতিয়া লাচালৈ উভতি আহিছেহে । হানসৈনিক বিলাকো আহিছে । এতিয়া কথা-বতৰা পাতিব । তাৰ পিচত কিবা এটা মীমাংসা হ'লে হানবিলাকো নিজৰ দেশলৈ উভতি যাব আৰু আমিও উভতি যাম চুৰ্খাঙলৈ । বুজিলানে এতিয়া ?"

"অ', বুজিলোঁ ।"

এনেতে তম্বুটোৰ বাহিৰৰপৰা কোনোবা ল'ৰা-ছোৱালীয়ে পেমা পেমা বুলি মাতিলে ।

"লগৰ ছোৱালীবিলাক বজাৰ চাবলৈ যাব-মইও যাওঁনে পা - লা ।"

পেমাৰ ইচ্ছাত নৰবুৱে বাধা দিবলৈ টান পালে । তাই মুকলি পৰিৱেশত ডাঙৰ হোৱা ছোৱালী । ভগনীয়া শিবিটোৰ ঠেক গণ্ডীৰ ভিতৰত আবদ্ধ হৈ থকাটো তাইৰ বাবে অস্বস্তি আছিল বুলি নৰবুৱে অনুভৱ কৰিলে।

"যোৱা বাৰু । বজাৰলৈকে যাবা - আনপিনে নাযাবা কিন্তু । লাচা বৰ ডাঙৰ ঠাই ক'ৰবাত হেৰাই যাবা চাবা ।"

পেমাক যাবলৈ অনুমতি দিলে যদিও কিবা এটা আশংকা থাকি গ'ল নৰবুৰ মনত । পেমাৰ মাক নিংমাই তেতিয়া বাহিৰত ধোঁৱা ফুৱাই ফুৱাই দিনৰ খাদ্য প্ৰস্তুত কৰি আছিল ।

"আমা, পইচা দিয়া ।" পেমাই হাঁহি হাঁহি মাকৰ ওচৰত গৈ হাত পাতিলে । মাকে উত্তৰ দিয়াৰ আগতে নৰবুৱে চুবাটোৰ ভাঁজৰপৰা টকাৰ টোপোলাটো উলিয়াই আনি কেইটামান 'গৰ্মো' উলিয়াই পেমাৰ হাতত দিলে ।

"কি কিনিবা পেমাদো ?"

পেমাৰো এই অভ্যাসটো পুৰণি, নৰবুৱে জানে । বালাংচা বা কুম্বুমলৈ যেতিয়াই নৰবু গৈছিল প্ৰতিবাৰেই পেমাকো যোঁৱাত তুলি নিছিল । দোকান দেখিলেই তাই কিবা নহয় কিবা কিনিব খুজিছিল ।

"চুবা গাম্লো কিনিম"- বুলি কৈ পেমাই হাঁহি দিলে । তাইৰ গালৰ

সেন্দুৰীয়া চকু দুটা আৰু অধিক ৰঙা পৰি উঠে। হাঁহিলে, ৰ'দৰ তাপ লাগিলে বা জুইৰ কাষত বহিলেই তাইৰ গাল দুখন ৰঙা পৰি উঠে। এতিয়া তাইৰ বাঢ়ন্ত বয়সত লাজেও মাজে মাজে ভুমুকি মৰা হ'ল। পাট গাভৰুৰ লক্ষণবিলাক পেমাৰ দেহাটো লাহে লাহে ফুটি ওলাব ধৰিলে। খোজ-কাটল, কথা-বতৰাতো পৰিবৰ্তনে দেখা দিলে।

'চুৰাগাম্বো' বা শুকান 'চীজ' তাইৰ বৰ প্ৰিয়। চুৰ্খাঙত থাকোতে তাই এই শুকান চীজ চোবাই খেলি ফুৰিছিল সেই কথা নৰবুৰ মনত আছে। ঘৰ এৰি পাহাৰলৈ গুচি যাওঁতেও মাকে ডাঙৰ টোপোলা এটাত এই চুৰাগাম্বো বান্ধি লৈ গৈছিল। পেমা লগৰ ছোৱালীৰ লগত ব্ৰাৰখোৰ্ বজাৰৰ দিশলৈ ওলাই যোৱাৰ পিচতেই নিংমাই নৰবুক প্ৰশ্ন কৰিলে।

'যাওঁ বুলি কওঁতেই যাব দিলা কিয় ? তুমি জানাই লাচাৰ পৰিস্থিতি ভাল নহয়। চাৰিও পিনে উত্তেজনা। কেতিয়া কি হ'ব কোনেও নাজানে। হান সৈনিকেৰে লাচা ভৰি পৰিছে। মানুহৰ লগত কাজিয়াও হৈছে বুলি শুনিছোঁ।'

'ঠিক আছে বাৰু মৰো যাওঁ বজাৰলৈকে। তাইক লগত লৈ আনিম। কিবা আনিবলগীয়া আছে যদি কোৱা, একেবাৰে লৈয়ে আহিম তেনেহলে।'

কথাখিনি কৈয়ে নৰবুৱে ঘোঁৰাটোত জিন্ বান্ধিবলৈ সাজু হ'ল। সৰু তম্বুটোৰ চুকত থকা দামী জিন্‌খন উলিয়াই আনিলে। পূব তিব্বত পৰিত্যাগ কৰি আহোতে নৰবুৱে পাঁচটা ঘোঁৰা লগত লৈ আহিছিল। তাৰে এটা বাটত মৰিল। দুটাক সি খাদ্যবস্তুৰ সলনি বাৰ্খোৰ্ বজাৰত বেচিলে। বাকী আছে দুটা। দুটা ঘোঁৰাৰ সলনি সি যিখিনি খাদ্য সামগ্ৰী বাৰ্খোৰ বজাৰত পাইছিল সিমানখিনি খাদ্য কুম্বুমৰ বজাৰত এটা ভেৰা দিলেই পালেহেঁতেন বুলি চোনাম নৰবুৰ হাঁহিও উঠিল। তাৰ পুৰণি আভিজাত্যই দৰাদৰি কৰাত তাক বাধা দিয়াত সিমানখিনি বস্তুকে লৈ সি তম্বুটোলৈ উভতি আহিছিল।

"লিংখোৰ পৰিক্ৰমালৈ মোক কেতিয়া নিব বুলিনো ভাবিছা ? বহুতেই দুয়োটা পৰিক্ৰমা শেষ কৰি জখাং দেৱালয়ত পূজাও দিলে। মোৰ হে একো নহ'ল।"

নিংমাৰ অভিযোগ মিছা নাছিল। লাচালৈ আহিলে প্ৰতিজন তিব্বতীয় তীৰ্থযাত্ৰীয়ে তিনিটা কাম নকৰাকৈ কেতিয়াও উভতি নাযায়। তাৰে প্ৰথমটো হ'ল বাৰ্খোৰ পৰিক্ৰমা। লাচা নগৰীত থকা 'জখাং' দেৱালয়টো ভাৰতবৰ্ষৰ বৌদ্ধগয়াৰ বৌদ্ধ দেৱালয়ৰ সমানে প্ৰসিদ্ধ। সকলো তিব্বতীয়ই এই জখাং

দেবালয়ৰ চাৰিওপিনে এবাৰ প্ৰদক্ষিণ বা পৰিক্ৰমা কৰাটো অপৰিহাৰ্য। এই পৰিক্ৰমাৰ দূৰত্ব দুই কিঃ মিঃ। এইটোকে বাৰ্খোৰ পৰিক্ৰমা বুলি কোৱা হয়। এই পৰিক্ৰমা সম্পন্ন কৰাৰ পদ্ধতি পৃথক। কোনেও খোজ কাঢ়ি এই পৰিক্ৰমা সম্পন্ন নকৰে। মাটিত দীঘল দি পৰি, মেলি দিয়া হাত দুখনে যিমান দূৰলৈ চুব পাৰে তাতে এটা আঁচ পাৰি পুণৰ থিয় দিয়ে। সেই আঁচ দিয়া ঠাইৰ পৰা পুনৰ দীঘল দি শুই পৰি আকৌ প্ৰসাৰিত হাতেৰে আঁচ দিয়ে। এনেদৰে সম্পূৰ্ণ দুই কিঃ মিঃ দূৰত্বৰ বাৰ্খোৰ পৰিক্ৰমা সম্পন্ন কৰে।

দ্বিতীয় পৰিক্ৰমাটোৰ নাম 'লিংখোৰ' পৰিক্ৰমা। এই আঠ কিঃ মিঃ দৈৰ্ঘ্যৰ পৰিক্ৰমাই জখাং দেৱালয় আৰু পোতালা প্ৰাসাদ আগুৰি আছে। এই পৰিক্ৰমাও সম্পন্ন কৰিব লাগে সেই একেই পদ্ধতিৰে। এই দুটা পৰিক্ৰমা সম্পন্ন কৰিব পাৰিলে বহুত পুণ্য অৰ্জন কৰা হয় বুলি তিব্বতবাসীয়ে গভীৰভাৱে বিশ্বাস কৰে।

তাতোকৈ দীৰ্ঘতম পৰিক্ৰমাটো ব্যক্তিৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। এই দীৰ্ঘতম পৰিক্ৰমাৰ কোনো নিৰ্দিষ্ট দূৰত্ব নাই। লাচালৈ তীৰ্থ কৰিবলৈ আহিব খোজা কোনো কোনো মানুহে ঘৰৰ পৰাই এই পৰিক্ৰমা আৰম্ভ কৰে। ঘৰটো লাচা মহানগৰীৰ পৰা এদিনৰ বাটটো হ'ব পাৰে বা তিনিমাহৰ দূৰত্বতো হ'ব পাৰে। এদিনৰে হওক বা তিনিমাহৰে হওক এই দীৰ্ঘতম পৰিক্ৰমা কৰাৰ পদ্ধতিও একেই। একেদৰেই দেহৰ দৈৰ্ঘ্যতাৰে জুখি জুখি ওম- মণি- পদ্মে- হুম মন্ত্ৰ মাতি মাতি আহিব লাগে। সীমান্ত অঞ্চলৰ পৰা অহা কোনো তীৰ্থযাত্ৰীয়ে এনেদৰে পৰিক্ৰমা কৰি আহি থাকোতে বছৰৰ পিছত বছৰ বাগৰি যায় কোনো কোনো জনে পুণ্য চহৰ লাচা পোৱাৰ আগতেই মাজ পথতে চিৰ নিদ্ৰাত শুই পৰে।

বিচিত্ৰ এই তিব্বত দেশখন, বিচিত্ৰ এই দেশৰ ধৰ্মীয় বিশ্বাস আৰু মানুহৰ মনোবল। সুদীৰ্ঘ পথ দীঘল দি পৰি পৰি আহি থাকোতে আঁঠু আৰু কিলাকুটিৰ ছাল ক'লা পৰি ডাঠ হৈ যায় তথাপি জোকৰ নিচিনাকৈ আহি থাকে সুদীৰ্ঘ পথ। মাজ পথত নিশা হ'লে হাবিতে শোৱে নতুবা গাঁও পালে গাঁৱৰ মানুহেই আদৰি নিয়ে। তীৰ্থযাত্ৰীক সেৱা শুশ্ৰুষা কৰাৰ মাজতো গাঁৱৰ মানুহে পুণ্য আৰ্জিছে বুলিও ভাবে। আগদিনা চিন দিয়া ঠাইৰ পৰা পুণৰ আৰম্ভ হয় অসমাপ্ত পৰিক্ৰমা। মুখত অবিৰাম ওম- মনি- পদ্মে- হুম মন্ত্ৰৰ উচ্চাৰণ, বুকুত এবুকু হাবিয়াস। লাচা দেখা পাব, গ্যাল্মো ৰিম্পোচেৰ চৰণত 'খাটা' এখন থব পাৰিব এয়ে হাবিয়াস। কোনো কোনো মানুহৰ

বাবে এইয়া জীৱনজোৰা হাবিয়াস হৈ বয় মৃত্যুৰ আগমুহূৰ্তলৈকে ।

"তোমাৰ আপত্তি নাথাকিলে কাইলৈকে ওলোৱা তেনেহলে । এই পৰিক্ৰমা সম্পন্ন কৰিবলৈ গোটেই দিনটো লাগি যাব । সেইমতে সাজু হৈ ল'বা ।"

নৱবুৱে বাবখোৰ পৰিক্ৰমাৰ কথাকে ক'লে । পৰিক্ৰমাৰ দৈৰ্ঘ্য ২ কিঃ মিঃ হলেও তিৰোতা মানুহৰ কাৰণে দিনটো লাগি যায় । অৱশ্যে মাজপথত জিৰণি লৈ খোৱা-বোৱাও কৰিব পাৰে, তাত কোনো ধৰ্মীয় প্ৰতিবন্ধকতা নাই ।

"এদিনত নোৱাৰিলেও দুদিনত শেষ কৰিব পৰা নাযাবনে ?"

দুদিনত কিয় চাৰিদিনতো শেষ কৰিব পাৰিবা । অকল আগদিনা অতিক্ৰম কৰা দূৰত্বখিনিত ভালকৈ চিন এটাহে দি থব লাগিব । কিমান মানুহে প্ৰতিদিনে পৰিক্ৰমা কৰিছে তুমি নিজেই দেখিছা । সেই শ শ মানুহে দিয়া চিনবিলাকৰ মাজত তুমি দিয়া চিনটো যদি মিহলি হৈ যায় তেতিয়া তোমাৰ পৰিক্ৰমা শুদ্ধভাৱে সম্পন্ন হৈছে বুলি ক'ব নোৱাৰিবা । এহাত কম হ'লেই পৰিক্ৰমাটো অসম্পূৰ্ণ হৈ থাকি যাব ।"

"ঠিক আছে কাইলৈ নহয় পৰহিলৈ ওলাম । পাৰিলে একেদিনাই শেষ কৰিম । নোৱাৰিলে চিন এটা দি পৰিক্ৰমাৰ বাটৰ কাষতে ওৰেটো নিশা বহি থাকিম । নহ'বনে ?"

"হ'ব হ'ব । আঁঠু বিষালে দুদিন পিচতো গৈ শেষ কৰিব পাৰিবা । তোমাৰ গাত কিমান শক্তি আৰু মনত কিমান বল আছে সেই কথা তুমিহে জানিবা ।"

বাস্তুহাৰা জীৱনৰ ক্লেশ-কষ্টৰ মাজতো ধৰ্মক এৰিব নোৱাৰিলে চোনাম নৱবু আৰু ঘৈণীয়েক নিংমাই । ঘৰ এৰি অঘৰী হ'ল সঁচা কিন্তু ধৰ্মক এৰি অধৰ্মী হ'ব নোৱাৰিলে দুৰ্খাৰ খাম্পা, চোনাম নৱবুৱে ।

তম্বুটোৰ ঠেক অভ্যন্তৰত বহি দুয়ো কথা পাতি থাকোতেই বাহিৰত উঠা হাই-উৰুমিৰ কোৰ্হাল আহি নৱবুহঁতৰ কাণত পৰিল ।

"সেয়া কিহৰ কোলাহল ?"

কোলাহল শুনি নিংমাই খপ্‌জপ্‌কৈ উঠি বহিল ।

"চাইছোঁ ৰ'বা ।" নৱবু ওলাই আহিল তম্বুটোৰ বাহিৰলৈ । হাতত জীনখন তেতিয়াও ওলমি আছিল । দৌৰি আহি থকা উদ্ভ্ৰান্ত ল'ৰা এজনক ৰখাই নৱবুৱে কোলাহলৰ কাৰণ জানিব বিচাৰিলে । ফোপাই-জোপাই দৌৰি অহা চেমনীয়া ল'ৰাটোৱে ক্ষন্তেক থমকি ৰ'ল ।

"বজাৰত হানৰ লগত মানুহৰ কাজিয়া লাগিছে।"

"তাৰ বাবেই ইমান উধাতু খাই দৌৰিব লাগেনে ?"

"হান চিপাহীৰ গাত ল'ৰা কিছুমানে শিল গুটি দলিয়াইছিল কাৰণে হানে উধাই মুধাই বজাৰৰ মানুহক যেতেৰে কোবাইছে।"

এনেতে দুই চাৰিভাই বন্দুকৰ শব্দ ভাহি আহিল বাবুখোৰ বজাৰৰ দিশৰ পৰা। বন্দুকৰ শব্দ শুনি চেমনীয়াটোৱে আৰু এখন্তেকো নৰ'ল। নিজৰ তম্বুটোলৈ বুলি ভিৰাই লৰ মাৰিলে।

'মই এতিয়াই আহিছোঁ' বুলি নৰবুৱে হাতৰ জানখন মাটিতে পেলালে। ধোঁৱাটোৰ মুখত লেকাম লগোৱাই আছিল। ধোঁৱাটোৰ উদং পিঠিখনত একেজাপেই উঠি বহি নৰবুৱে ধোঁৱা চেকুৰাই দিলে।

"এতিয়া কি হ'ব - মই কি কৰো পেমাজনী বজাৰলৈকে গৈছে" বুলি নিংমাই আকুল বিকুল লগালে। পেমাৰ বয়সৰ ল'ৰা-ছোৱালীকেইটামানক আহি থকা দেখি নিংমা সিহঁতৰ ওচৰলৈ লৰ মাৰি গ'ল।

"তোমালোক বজাৰৰ পৰা আহি আছা নেকি ?"

"হয় হয় আমি তাৰেই পৰাই আহি আছো।"

"আমাৰ পেমাক দেখিছানে ?"

'কোন পেমা আমি চিনি নাপাওঁ দেই' বুলি কৈ সিহঁতেও নিজ নিজ তম্বুৰ দিশলৈ দৌৰি গুচি গ'ল। কিক কৰিব নকৰিব বুলি দোধোৰ মোধোৰ চিন্তাৰ মাজতেই নিংমায়ো বজাৰৰ দিশলৈ যাব খোজোতেই এটা ক'লা-বগা -পখৰা ধোঁৱাই ধূলি উৰুৱাই আহি থকা নিংমাৰ চকুত পৰিল। সেইটো নৰবুৰে ধোঁৱা বুলি নিংমাই চিনি পালে। আগফালে পেমাক বহুৱাই লৈ নৰবু আহি ওচৰ পোৱাত নিংমাই পেমাক নমাই ললে। পেমাই উচুপি উঠিল।

"আধাবাটতে তাইক দৌৰি আহি থকা দেখি তুলি লৈ আহিলোঁ।"

"কি হৈছিল কচোন।"

নিংমাই জানিব বিচাৰিলে যদিও পেমাই উত্তৰ দিব নোৱাৰিলে। তাই ফেকুৰি থাকিল।

"নাকান্দিবি, কি হোছল কচোন।"

মাকৰ পৰা সান্ত্বনা পায়ো পেমাই ফেকুৰি ফেকুৰি যি ক'লে তাৰ অৰ্থ হ'ল -

...... আমি গৈ বজাৰ পাইছিলোঁ....দোকান এখনত গৈ চুৰা গাৰে কিনি থাকোতে লগৰবিলাক আন দোকানত সোমাল।" পেমাইক্ৰী ফেকৰে।

"তাৰ পিচত ?"

"দোকানৰ বাহিৰলৈ আহি দেখিলো ডেকা ল'ৰা কিছুমানে বজাৰত ঘূৰি ফুৰা হান সৈনিক কেইজন মানলৈ শিলগুটি দলিয়াইছে।"

"হান উভতি যা" বুলিও চিঞৰিছে। সৈনিক কেইজনে সিহঁতলৈ খেদা মাৰি যাওতে আন পিনৰ পৰাও শিলগুটি দলিয়ালে কোনোবাই। এজন সৈনিকে মুৰত দুখ পোৱাত হাতেৰে মূৰটো ধৰি বাটৰ ওপৰতে বহি পৰিল। বাকী কিজনে কান্ধৰ বন্দুক নমাই ললে। চাৰিওপিনৰ পৰা আৰু শিলগুটিৰ দলি আহিব ধৰোতে মই দৌৰি আহিলোঁ। আহোঁতে আহোতে কেইবাবাৰো বন্দুকৰ শব্দ শুনিলোঁ। লগৰবিলাক কেনি গ'ল নাজানো।"



লাচা নগৰত এনে সৰু-সুৰা সংঘৰ্ষ আৰম্ভ হৈছিল দালাই লামা ইয়াটুঙৰ পৰা উভতি অহাৰ তিনিমাহ পিচৰে পৰা। গণ অসন্তুষ্টি দৰাচলতে আৰম্ভ হৈছিল জেনেৰেল চাং-চিন্-উ লাচাত আহি উপস্থিত হোৱাৰ লগে লগেই। জেনেৰেল গৰাকীৰ যাতে লাচা নগৰীৰ প্ৰৱেশদ্বাৰত সম্পূৰ্ণ ৰাষ্ট্ৰীয় মৰ্যদাৰে অভ্যৰ্থনা জনোৱা হয় তাৰ বাবে দালাই লামাই ইয়াংটুৰ পৰাই নিৰ্দেশ দি পঠাইছিল। সেই নিৰ্দেশমতে মন্ত্ৰী পৰিষদৰ দুজন সদস্যাই লাচা নগৰীৰ বাহিৰত ৰাজকীয় তম্বু তৰি অপেক্ষা কৰি আছিল। জেনেৰেল গৰাকীক সেই তম্বুতে যথাবিহিত ৰাষ্ট্ৰীয় মৰ্যদাৰে অভ্যৰ্থনাও জনোৱা হৈছিল। কিন্তু সেই ৰাষ্ট্ৰীয় অভ্যৰ্থনাতো সন্তুষ্ট হোৱা নাছিল জেনেৰেল চাং-চিন্-উ। এখন বন্ধু ৰাষ্ট্ৰৰ পৰা অহা প্ৰতিনিধিক দিব লগা মৰ্যদা হেনো তেখেতক দিয়া হোৱা নাছিল বুলি জেনেৰেল গৰাকীয়ে আপত্তি দৰ্শাই মন্ত্ৰীদুজনক দুৰ্ব্যৱহাৰ কৰিলে। এয়ে আছিল গণ অশান্তিৰ আৰম্ভণি।

জেনেৰেল চাং-চিন্-উ আহি লাচা নগৰীত উপস্থিত হোৱাৰ দুমাহ পিচতেই চীনা গণ মুক্তি ফৌজৰ তিনি হাজাৰ সৈনিক আহি লাচা নগৰী পাইছিল। মাও-জে-ডং আৰু মাৰ্চাল চু-টেৰ দুখন প্ৰকাণ্ড চিত্ৰ কঢ়িয়াই অনা এই শক্তিশালী বাহিনীটোক লাচাবাসীয়ে অভ্যৰ্থনা জনোৱাৰ পৰিবৰ্তে গভীৰ

ঘৃণা আৰু সন্দেহৰ দৃষ্টিৰেহে চালে। তাৰে কেইদিনমান পিচতে একেই সমানৰ আৰু এটা বাহিনী আহি লাচাত উপস্থিত হ'ল। এই বাহিনীৰ লগতে আহিল আৰু দুজন জেনেৰেল।

লাচাবাসীৰ সেই মৌন অসহযোগ আছিল হান বিৰোধিতাৰ প্ৰথম অভিব্যক্তি। জাতীয় স্বাধীনতাৰ ওপৰত অৱমাননাৰ সেয়াই প্ৰথম আঘাত বুলি জনসাধাৰণে অনুভৱ কৰিলে। এই আঘাতক কিন্তু তিব্বতবাসীয়ে নতশিৰে মানি লবলৈ প্ৰস্তুত হ'ব নোৱাৰিলে।

লাচা নগৰীত আহি উপস্থিত হোৱা সৈন্যবাহিনীটোক ৰাখিবৰ কাৰণে জেনেৰেল কিজনে একপক্ষীয়ভাৱে কিছুমান ঘৰ অধিগ্ৰহণ কৰিলে। কিছুমান ঘৰ নাম মাত্ৰ মূল্য বা ভাড়া দিয়াৰ নামতো দখল কৰি পেলালে। ইমানতো ক্ষান্ত নহৈ সৈন্যবাহিনীয়ে লাচা নৈৰ পাৰৰ আহল-বহল মুকলি ঠাইখিনিতো গৈ তম্বু তৰি ল'লে। এই মুকলি ঠাইখিনি লাচাবাসীৰ অতি প্ৰিয়। প্ৰতিবছৰে লাচা নগৰীৰ ধনী, দুখীয়া আৰু বিষয়া, প্ৰজা সকলোৱে আ হি শিবিৰ পাতি বনভোজ খায়। লাচা নৈত গা-ধোৱে। 'চাং'-ৰ ৰাগীত মতলীয়া হৈ জুমে জুমে গীত গাই নাচি নাচি ৰাতি পুৱাই দিয়ে। এনেদৰে কেইবাটাও দিন পাৰ কৰি দিয়ে সদানন্দ লাচাবাসীয়ে। গ্ৰীষ্মকালৰ আৰম্ভণিতে পালন কৰা এই সমূহীয়া বনভোজ লাচাবাসীৰ বাবে এক জনপ্ৰিয় কাৰ্যসূচী। কাৰ্যসূচী বুলি নকৈ এই বনভোজক এক জাতীয় উৎসৱ বুলিও ক'ব পাৰি। গণমুক্তি ফৌজে আহি এই প্ৰিয় ঠাইখিনিখো দখল কৰি পেলোৱাত লাচাবাসীৰ মন তিক্ততাৰে উপচি পৰিল।

তাৰ পিচত আহিল সৈন্যবাহিনীৰ বাবে প্ৰয়োজন হোৱা খাদ্য সামগ্ৰীৰ দাবী। প্ৰথমে দাবী কৰিলে দুহেজাৰ টন বাৰ্লিৰ। চৰকাৰী ভাণ্ডাৰত ইমান পৰিমাণৰ বাৰ্লি নথকাত ওচৰ-পাজৰৰ মঠৰ পৰা ধাৰ কৰি আনিবলৈ মন্ত্ৰীসভা বাধ্য হ'ল। কিবা এটা শান্তিপূৰ্ণ মীমাংসা হোৱাৰ আশাত সেই দাবীও পূৰণ কৰিলে। অকল বাৰ্লিয়েই নহয়, হানবাহিনীৰ প্ৰয়োজন পূৰাবলৈ জেনাৰেল কিজনে আন আন সামগ্ৰীও বিচাৰিলে।

লাচা এখন সৰু চহৰ। চহৰবাসীৰ সংখ্যাও আনুমানিক ডেৰ লাখ। পঞ্চাশ হাজাৰ অবাঞ্ছিত হানসৈনিকৰ প্ৰয়োজন পূৰাবৰ বাবে লাচাবাসীৰ হাতত কোনো অতিৰিক্ত উপায় নাছিল। ফল স্বৰূপে লাচাবাসীৰ মাজত খাদ্যবস্তুৰ নাটনিয়ে দেখা দিলে। বাৰখোৰ বজাৰত মূল্যবৃদ্ধিও দহ গুণ বৃদ্ধি পাই উঠিল। চহৰত খাদ্যাভাৱে দেখা দিয়াত জনসাধাৰণ বিমোৰত পৰিল। এমুঠি খাদ্য সামগ্ৰীও লগত লৈ নহা এই বিৰাট সৈন্যবাহিনীৰ

ক্রমবৰ্দ্ধমান চাহিদাই নগৰবাসীক হঠাতে দুৰ্ভিক্ষৰ সীমাৰেখালৈ ঠেলি লৈ গ'ল। জনসাধাৰণৰ মাজত তীব্র অসন্তুষ্টিয়ে মূৰ দাঙি উঠিল। ডাঙৰসকলে শান্তিপূৰ্ণ মীমাংসাৰ আশাত ধৈৰ্য ধৰি থাকিল যদিও চেমনীয়া বা ডেকাসকল লাহে লাহে নিয়ন্ত্রণৰ বাহীৰ হৈ যাব ধৰিলে। হান সৈনিক দেখিলেই সিহঁতে মন্দৰা কৰা আৰু শিলগুটি দলিওৱা হ'ল। উত্তেজিত ডেকাসকলৰ এনে আচৰণৰ বিৰুদ্ধে হান জেনেৰেল কেইজনে প্রতিবাদৰ টোকা পঠালে যদিও মন্ত্রীসভাই কোনো ব্যৱস্থা ল'বলৈ সক্ষম নহ'ল। সেই অভাৱনীয় পৰিস্থিতিৰ মাজতে জেনেৰেল কেইজনে পুনৰ দুহেজাৰ টন বাৰ্লিৰ দাবী জনালে। মন্ত্রীসভাই বিচাৰি খোচাৰি আনি সেইটো কোনোমতে পূৰণ কৰিলে।

তিব্বতবাসীৰ ৰাজনৈতিক ভৱিষ্যত সম্পৰ্কে প্রধানমন্ত্রী লুখাঙোৱা আৰু হান জেনেৰেলসকলৰ মাজত ইতিমধ্যে কেইবালানিও আলোচনা অনুষ্ঠিত হ'ল যদিও লুখাঙোৱাৰ বাবে কোনো গ্রহণযোগ্য সমাধান নোলাল। সেই আলোচনাবিলাকত হান জেনেৰেলসকলে দাঙি ধৰা যুক্তিৰ বিপৰীতে লুখাঙোৱাৰ বক্তব্য আছিল এনেধৰণৰ –

"তিব্বতীয়সকল সহজ সৰল মানুহ। তেওঁলোকে উৎপাদন কৰা খাদ্যশস্যই অকল তেওঁলোকৰ প্রয়োজনহে পূৰাব পাৰে। যি অলপ অচৰপ খাদ্য সামগ্রী ৰাহি হয় তাৰে সৈন্য বাহিনীক আৰু এমাহ বা দুমাহ মাত্র পুহিব পৰা যাব তাৰ অধিক নহয়।"

লুখাঙোৱাৰ পোন পটীয়া উত্তৰে জেনেৰেল কেইগৰাকীক আচৰিত কৰিলে। এটা পদানত দুৰ্বল জাতিৰ বৃদ্ধ মন্ত্রী এজনে ইমান সাহস ক'ৰ পৰা গোটাব পাৰিলে বুলি ভাবি জেনেৰেল কেইজনে নিজৰ মাজতে দৃষ্টি বিনিময় কৰিলে। কিন্তু লুখাঙোৱাৰ পৰৱৰ্তী মন্তব্যত তেওঁলোক বিৰক্ত হৈ উঠিল।

"যদি এই সৈন্যবাহিনী তিব্বত দেশৰ নিৰাপত্তাৰ বাবেই আহিছে তেনেহলে লাচাত শিবিৰ পাতি নাথাকি সীমান্তলৈকে যোৱাহে উচিত।"

লুখাঙোৱাৰ এই অবাঞ্ছিত মন্তব্যৰ উত্তৰ দিলে জেনেৰেল চাং-চিন-উ এ।

"আপোনালোকৰ চৰকাৰৰ প্রতিনিধিয়েই সোত্তৰদফীয়া চুক্তিত চহী কৰি আমাক তিব্বত অঞ্চলৰ দায়িত্ব ল'বলৈ মান্তি আনিছে। গতিকে আমাৰ থকা ঘৰ আৰু প্রয়োজনীয় খাদ্য সামগ্রী যোগান ধৰিবলৈ আপোনালোকৰ চৰকাৰ বাধ্য। আমি আহিছো তিব্বত অঞ্চলৰ উন্নতিত সহায় কৰিবলৈ আৰু সাম্রাজ্যবাদী শক্তিৰ পৰা এই অঞ্চলটোক মুক্ত

কৰিবলৈ। আমি আমাৰ দেশখন নিজেই চলাব পাৰো।
জনসাধাৰণে নিজৰ প্ৰশাসন নিজেই চলাব পাৰিব লাগিব আৰু নিজৰ সীমাৰ সুৰক্ষা দিয়াত সমৰ্থ হৈ উঠিব লাগিব। আপোনালোকৰ মানুহে নিজৰ ভূমিৰ ওপৰত থিয় দিব পৰা হ'লেই আপোনালোকে বিদায়ৰ লগত আমি ইয়াত থাকিম।

যুক্তি আৰু প্ৰতিযুক্তিৰে পৰিচালিত এই আলোচনা সভাবিলাকত মীমাংসাটো এবাৰো নহ'লেই বৰঞ্চ দুয়ো পক্ষৰ মাজৰ ব্যৱধান ক্ৰমানুয়ে বহল হৈ যাব ধৰিলে। পৰৱৰ্ত্তী আন এখন আলোচনা সভাত স্পষ্টবাদী লুখাঙোৱাই হান সকলৰ ৰাজনৈতিক বেদখলকো খোলাখুলিকৈ আক্ৰমণ কৰিবলৈ লৈছিলে।

"আমাৰ দেশৰ সীমা যদি অতীতৰ কোনো সময়ত আক্ৰান্ত হৈছিল তেন্তে সেই আক্ৰমণ আহিছিল চীনদেশৰ পৰাই। আপুনি নিৰ্ভৰ দি কৈছে যে তিব্বতৰ উন্নতিৰ হকেই আপোনালোক আহিছে। কিন্তু এতিয়ালৈকে কোনো উন্নতিৰ লক্ষণ আমি দেখা নাপালো। বৰঞ্চ ইয়াৰ বিপৰীতে আপোনালোকৰ উপস্থিতিয়ে আমাৰ সমস্যা সমূহ বঢ়াইহে তুলিছে। এনে পৰিস্থিতিত জনসাধাৰণ ক্ষুণ্ণ হৈ পৰাটো স্বাভাবিক কথা। উদাহৰণ স্বৰূপে কওঁ- লাচানগৰীৰ ভিতৰত পৰি থকা মৰা জন্তুৰ হাড়বিলাক পুৰি পেলাই আপোনালোকে আমাৰ ধৰ্মীয় পৰম্পৰাক অৱমাননা কৰিলে। ইয়াৰ ফল স্বৰূপে আমাৰ চৰকাৰখনে জনসাধাৰণৰ পৰা বিৰূপ মন্তব্য শুনিব লগা হৈছে।"

গণ অসন্তুষ্টিৰ ক্ৰমবৰ্ধমান কাৰণবিলাক আলোচনা কৰাৰ পৰিৱৰ্তে জেনেৰেল চাং-চিন্-উৱে গণ অসন্তুষ্টিক দমন কৰাৰ বাবেহে লুখাঙোৱাৰ ওপৰত হেঁচা প্ৰয়োগ কৰিলে।

আপোনালোকৰ মানুহে লাচাৰ পথে-ঘাটে আমাৰ সৈনিকক দেখিলেই অৱমাননাসূচক গীত গাব ধৰে। এনে আচৰণ তৎকালীনভাৱে বন্ধ হ'ব লাগে। আপোনালোকৰ চৰকাৰে সৈন্যবাহিনী আৰু জনসাধাৰণৰ মাজত বন্ধুত্বৰ ভাব জগাই তুলিবলৈ এক ঘোষণা প্ৰচাৰ কৰা উচিত।"

জেনেৰেল চাং-চিন্-উৱে কথাখিনি কৈয়ে সেই ঘোষণাৰ নকল এখন লুখাঙোৱাৰ হাতত তুলি দিলে। নকলখন পাঠ কৰি লুখাঙোৱাই বুজি পালে যে সেইটো এটা আদেশ, যি আদেশ প্ৰচাৰ কৰিলে জনসাধাৰণে পথে ঘাটে গীত গাই ফুৰাটো নিষিদ্ধ কৰাৰ সমান হৈ পৰিব। সেই খচৰা ঘোষণাটোক সমৰ্থন দিয়াৰ পৰিৱৰ্তে প্ৰধান মন্ত্ৰী লুখাঙোৱাই সংশোধিত ঘোষণা এটা

নিজেই প্ৰস্তুত কৰি দিলে । জেনেৰেল গৰাকীয়ে এই কথাত অপমানত বোধ কৰাত দুয়োপক্ষৰ মাজত মতানৈক্যৰ ব্যৱধান আৰু আৰু অধিক বহল হৈ পৰিল ।

এই মতানৈক্যৰ বাতৰিবিলাক লাচা নগৰবাসীৰ মাজত প্ৰচাৰ নোহোৱাকৈ নাথাকিল । চীনা সৈন্য বাহিনীৰ ক্ৰমবৰ্দ্ধমান চাহিদা আৰু প্ৰভুত্ববাদী আচৰণত লাচাবাসী আৰু অধিক ক্ষিপ্ত হৈ উঠিল জাত জনসাধাৰণে মুকলিভাবে সভা সমিতি পাতিবলৈ ধৰিলে । সেই মুকলি গণ সমাবেশবিলাকত বক্তাসকলে তীব্ৰ ভাবাবে হান বাহিনীৰ অবাঞ্চিত উপস্থিতিৰ আক্ৰমণ কৰাত, হানবিৰোধী মানসিকতা অধিক প্ৰবল হৈ উঠিল । "উ'ৰে" মন্ত্ৰী সভাক সকলো ধৰণৰ ৰাজহুৱা সভা নিষিদ্ধ কৰিবলৈ অনুৰোধ জনালে ।

তিব্বত সমস্যাৰ শান্তিপূৰ্ণ সমাধানৰ আশাত লাচা মন্ত্ৰীসভাই জেনেৰেল উৰ সেই অনুৰোধ ৰক্ষা কৰি সকলো ধৰণৰ ৰাজহুৱা সভাৰ ওপৰত প্ৰতিবন্ধকতা আৰোপ কৰিলে । মন্ত্ৰীসভাৰ ওপৰত এই আদেশৰ প্ৰতি লাচাবাসীয়ে সন্মান জনালে যদিও প্ৰতিবাদৰ বিকল্প পথ উলিয়াই ললে । মন্ত্ৰীসভাৰ সেই আদেশ বলবৎ হোৱাৰ লগে লগেই লাচা নগৰীৰ চাৰিও দিশত হান বিৰোধী শ শ প্ৰচাৰ পত্ৰ ওলোমাই দিলে স্বাধীনতা প্ৰিয় লাচাবাসীয়ে । খাদ্য সঙ্কটৰ পৰা উদ্ধাৰ পাবলৈ, হানবাহিনীক তিব্বত দেশ এৰি গুচি যোৱাৰ দাবী জনোৱা হ'ল সেই প্ৰচাৰ পত্ৰসমূহত । সংঘাত উৰ্দ্ধমুখী হৈ পৰিল ।



"ক'লৈ যাব ওলাইছা ?" উৎকণ্ঠাৰে প্ৰশ্ন কৰিলে নিংমাই । লাচানগৰীৰ উত্তপ্ত পৰিস্থিতিৰ মাজত চোনাম নৰবু ক'ৰবাত হেৰাই যাব বুলি নিংমা চিন্তিত হৈ পৰিছিল । টোপোলা এটা খুলি নৰবুৱে মূল্যবান চুবা এটা পিন্ধি লৈছিল । আঁঠুলৈকে ফুলবচা উলৰ 'চোম্বা' বুট জোতাযোৰ পিন্ধি লওতে নৰবুৱে উত্তৰ দিলে –

'সভালৈ যাওঁ । জখাং দেৱালয়ৰ মুখত মুকলি সভা বহিব – তালৈকে যাওঁ ।"

'মুকলি সভা হেনো পাতিব নোৱাৰে - গণ্ডগোল নহব নেকি ?"

নিংমাই ওচৰ চাপি আহি জোতাযোৰ পিন্ধাত নৱবুক সহায় কৰি দিলে । য়াক ছালৰ তলিয়ৰী দিয়া এনে ফুলবচা উলৰ বুট জোতা সকলো তিব্বতীয়ই পিন্ধে । অতিপাত শীতৰ পৰা ৰক্ষা পৰাৰ ইও এটা উপায় ।

"সভা পাতিব নিদিলেই সভা নহব বুলি ভাবিছানেকি ? সভা নিষেধ কৰাৰ আদেশ দিবলৈ মন্ত্রীসকলক হানে বাধ্য কৰিছে । হানৰ এই আদেশ কোনেও নামানে বুলি মই বাৰ্খোৰ বজাৰত শুনি আহিছোঁ ।"

কথাখিনি শেষ কৰি ৰূপৰ খাপেৰে সৈতে দীঘল দাখন নৱবুৱে চুবাটোৰ ভাঁজত সোমাই লওতে ৰূপৰ গুণাৰে বনকৰা ডাঠ নালডাল ওলাই থাকিল । তম্বুটোৰ এচুকত আওজাই থোৱা ৰাইফলটো কান্ধত ওলোমাই সৈ বুলেটৰ মোনাটো চুবাৰ ভাঁজত সুমুৱাই থলে ।

"সভালৈকে যাবা যেতিয়া সেইটো লগত নিনিলে নহয় নেকি ?'

ঘৈণীয়েকৰ প্ৰশ্নৰ কোনো উত্তৰ নিদিয়াকৈয়ে নৱবুৱে তম্বুটোৰ বাহিৰলৈ ওলাই গ'ল ।

"সভালৈ গৈ কাজিয়া-পেচালত যেন সোমাই নপৰা । হানৰ উৎপাত দিনে দিনে চৰি গৈছে - কেতিয়া ক'ত কাজিয়া লাগে একো ঠিক নোহোৱা হৈছে ।"

যাওতে যাওতে নিংমাৰ কথাকিটা নৱবুৰ কাণত নপৰাকৈ নাথাকিল । সেই সময়ত ভগনীয়া শিবিৰটোৰ বহুত মানুহ বাৰ্খোৰ বজাৰৰ পিনে যাব ধৰিছিল । সেই সমদলত নৱবুও গৈ মিহলি হৈ পৰিল । সমদল কৰি যোৱা খাম্পা উদ্বাস্তুসকলৰ মূৰত পিন্ধা টুপিৰ ওপৰেৰে ওলাই আছিল ৰাইফলৰ নলীবিলাক । অকাই পকাই যোৱা আলিবাটৰ ওপৰত সমদলকাৰীসকলক এডাল জীৱন্ত ড্ৰেগনৰ নিচিনা দেখা গৈছিল ।

"পা- লা কলৈ গ'ল আমা ?"

লগৰ সমনীয়াৰ সৈতে খেলি থকা পেমাই দৌৰি আহি মাকক সুধিলে ।

"জখাং দেৱালয়ত সভা বহিব, তালৈকে গৈছে ।"

"মইও সভা চাবলৈ যাব পাৰিলোহেঁতেন । পা- লাই মোক নিনিয়াকৈয়ে গল । "

"নালাগে যাব । ক'ত কেতিয়া হানৰ লগত কাজিয়া লাগে একো

ঠিক নোহোৱা হৈছে। তই খেলি থাকগৈ। দূৰলৈ নাযাবি।"

পুব তিব্বতৰ যুদ্ধখন এৰি আহি ল্হাচাত অলপ শান্তিৰে থাকিব পাৰিব বুলি নিংমাই ভাবিছিল। কিন্তু ল্হাচা নগৰীৰ বৰ্দ্ধিত উত্তেজনাই নিংমাক পুনৰ চিন্তিত কৰি তুলিব ধৰিলে। হানসকল যে নিজৰ দেশলৈ উভতি যাব সেই সম্ভাৱনাও নিংমাই দেখা নাপালে। কায়েৰি মঠৰ নিৰ্যাতন নৰবুৱে যে কেতিয়াবা পাহৰি যাব সেই সম্ভাৱনাকো নিংমাই দেখা নাপালে।

নিষেধাজ্ঞা উলঙ্ঘা কৰি পতা সেই সভাখন বহিছিল জখাং দেৱালয় সন্মুখ প্ৰাঙ্গনত। জখাং দেৱালযৰ প্ৰৱেশদ্বাৰৰ মুখতে আছে এখন প্ৰচীন শিলালিপি। এঘাৰশ শতাব্দীৰ এই শিলালিপি। এখন সন্ধিপত্ৰৰ প্ৰতিজ্ঞাসমূহ এই শিলালিপিত কাটি থোৱা আছে। এঘাৰশ শতাব্দীৰ তিব্বত ৰাজবংশৰ চল্লিশতম ৰজাজনেই তিব্বত দেশৰ শেষ ৰজা। এই ৰজাৰ পিচতে ৰাজবংশটোৰও অন্ত পৰিছিল। তাৰ পিচৰ পৰাই তিব্বত দেশৰ শাসন ভাৰ গুচি গৈছিল শাক্য ধৰ্মীয মঠৰ হাতলৈ। শাক্যমঠৰ এই ক্ষমতা মাত্ৰ এশ বছৰলৈহে আছিল। তাৰ পিচত মঙ্গোল সম্ৰাটে তিব্বত দেশৰ শাসনভাৰ তুলি দিছিল গেলুক্পা মঠৰ হাতত। সেই সময়ৰপৰাই গেলুক্পা মঠৰ অনুগামী দালাই লামাসকলেই নিৰৱচ্ছিন্নে চলাই আহিছে তিব্বত দেশৰ প্ৰশাসন।

এই চল্লিশতম সম্ৰাটজনৰ নাম আছিল ৰিৎচুক্ ডেট্চেন্। এই ৰজাৰ শাসন কালতেই চীন আৰু তিব্বত দেশৰ মাজত এখন যুদ্ধ হৈছিল। সেই যুদ্ধত তিব্বতীয় সৈন্য বাহিনীয়ে দক্ষিণ পশ্চিম চীনৰ এক বিৰাত অঞ্চল দখল কৰি লৈছিল। তাৰ পিচত 'হাচাং' উপাধিৰে জনাজাত তিব্বতীয় লাম্মা আৰু চীনা ভিক্ষুসকলৰ মধ্যস্থতাত দুযো পক্ষৰ মাজত শান্তি স্থাপন হৈছিল। তিব্বত - চীন সীমান্তৰ 'খং-খু-মেৰু'ত শিলৰ স্তম্ভ পুতি দুযো দেশৰ সীমা নিৰ্দ্ধাৰণ কৰা হৈছিল। সেই শিলাস্তম্ভৰ হুবহু নকল এটাকে চীন সম্ৰাটৰ ৰাজপ্ৰাসাদ আৰু জখাং দেৱালয়ৰ সন্মুখত পুতি থোৱা হৈছিল। সেই তিনিওটা শিলৰ স্তম্ভত দুযো দেশৰ ভাষা আৰু লিপিৰে এই প্ৰতিশ্ৰুতি খোদাই কৰি থোৱা হৈছিল যে –"তিব্বত নাইবা চীন দেশৰ সেনাবাহিনীয়ে এই নিৰ্দ্ধাৰিত সীমা কেতিয়াও পাৰ নকৰিব।"

"এই শ শ বছৰীয়া শিলৰ সাক্ষীও তেনেহলে মিছা নেকি ? এই শ শ বছৰত ৰজা বহুত সলনি হৈছে, মানুহ সলনি হৈছে আৰু পৃথিৱীখনো হযতো বহুত সলনি হৈ গৈছে – কিন্তু সলনি হোৱা নাই এই শিলালিপি।

ধুমুহা, শিলাবৃষ্টি, ভূমিকম্প বহুত পাৰ হৈ গৈছে এই দেশৰ ওপৰেৰে, তথাপি এই শিলালিপি শ শ বছৰ ধৰি ইয়াতেই আছে। আৰু হাজাৰ বছৰলৈকে এই শিলালিপিখন ইয়াতেই থাকিব। এজন "পাৰ - পা"জীয়াই থাকে মানে এই ইতিহাসৰ এটা আখৰো সালসলনি নহব - সালসলনি কৰিবলৈ দিয়া নহব।"

বক্তাজনৰ উদ্দীপ্ত ভাষণৰ প্ৰচণ্ড প্ৰভাৱে আন্দোলিত কৰি তুলিলে অশান্ত জনতাক। আত্মপ্ৰত্যয়ৰ প্ৰশান্তিত নিমজ্জিত গণ মানসিকতাক সেই শিলালিপিৰ ঐতিহাসিক আহ্বানে জোকাৰি পেলালে। সমৰ্থনৰ তুমুল ধ্বনি উঠিল জনতাৰ মাজত।

"আমাৰ 'পাৰ্‌পা' এখন সৰু দেশ হব পাৰে। আমি 'পাৰ্‌পা' সকল এটা ক্ষুদ্ৰ জাতি হলো বুলিয়েই কোনোবাই আমাক বুকুৰ ওপৰত থিয় দি হুকুম চলাব সেই কথা আমি মানি লব নোৱাৰোঁ।"

"মাৰেই - মাৰেই"

বক্তাজনৰ সেই ক্ষোভ ভৰা প্ৰশ্নৰো উত্তৰ লগে লগে। হয় হয় বুলি সমৰ্থন জনালে শ শ কণ্ঠই। দুই চাৰি জাঁই ৰাইফলো ফুটিল। জন সমৰ্থনে উৎসাহিত কৰি তোলা বক্তাজনে এইবাৰ খোলাখুলিকৈ হানৰ বিৰুদ্ধে অভিযোগ উত্থাপন কৰিলে।

'হানে আমাৰ সঞ্চিত খাদ্য বস্তু কাঢ়ি নি শেষ কৰিলে। বজাৰতো খাদ্য বস্তু পাবলৈ নাই। আমাৰ ল'ৰা-ছোৱালীবিলাকে ভোকত কান্দিছে আৰু হাজাৰ হাজাৰ হান সৈনিকে পেট ভৰাই খাইছে। আমাৰ ঘৰ-দুৱাৰ বলেৰে দখল কৰি লৈ সিহঁতে শুখত শুইছে আৰু আমাৰ মানুহে থিয় দিব লগা হৈছে গছৰ তলত। বনভোজ খোৱা ঠাইখিনিকো দখল কৰি লৈ এতিয়া আমাৰ পিনে ট্ৰোৱাই মেচিন গান্‌ো পাতি লৈছে। আমি বাটে পথে গান গাব নোৱাৰো - সভা-সমিতিও পাতিব নোৱাৰো। কথাই কথাই সিঁহতে আমাক বন্দুকৰ ভয় দেখুৱাব, এয়া কেনে ধৰণৰ কথা? যদি সিহঁতে বন্দুকেৰে কথা ক'ব বিচাৰিছে তেনেহলে আমাৰো বন্দুক আছে সেই কথা সিহঁতে জনা উচিত।"

'মাৰেই' 'মাৰেই' বুলি পুনৰ চিঞৰি উঠিল শ শ শ্ৰোতাই। ৰাইফলো ফুটিল আগতকৈ বেছি। এনেতে সভাস্থলিৰ মাজৰ পৰা উঠি আহিল চোনাম নৰবু। পূৰ্বৰ বক্তাজনক আঁতৰাই জনতাৰ মুখামুখি হ'ল নৰবু।

"এই হানসকলে পূব দিশৰ আম্‌দো আৰু খাম অঞ্চলত যি কুৰি আহিছে সেইবিলাক লাচা নগৰৰ মানুহে দেখা নাই। দেখিছোঁ আমি।

ভুগিছো আমিয়েই । এতিয়া ঘৰ-বাৰী এৰি ভগনীয়া হৈ লাচাত আহি তম্বু তৰি শুইছোঁ । ইয়াতো এদিন হালে একে কামকেই কৰিব । সাপক বিশ্বাস কৰিব পাৰিলেও হানক নোৱাৰি । ইহঁতৰ লগত মুখেৰে কথা পাতি একো লাভ নহব । ইহঁতে বন্দুকৰ ভাষাহে বুজি পায় । বন্দুকৰ উত্তৰ আমিও বন্দুকেৰেই দিব লাগিব ।”

এনেতে এজন বয়সস্থ আৰু সম্ভ্ৰান্ত যেন লগা ব্যক্তি আহি নৰবুৰ কাষত থিয় দিলে । ব্যক্তিজনৰ হাতত এখন হালধীয়া ৰঙৰ কাগজ দেখিলে সকলোৱে । হালধীয়া কাগজ দেখি সকলোৱে নিতাল মাৰিলে । গ্যাল্পো ৰিম্পোচেৰ বাণী শুনিবলৈ সকলোৱে আগ্ৰহেৰে অপেক্ষা কৰিলে ।

“সংঘৰ্ষৰ মনোভাৱ এৰিবলৈ মই দেশবাসীৰ প্ৰতি আবেদন জনাইছোঁ । শান্তিপূৰ্ণ আলোচনাৰে কিবা এটা মীমাংসা কৰাটোৱেই মোৰ ইচ্ছা ।”

সম্ভ্ৰান্ত ব্যক্তিজনে কঢ়িয়াই অনা দালাই লামাৰ বাণী পাঠ কৰি দিয়াৰ লগে লগে সভাৰ পৰিবেশ কাহ পৰি জিন যোৱা নিচিনাকৈ নিমাত নিতাল মাৰিলে । পোতালা প্ৰাসাদ সভাস্থলিৰ পৰা স্পষ্ট ভাৱে দেখি । স্বতঃস্ফুৰ্ত ভাবে শ শ মানুহে পোতালাটোৰ সৰ্বোচ্চ মহলাৰ পিনে চাব ধৰিলে । কিন্তু যি জনক দেখা পোৱাৰ আশাৰে চালে সেইজনা ব্যক্তি সিদিনা তাত নাছিল । প্ৰধান মন্ত্ৰী লুখাঙোৱাই চলাই যোৱা শান্তি আলোচনাৰ গতিধাৰাক জানিবলৈ পোতালা এৰি 'নৰবুলিংকা' প্ৰাসাদত গৈ শিবিৰ পাতি আছিল । লাচা নৈৰ পাৰত থকা নৰবুলিংকা প্ৰাসাদ হ'ল দালাই লামাৰ গ্ৰীষ্ম কালিৰ আবাস গৃহ । পোতালাৰ পৰা নৰবুলিংকা প্ৰাসাদৰ দূৰত্ব মাত্ৰ দুই কিঃ মিটাৰ ।

সিদিনা যদি দালাই লামা পোতালাত থাকিলহেঁতেন তেনেহলে জখাং দেৱালয়ৰ এই বিশাল গণসমাবেশলৈ চাই সংঘৰ্ষ অনিবাৰ্য্য বুলি তেখেতেও বুজি পালেহেঁতেন । সংঘৰ্ষ মানেই ৰক্তপাত । তিব্বতবাসীৰ সেই ৰক্তপাত ৰোধ কৰিবলৈকে জেনেৰেল চাং-চিন্-উ ৰ অবাঞ্চিত দাবী সমূহকো দালাই লামাই এটা এটা কৈ মানি লবলৈ সাজু হৈছিল ।

“এতিয়া আপোনালোকে সভা ত্যাগ কৰি নিজা নিজা ঘৰলৈ উভতি যাওক ।”

সম্ভ্ৰান্ত ব্যক্তিজনৰ নিৰ্দেশ পাইও জনসাধাৰণে সভাস্থলি ত্যাগ কৰি নগ'ল । সভামঞ্চতে থিয় দি থকা প্ৰধান বক্তাজনে পুনৰ ক'বলৈ আৰম্ভ কৰিলে ।

"সংঘৰ্ষ আমিও বিচৰা নাই । গুৰুজনাৰ প্ৰতিটো নিৰ্দেশ আমাৰ বাবে আশীৰ্বাদ স্বৰূপ । শান্তিপূৰ্ণ মীমাংসাত যদি হানসকলে সঁচাকৈয়ে আগ্ৰহী হয় তেনেহলে লাচাবাসীৰ এই কেইটা দাবী হান সেনাপতিয়ে মানি লব লাগিব -"

"লাচা নগৰত খাদ্য পৰিস্থিতিৰ চূড়ান্ত অৱনতি ঘটিছে । চল্লিছ হাজাৰ হান সৈনিকক সদাই খাদ্য বস্তু যোগান ধৰি থকাতো লাচাবাসীৰ কৰাণে সম্ভৱ নহয় । গতিকে তেওঁলোকে খাদ্য সামগ্ৰী নিজ দেশৰ পৰা আনি লব লাগিব ।"

"লাচাবাসীৰ আবাস গৃহ অধিগ্ৰহণ কৰা কাৰ্য বন্ধ কৰিব লাগিব ।"

"বছৰেকীয়া বনভোজ খোৱা ঠাইৰ পৰা সৈনিক শিবিৰ তুলি নিব লাগে ।"

"নাচ-গান আৰু সভা-সমিতিৰ ওপৰত নিশেধাজ্ঞা বলবৎ কৰা নচলিব ।"

"প্ৰয়োজনীয় বিষয়া কেইজনমান আৰু তেওঁলোকৰ গা-ৰখীয়া সৈনিক অলপ লাচা নগৰীত ৰাখি বাকী সৈন্যবাহিনীৰ লোকক সীমান্তলৈ আঁতৰাই নিব লাগে ।"

"আজিৰ সভাই প্ৰস্তুত কৰা এই দাবীসমূহক হান জেনেৰেলসকলে গুৰুত্ব সহকাৰে বিচাৰ কৰিব বুলি লাচাবাসীয়ে আগ্ৰহেৰে অপেক্ষা কৰি থাকিব । লাচাৰ ক্ৰমবৰ্দ্ধমান সমস্যা আৰু জনসাধাৰণে সম্মুখীন হোৱা দুখ দুৰ্গতিসমূহৰ অন্ত পেলাবলৈ হান জেনেৰেলসকল যদি অমান্তি হয় তেনেহলে শান্তিপূৰ্ণ সমাধানত তেওঁলোক ইচ্ছুক নহয় বুলি আমি ভাবি লবলৈ বাধ্য হম ।

'ভা - ঝু - দি গাঁও', 'ভা - ঝু - দি - গাঁও ।

আমি এয়ে বিচাৰো বুলি সভাৰ মানুহে চিঞৰি উঠাত ম্ৰিয়মান হৈ পৰা সম্ভ্ৰান্ত ব্যক্তিজনে লাহে লাহে মঞ্চৰ পৰা গুচি গ'ল । এনেতে চাৰিখন সামৰিক যান আহি সভাৰ অদূৰত বৈ পৰিল । হান বিষয়া কেইজনমানে ট্ৰাক কিখনৰ পৰা নামি গণসমাবেশৰ পিনে কোভেৰে চাবলৈ ধৰিলে । বাকী সৈনিকসকলে যান কিখনতে বহি আদেশৰ বাবে অপেক্ষা কৰিলে । সিহঁতক দেখিয়েই কিছুমান ল'ৰাই চাপৰি বজাই বজাই অৱমাননাসূচক গীত গাবলৈ ধৰিলে । কমিউনিষ্ট হান সেনাপতি চাং-চিন্-উৱে পিন্ধা সোণৰ ৰোলেক্স ঘড়ীটোক লৈ ৰচনা কৰা সমালোচনাৰ গীতটোৱেই আছিল লাচা নগৰীৰ সবাতোকৈ জনপ্ৰিয় গীত । কিছুমান মানুহে হাতৰ চাপৰ মাৰি

মাটিতে পুথাৱে। হাত চাপৰি মাৰি মাটিত থু পেলাই দিলে ভূত-প্ৰেত আদি আঁতৰি যায় বুলি তিব্বতবাসীৰ বিশ্বাস।

সভাস্থলীৰ শ শ মানুহৰ মূৰৰ ওপৰেৰে ওলাই থকা বাইফলৰ নলীবিলাক চকুত পৰাত বিষয়া কেইজনে নিজৰ মাজতে কিবা কথা পাতি যান কিখন লৈ উভতি গ'ল। যান কিখনে, সভাস্থলী ত্যাগ কৰি গুচি যাব ধৰা দেখি জনতাই 'পো-ৰাংঝেন' বুলি ধ্বনি দিবলৈ আৰম্ভ কৰিলে। কিছুমান যুৱকে বাটৰ শিল গুটি বুটলি যান কিখনলৈ দলিয়াব ধৰাত হান বিৰোধী গণ চেতনা আৰু অধিক উৰ্দ্ধমুখি হৈ পৰিল।



জখাং দেৱালয প্ৰাঙ্গনত অনুষ্ঠিত হোৱা গণ সমাবেশখনৰ অন্তৰালত সাম্ৰাজ্যবাদী সমৰ্থকৰ হাত আছে বুলি জেনেৰেল উৱে অভিযোগ উত্থাপন কৰিলে। আনকি প্ৰধানমন্ত্ৰী লুখাঙোৱাকেই সেইজন গুপ্ত সমৰ্থক বুলি দোষাৰোপ কৰাত দুযোপক্ষৰ মাজত অবিশ্বাস আৰু তিক্ততা বাঢ়ি উঠিল।

তাৰ পিচতেই অনুষ্ঠিত হোৱা এখন আনুষ্ঠানিক আলোচনা সভাত জেনেৰেল উৱে যেতিযা ঘোষণা কৰিলে যে তিব্বতীয সামৰিক বাহিনীটো গণ মুক্তি ফৌজৰ লগত চামিল কৰি পেলোৱা হ'ব, তেতিয়া লুখাঙোৱাৰ বিৰোধীতাই উচ্চতম পৰ্য্যায় পালেগৈ।

"সোতৰ দফীয়া চুক্তিত এই প্ৰতিশ্ৰুতি অন্তৰ্ভুক্ত কৰা হৈছে যে তিব্বতীয শাসন ব্যৱস্থাত কোনো সালসলনি ঘটোৱা নহ'ব। কিন্তু এই প্ৰতিশ্ৰুতি ভঙ্গ কৰি আপোনালোকে বহুতো দফা ইতিমধ্যে উলঙ্ঘা কৰি চুক্তিখন অৰ্থহীন কৰি পেলাইছে।"

তিব্বতীয সেনা বাহিনীক চীনা ফৌজত অন্তৰ্ভুক্ত কৰাৰ প্ৰস্তাৱ কোনোমতেই গ্ৰহণযোগ্য হ'ব নোৱাৰে।"

লুখাঙোৱাৰ দৃঢ় মনোভাৱক জেনেৰেল উৱে তেতিয়াই উপেক্ষা নকৰিলে। লাচা নগৰীৰ ক্ৰমবৰ্দ্ধমান উত্তেজনাপূৰ্ণ পৰিস্থিতিৰ মাজত প্ৰধানমন্ত্ৰী লুঙাখোৱাৰ নিচিনা এজন জনপ্ৰিয নেতাক উপেক্ষা কৰাটো

সময়োচিত পদক্ষেপ নহ'ব বুলি জেনেৰেল উৱে বুজি পালে।

তেনেহলে তিব্বতীয় সেনাবাহিনীৰ পতাকাখনৰ ঠাইত চীনৰ পতাকাখনকে উত্তোলন কৰা হওক।" জেনেৰেল উৱে নিজৰ প্ৰস্তাৱটো সংশোধন কৰিব বিচাৰিলে।

'সেইটো কৰিব গলেও বিপদ হ'ব পাৰে। তিব্বতীয় সেনাবাহিনীয়ে সেইখন পতাকা নমাই পুৰি পেলাবও পাৰে। সেইটো ঘটনা ঘটিলে আপোনালোকে নিশ্চয় অসন্তুষ্টি অনুভৱ কৰিব।'

লুখাংৱাৰ যুক্তি শুনি জেনেৰেল উৱে ভিতৰি ভিতৰি জ্বলি উঠিল। খঙত চকু-কাণ ৰঙা কৰি গোমোঠা মাৰিলে।

"তিব্বত দেশৰ মৰ্য্যাদা হানি কৰাৰ পিচতো তিব্বতবাসীৰ পৰা বন্ধুত্ব সুলভ আচৰণ আপোনালোকে আশা কৰিব কেনেকৈ? এজন মানুহৰ লাওখোলাটো ভাঙি দিয়াৰ পিছতো সেইজন মানুহৰ পৰা বন্ধুত্ব সুলভ আচৰণ আশা কৰাটো উচিত হ'বনে ?'

লুখাঙোৱাৰ এই প্ৰত্যাহ্বানত জেনেৰেল উৱে জাণ্ডুৰ খাই উঠিল। মুখেৰে একো নকলে যদিও জেনেৰেল উৱে উত্তেজিতভাৱে সভাকক্ষ অকস্মাতে ত্যাগ কৰি গুচি যোৱাত সেই আলোচনা সিদিনা সিমানতে অন্ত পৰিল।

তিনি দিন পিচত সেই অসমাপ্ত আলোচনা পুনৰ অনুষ্ঠিত হ'ল যদিও জেনেৰেল চাং-চিন্-উ নাছিল। তেওঁৰ সলনি আছিল জেনেৰেল ফাংমিন। আলোচনা সভাৰ আৰম্ভণীতে জেনেৰেল ফাং মিনএ লুখাঙোৱাৰ বিৰুদ্ধে অভিযোগ দাঙি ধৰিলে–

"মোৰ বিশ্বাস যোৱাবাৰৰ সভাত কোৱা আপত্তিজনক কথাবিলাকৰ বাবে লুখাঙোৱাই ক্ষমা খুজিব।"

জেনেৰেল ফাং মিনৰ কথাকিটাই লুখাঙোৱাৰ পদমৰ্য্যদাক বেযাকৈ আঘাট কৰিলে। ক্ষমা খোজাৰ পৰিবৰ্তে হান আগ্ৰাসনক খোলাখুলিকৈ আক্ৰমণ কৰিলে প্ৰধানমন্ত্ৰী লুখাঙোৱাই।

মই ক্ষমা খোজাৰ কোনো প্ৰশ্ন উঠিব নোৱাৰে। সিদিনা মই যি কৈছলো আজিও সেই কথাকে কম। তিব্বতবাসীৰ মনৰ কথা আপোনালোকক জনাই দিয়াটো মোৰ কৰ্তব্য।

আপোনালোকৰ বিৰাট সৈন্যবাহিনীৰ উপস্থিতিয়ে জনসাধাৰণক অতিষ্ঠ কৰি তুলিছে। তাৰ উপৰি চামদো অঞ্চলৰ প্ৰশাসন লাচা চৰকাৰক এতিয়াও হস্তান্তৰ নকৰাত জনসাধাৰণে আপোনালোকৰ অভিসন্ধিক সন্দেহৰ চকুৰে

চাবলৈ আৰম্ভ কৰিছে। আনকি তিব্বতৰ বিভিন্ন অঞ্চলত সোমাই পৰা গণমুক্তি ফৌজৰ সৈনিকে যে নিজৰ দেশলৈ কেতিয়াবা উভতি যাব তাৰো লক্ষণ জনসাধাৰণে দেখা নাই। এই পৰিস্থিতিত তিব্বতীয় সৈন্য বাহিনীক গণ মুক্তি ফৌজৰ লগত চামিল কৰাৰ প্ৰচেষ্টা চলালে সংঘৰ্ষ অনিবাৰ্য হৈ পৰিব।"

লুখাঙোৱাৰ স্পষ্টবাদী মন্তব্যত জেনেৰেল ফাং মিন্ উত্তেজিত হৈ উঠিল।

"আপোনাৰ চালচলন আৰু কথা-বতৰাত সাম্ৰাজ্যাদী শক্তিৰ সহযোগিতা স্পষ্ট হৈ পৰিছে। আপুনি বিদেশী শক্তিৰ লগত গোপনে হাত মিলাইছে। গতিকে আপোনাক বৰ্খাস্ত কৰিবৰ কাৰণে দলাই লামাৰ ওচৰত দাবী জনোৱা হ'ব।"

জেনেৰেল ফাং মিনৰ এই সকীয়নিতো লুখাঙোৱাৰ মনোভাব সলনি নহ'ল। আগতকৈ অধিক দৃঢ় হৈহে পৰিল।

"আপুনি মোক বৰ্খাস্ত কৰাবৰহে কথা কৈছে। যদি গ্যাল্লো ৰিম্পোচে বিচাৰে তেনেহলে মই মোৰ প্ৰাণ পৰ্যন্ত ত্যাগ কৰিব পাৰো - বিষয় বাবটো সাধাৰণ বস্তু।"

লুখাঙোৱাৰ উদ্দীপ্ত উত্তৰে আলোচনা সভাৰ বাতাবৰণ গম্গমাই তুলিলে। বিশৃঙ্খলতাৰ মাজত সেই সভাও অসমাপ্ত হৈ থাকি গ'ল।

দুদিন পিছতেই দুয়োজন প্ৰধান মন্ত্ৰীক বৰ্খাস্ত কৰাৰ দাবী বহন কৰা চিঠি আহি দালাই লামাৰ হাতত পৰিল। আনহাতে দুয়োজন প্ৰধান মন্ত্ৰীয়ে গভীৰ দুখেৰে নিজৰ নিজৰ ত্যাগ পত্ৰক দালাই লামাৰ হাতত সসম্ভ্ৰমে তুলি দিলে। শান্তিপূৰ্ণ মীমাংসাৰ আশাত মন্ত্ৰী সভাইও সেই ত্যাগ পত্ৰ গ্ৰহণ কৰিবলৈ দালাই লামাক অনুৰোধ জনালে। উপায়হীন দালাই লামাই দুয়োজন প্ৰধানমন্ত্ৰীকে অব্যাহতি দিবলৈ বাধ্য হ'ল। নিজৰ আত্মবিশ্বাসৰ ওপৰতে নিৰ্ভৰ কৰি দালাই লামাই দেশ আৰু জাতিৰ সকলো দায়িত্ব সেই মুহূৰ্তৰ পৰাই নিজৰ কান্ধত তুলি ল'লে। চীনাসকলৰ সতে সকলো আলোচনা নিজেই চলাব বুলি মানসিকভাবে প্ৰস্তুত হৈ পৰিল।

অনিশ্চয়তাৰ মাজেৰে তিনিটা বছৰ এনেদৰেই পাৰ হৈ গ'ল, তথাপি শান্তিপূৰ্ণ মীমাংসাৰ কোনো সম্ভাৱনা তিব্বতবাসীৰ দৃষ্টিগোচৰ নহ'ল। এনেতে পিকিঙৰ পৰা দালাই লামালৈ চীন দেশ ভ্ৰমণৰ আমন্ত্ৰন আহিল। এই ভ্ৰমণে চীনদেশৰ শীৰ্ষস্থানীয় নেতাসকলক লগ পোৱাৰ সুযোগ আনি দিব বুলি দালাই লামাই সেই আমন্ত্ৰণ লগে লগে গ্ৰহণ কৰিলে। চীন দেশৰ

নেতাসকলক তিব্বতবাসীৰ মনৰ কথা বুজাই কৰলৈ সুযোগ পাব বুলিয়েই দালাই লামাই লাচা ত্যাগ কৰি যাবলৈ সাজু হ'ল। কিন্তু প্ৰিয় নেতাজনে চীন দেশ ভ্ৰমণলৈ যাব ওলোৱা কথাটোক লাচাবাসীয়ে বৰ সহজভাৱে ল'ব নোৱাৰিলে। হানৰ দেশলৈ গ'লে প্ৰিয় নেতাজন আৰু উভতি আহিব নোৱাৰিব বুলি বহুতৰ মনত সন্দেহো ওপজিল। স্বদেশবাসীৰ মনত ওপজা এই সন্দেহ অহেতুক বুলি বিবেচনা কৰি দালাই লামাই চীনদেশ ভ্ৰমণৰ কাৰ্যসূচীক বাহাল ৰাখিলে।

নিৰ্দিষ্ট দিনত হাজাৰ হাজাৰ ক্ৰন্দনৰত লাচাবাসী আহি সমবেত হ'ল লাচা নৈৰ পাৰ ঘাটত। বুকু চপৰিয়াই কান্দি কান্দি জনসাধাৰণে বাটৰ দুয়োকাষে আঁঠু পাৰি সেৱালৈ থাকোতে হালধীয়া আঁৰ কাপোৰেৰে আবৃত সোণোৱালী দোলাখন লাহে লাহে পাৰ হৈ গ'ল। লাচানৈ পাৰ কৰি দালাই লামাই সু-সজ্জিত ঘোঁৰাত বহি ভাৰত সীমান্তৰ দিশলৈ যাত্ৰা কৰিলে। নিঃসহায় হৈ পৰা জাতিটোৰ সমস্যা সমাধান বিচাৰি সুদূৰ পিকিং ভ্ৰমণৰ কষ্টকো সহিব বিচাৰিলে।

আনহাতে গভীৰ উৎকণ্ঠা লৈ ঘৰে ঘৰে উভতিল লাচানগৰীৰ অধিবাসীসকল। পিকিঙৰ পৰা গ্যাল্লো ৰিম্পোচে উভতি আহিলেই হান সকলো গুচি যাব নিজৰ দেশলৈ, সেই আশাকে কৰিলে প্ৰতিজন লাচা নাগৰিকে। দেশলৈ শান্তি আৰু নিয়মিত জীৱন ছন্দ পুনৰ উভতি আহিব বুলি ভাবি দালাই লামাৰ প্ৰত্যাৱৰ্তনলৈ ধৈৰ্য ধৰি অপেক্ষা কৰিলে তিব্বত দেশৰ অশান্ত জনগণে।



দালাই লামাক পিকিং চহৰৰ ৰেল ষ্টেচনত সম্পূৰ্ণ ৰাজকীয় মৰ্যদাৰে আদৰণি জনালে প্ৰধান মন্ত্ৰী চৌ-এন-লাই আৰু প্ৰতিৰক্ষা মন্ত্ৰী মাৰ্চাল চু- টে য়ে। দালাই লামাৰ এই ভ্ৰমণ কালত একেই সমান মৰ্যদা দিয়া হৈছিল তিব্বতৰ আনজন অৱতাৰী ধৰ্ম গুৰু পাঞ্চেন লামাকো। ধৰ্মীয় মান মৰ্য্যদাত পাঞ্চেন লামাৰ পদ দালাই লামাৰ সমান্তৰাল নহয়। দক্ষিণ

তিব্বতত থকা 'টাচিলন্‌পো' মঠৰ অধিকাৰী পাঞ্চেন লামাৰো সহস্ৰ অনুগামী আছে যদিও দালাই লামাকে তিব্বতবাসীয়ে সৰ্বশ্ৰেষ্ঠ ধৰ্মগুৰু বুলি মানি আহিছে ।

কিন্তু চীন দেশৰ প্ৰশাসনে অতীত কালৰে পৰা পাঞ্চেন লামাকে দালাই লামাৰ বিৰুদ্ধে ৰাজনৈতিক পাশাখেলৰ গুটি ৰূপে ব্যৱহাৰ কৰি আহিছে । চীন দেশৰ নতুনকৈ প্ৰতিষ্ঠিত হোৱা কমিউনিষ্ট চৰকাৰখনেও সেই পথকে অনুকৰণ কৰিলে । পাঞ্চেন লামাক হাতৰ পুতলা কৰি লৈ চীন চৰকাৰে তিব্বতবাসীক দুটা শিবিৰত বিভক্ত কৰিব বিচাৰিলে । দালাই লামাৰ ঠাইত পাঞ্চেন লামাকে তিব্বতৰ জনপ্ৰিয় নেতা ৰূপে গঢ় দি তুলিবলৈ চীন চৰকাৰে নানা আঁচনি হাতত ল'লে । পিকিং চহৰৰ অভ্যৰ্থনাও সেই ৰাজনৈতিক আঁচনিৰে এটা অংশ আছিল ।

সুদীৰ্ঘ এবছৰীয়া কমিউনিষ্ট চীন দেশ ভ্ৰমণ কালত দালাই লামাই বৰ্তমান চীনত বহুতো পৰিৱৰ্তন লক্ষ্য নকৰাকৈ নাথাকিল । কমিউনিষ্ট চীনৰ কোটি কোটি মানুহৰ কঠোৰ পৰিশ্ৰমে পূৰ্বৰ সামন্তবাদী ইতিহাসখনৰ চিন-চাবেই প্ৰায় নোহোৱা কৰি পেলাইছিল । এই বিশাল পৰিৱৰ্তনক দেখা পাই তিব্বত দেশতো সংস্কাৰৰ প্ৰয়োজন আছে বুলি দালাই লামাৰো উপলব্ধি ওপজিল । কমিউনিজিমৰ মাজত সমতা আৰু নিয়মানুৱৰ্তিতাৰ প্ৰধান্য দেখিও তেখেত মোহিত হ'ল । চীন চৰকাৰৰ সৈতে সহযোগিতা কৰাৰ বাসনাইও দালাই লামাৰ মনত ঠাই কৰি ল'লে । আনকি কমিউনিষ্ট দলৰ সদস্য পদ গ্ৰহণ কৰাৰ আগ্ৰহো ওপজিল ।

কিন্তু তেখেতৰ মনত দ্বন্দ থাকি গ'ল প্ৰয়োগৰ ক্ষেত্ৰত । সাম্যবাদী শাসন ব্যৱস্থা প্ৰৱৰ্তনৰ ক্ষেত্ৰত চীন চৰকাৰে যি কঠোৰ নীতি অৱলম্বন কৰিছিল সেই দিশত দালাই লামা সম্পূৰ্ণ সন্তুষ্ট হ'ব নোৱাৰিলে । একমাত্ৰ বস্তুবাদী সমস্যা সমাধানৰ মাজতেই মানুহৰ সুখ শান্তি আৱদ্ধ হৈ থাকিব পাৰে বুলি তেখেতে পতিয়ন যাব নোৱাৰিলে । অৱশ্যে বৌদ্ধ ধৰ্মৰ আদৰ্শ আৰু মাৰ্ক্সীয় দৰ্শনৰ সংমিশ্ৰণেৰে এক কাৰ্যকৰী ৰাজনীতিৰ পথো উন্মোচন কৰিব পৰা যায় বুলি দালাই লামাৰ বিশ্বাস উপজিছিল । সেই বিশ্বাস আৰু গভীৰ হৈ পৰিছিল যিদিনা এক সাক্ষাৎকাৰত চেয়াৰমেন মাও-জে-ডঙে বুদ্ধদেৱকো এজন শ্ৰেণী বিৰোধী আৰু দুৰ্নীতি তথা প্ৰৱঞ্চনা বিৰোধী ব্যক্তি আছিল বুলি প্ৰশংসা কৰিলে ।

আন এক সাক্ষাৎকাৰত মাও-জে-ডঙে দুজন জেনেৰেললৈ আঙুলিয়াই দালাই লামাক এই বুলিও প্ৰতিশ্ৰুতি দিলে—

"এই দুজনক মই আপোনাৰ অধীনত কাম কৰিবলৈ পঠিয়াইছো। যদি এওঁলোকে আপোনাৰ নিৰ্দেশ অমান্য কৰে তেনেহলে মোক জনাব মই এওঁলোকক ওভতাই আনিম।"

মাও-জে-ডঙে দালাই লামাক এই বুলিও আশ্বাস দিলে যে সোতৰ দফীয়া চুক্তিৰ কেইবাটাও দফা তেতিয়াই কাৰ্যকৰী কৰা নহ'ব। তিব্বতৰ জনসাধাৰণ মানসিকভাৱে প্ৰস্তুত হৈ নুঠালৈকে সেই দফাসমূহৰ কাৰ্যকাৰিতাক স্থগিত ৰখা হ'ব বুলিও ক'লে। আনকি সামৰিক প্ৰশাসনৰ অন্ত পেলাই এখন স্বায়ত্ত শাসন সমিতিৰ ওপৰত তিব্বত প্ৰশাসনৰ দায়িত্ব দিয়াৰ প্ৰস্তাৱ আগবঢ়ালে চেয়াৰ মেন মাও-জে-ডঙে।

এই প্ৰস্তাৱসমূহলৈ চাই তিব্বতলৈ শান্তি উভতি আহিব বুলি ভাবি দালাই লামা আশ্বস্ত হ'ল। আনকি স্বায়ত্ব শাসন সমিতিক তিব্বতৰ শাসনভাৰ অৰ্পণ কৰিলে তিব্বতবাসীয়ে নিজৰ মৰ্যদা ওভতাই পোৱাৰ পথো প্ৰশস্ত হৈ পৰিব বুলি দালাই লামাই ভাবিলে।

কিন্তু তিব্বতলৈ উভতি অহাৰ আগদিনা চেয়াৰমেন মাও-জে-ডঙক শেষ দেখা কৰিবলৈ গৈ দালাই লামাই তেখেতৰ মুখৰ পৰা যি শুনিলে সেয়ে সকলো সম্ভাৱনাকে যেন ওলট পালট কৰি পেলাব বিচাৰিলে।

"আপোনাৰ মনোভাৱ ভাল; কিন্তু আপুনি জনা ইচিত যে ধৰ্ম হ'ল বিষৰ নিচিনা। প্ৰথমতে ই জনসংখ্যা হ্ৰাস কৰে। ভিক্ষু আৰু ভিক্ষুনীসকল অবিবাহিত হৈ থকাৰ ফলত জনসংখ্যা কমি যায়। দ্বিতীয়তে বস্তুবাদী উন্নতিৰ দিশটোও অৱহেলিত হৈ পৰে।

বিদায় পৰত চেয়াৰমেন মাও-জে-ডঙে দালাই লামাৰ নিচেই ওচৰ চাপি কথা কিটা ক'লে। আনকি গাড়ীৰ দুৱাৰখনো নিজহাতে খুলি দিলে।

যি জন মহান নেতাই বুদ্ধদেৱকো শ্ৰেণীবিৰোধী বুলি প্ৰশংসা কৰিলে, সেইজন মাওৱে বুদ্ধধৰ্মক সমালোচনা কৰা দেখি দলাই লামা বিমোৰত পৰিল। সত্তৰ কোটি চীনা মানুহৰ একমাত্ৰ ভাগ্য বিধাতাস্বৰূপ মাও-জে-ডঙৰ অসাধাৰণ ব্যক্তিত্বত দালাই লামাও মোহিত হৈ পৰিছিল। কথা কওঁতে, সভা-সমিতিয়ে দীঘলীয়া ভাষণ দিওঁতে হাজাৰ হাজাৰ শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰি ৰাখিব পৰা মাওৰ শক্তিশালী ব্যক্তিত্বৰ মাজত কোনো অহংভাৱ দালাই লামাই দেখা নাছিল। সবলীৰ বিৰুদ্ধে মানুহে কৰি অহা অ-নিয়মিত ৰণকৌশলক এই জন মাও-জে-ডঙেই দি থৈ গৈছে

এক আধুনিক যুদ্ধ বিজ্ঞানৰ মৰ্যদা। আধুনিক গণযুদ্ধৰ দ্ৰোণাচাৰ্য স্বৰূপ মাও-জে-ডঙৰ বক্তব্য সদায় স্পষ্ট আৰু সবল আছিল। গণযুদ্ধৰ কঠিন সমস্যা সমূহৰো সমাধান দি গৈছে অতি সৰু সৰু উপমাৰে। এনে এক বিশ্ব প্ৰসিদ্ধ ব্যক্তিত্বৰ গৰাকী হৈও অতি সাধাৰণ জীৱন যাপন কৰা মাও-জে-ডঙৰ মাজত কোনো কপটতা দালাই লামাই বিচাৰি পোৱা নাছিল। কিন্তু বিদায় পৰৰ মন্তব্যখিনিয়ে দালাই লামাক বিভ্ৰান্ত কৰি পেলালে। তথাপি বহুত আশা আৰু কল্পনা লৈ, পূব তিব্বতৰ অস্থিৰ সীমান্তৰে, দালাই লামা উভতিল নিজৰ দেশলৈ। চীন দেশ ভ্ৰমণে দালাই লামাক এজন কমিউনিষ্টলৈ ৰূপান্তৰিত কৰিব নোৱাৰিলে যদিও তিব্বতীয় সমাজ ব্যৱস্থাত যে সংস্কাৰৰ প্ৰয়োজন আছে সেই দিশটো হলে উন্মোচন কৰি দেখুৱালে।

ইতিমধ্যে চীন সীমান্তৰ পৰা কেইবাটাও ঘাই মটৰ আলি সাজি উলিয়াব ধৰিছিল তিব্বতৰ সামৰিক প্ৰশাসনে। চীন দেশৰ দক্ষিণ পশ্চিম সীমান্তৰ পৰা লাচা নগৰীলৈ সাজি উলিয়াব ধৰা এই পথসমূহৰ দৈৰ্ঘতা দুহেজাৰ কিঃ মিটাৰতকৈও অধিক আছিল। যুদ্ধকালীন ক্ষীপ্ৰতাৰে সাজিব ধৰা এই পথসমূহ তেতিয়াও সম্পূৰ্ণ হৈ উঠা নাছিল যদিও দীঘল দীঘল সামৰিক কনভয়সমূহ অহা যোৱা কৰিব ধৰিছিল।

দালাই লামাও উভতিল তাৰে এটা পথেৰে। চেংডু - লাচা পথৰ বিশালতা দেখি দালাই লামাৰ মনতো বিস্ময় উপজিল। তিব্বতৰ নিচিনা জনমানৱহীন ক্ষুদ্ৰ দেশ এখনৰ উন্নতিৰ বাবে এনে বিশাল বিশাল আলি বিলাকৰ প্ৰয়োজন ক'ত সেই কথাইও দালাই লামাৰ মনত সন্দেহ আনি দিলে। ষাঠী লাখ অনুন্নত মানুহৰ সমস্যা সমাধান কৰাৰ বাবেই এনে সামৰিক গুৰুত্বপূৰ্ণ পথ সমূহৰ প্ৰয়োজন হৈছে, নে অধিকৃত তিব্বতক এখন লুণ্ঠনভূমি ৰূপে সজাই পৰাই তোলাটোৱেই মূল লক্ষ্য, সেই সন্দেহে দালাই লামাক অস্থিৰ কৰি তুলিলে।

চীন দেশৰ ভিতৰুৱা এখন স্বায়ত্ত শাসিত অঞ্চল ৰূপে তিব্বতৰ সংস্কাৰ মনি লোৱাত দালাই লামাৰ অকণো আপত্তি নাছিল। তিব্বতৰ প্ৰশাসনীয় দায়িত্ব সামৰিক বাহিনীৰ পৰা আঁতৰাই 'স্বায়ত্ত শাসিত তিব্বত' নামৰ নতুন ব্যৱস্থা প্ৰবৰ্তন কৰাৰ বাবে মাও-জে-ডঙে আগবঢ়োৱা প্ৰস্তাৱত দালাই লামাও সন্তুষ্ট হৈছিল। কিন্তু পূব তিব্বতৰ চাম্‌দো আৰু আম্‌দো অঞ্চলত প্ৰৱেশ কৰিয়েই দালাই লামাৰ সকলো ধাৰণা সলনি হৈ গ'ল। ত্ৰাস আৰু নিৰাপত্তাহীনতাত কাতৰ হোৱা জনগণৰ চকুত দেখা পালে

নিৰ্বাক মিনতিৰ করুন চাৱনী। হান সৈনিকৰ উপস্থিতিত মুখ ফুটাই মনৰ দুখ প্ৰকাশ কৰিব নোৱাৰি হতাশগ্ৰস্ত জনসাধাৰণে যেতিয়া চকুলো টুকিলে তেতিয়া দালাই লামাৰ বুজিবলৈ বাকী নাথাকিল।

"তোমালোক এতিয়া সুখীনে ?"

'চীনা কমিউনিষ্ট পাৰ্টি আৰু মহান নেতা মাও-জে-ডঙৰ পৰামৰ্শক অনুকৰণ কৰি আমি এতিয়া আগতকৈ সুখী আৰু সমৃদ্ধিশালী হৈছোঁ।'

কিন্তু ভক্তিভাবে সেৱা কৰি উঠি যেতিয়া জনগণে মুখ তুলি চালে তেতিয়াহে দালাই লামাই দেখিলে সিহঁতৰ দুগাল বৈ চকুলো বাগৰি আহিছে। পূব তিব্বতৰ ধৰ্মপ্ৰাণ মানুহৰ মুখতো মাও-জে-ডঙ আৰু চীনা কমিউনিষ্ট পাৰ্টিৰ প্ৰশংসা শুনি কমিউনিজিমত সকলো বিশ্বাস হেৰুৱাই পেলালে দালাই লামাই। এই জাপি দিয়া আনুগত্যক দলাই লামাই আগতেও দেখিছে। চীন দেশ ভ্ৰমণ কালত তেখেতে যলৈকে গৈছিল সেই সকলো ঠাইতে একেই উত্তৰ শুনি আহিছে। পথাৰত হাল বোৱা কৃষকেই হওক বা ফেক্টৰীবিলাকত কাম কৰা কৰ্মীয়েই হওক, কাচি হাতুৰি দাঙি সেই সকলো মানুহে এই একেই উত্তৰকে দিছিল। কলেজ বা আন অনুস্থান চাবলৈ যাওতে শিক্ষক ছাত্ৰইও দিছিল একেই উত্তৰ। কোটি কোটি মুক মানুহৰ সেই দেশত সকলোৱে একেই ৰঙৰ আৰু একেই ধৰণৰ পোছাক পিন্ধা দেখিবলৈ পাই দালাই লামাইও চীনবাসীৰ সেই বাহ্যিক একতাক এক জাতীয় অনুশাসন বুলিয়েই প্ৰথমে ধৰি লৈছিল। কিন্তু প্ৰতিটো প্ৰশ্নৰ উত্তৰত যেতিয়া সেই মানুহে চীনা কমিউনিষ্ট পাৰ্টি আৰু চেয়াৰমেন মাও-জে-ডঙৰ শুদ্ধ নিৰ্দেশৰ কথাকে উচ্চাৰণ কৰিছিল তেতিয়া দালাই লামাৰ মনতো সন্দেহ উপজিল। সেই সমবেত উত্তৰসমূহ অনুপ্ৰানিত মানুহৰ স্বতঃ স্ফুৰ্ত ধ্বনী আছিল, নে কমিউনিষ্ট নাটকৰ এক মুখস্তগত সংলাপ আছিল সেই পাৰ্থক্য বুজি পাবলৈ দালাই লামাকো সৰহ দিন লগা নাছিল।

ধৰ্মগুৰু দালাই লামাৰ সেই প্ৰত্যাৱৰ্তন পূব তিব্বতবাসীৰ বাবে আছিল এক অভূতপূৰ্ব ঘটনা। যি জনা গুৰুৱে পাৰ হৈ যোৱা বাটৰ ধূলিও পবিত্ৰ হৈ পৰে— মানুহে মুঠি মুঠি তুলি লৈ যায় ; সেইজন মহাপুৰুষৰ দৰ্শন পাবলৈ উধাতু খাই দৌৰি আহিছিল দূৰ দুৰণীৰ মানুহ। দুৰ্ভাগ্যবশত সকলো মানুহৰ সেই জীৱন জোৱা হবিয়াস কিন্তু পূৰ্ণ নহল। সেয়া দালাই লামাৰ ভুল নাছিল। চীনা প্ৰশাসনৰ সিও এক ষড়যন্ত্ৰই আছিল। দালাই লামাই কোনো এক নিৰ্দিষ্ট ঠাই আহি পোৱাৰ সঠিক বাতৰি চীনা প্ৰশাসনে

ইচ্ছা কৰিয়েই প্ৰচাৰ কৰা নাছিল । তাৰিখৰ হেৰফেৰ কৰি ধৰ্ম- প্ৰাণ জনসাধাৰণক ভুল পথে পৰিচালিত কৰা হৈছিল । চীনাকলৰ এই ষড়যন্ত্ৰৰ অন্তৰালত আছিল ৰাজনৈতিক প্ৰয়োজন । দালাই লামাৰ আগমনে পূৱ তিব্বতবাসীৰ অন্তৰত ধৰ্মীয় আনুপ্ৰেৰণা পুণৰ জগাই তুলিব বুলি চীন প্ৰশাসনে সন্দেহ কৰিছিল । ক্ৰমাগত কঠোৰ নিৰ্য্যাতনৰ হেঁচাত মানসিক ভাৱে পঙ্গু হৈ পৰা পূৱ তিব্বতবাসীয়ে হেৰোৱা ঐক্য আৰু মনোবল পুনৰ ঘূৰাই পোৱাৰ সম্ভাৱনাই হান প্ৰশাসনক চিন্তিত কৰি তুলিছিল ।

কিন্তু বাধা নিষেধ আৰু কঠোৰ নিৰাপত্তাৰ বেৰখনৰ জলঙাৰ মাজেৰে দালাই লামাই পূৱ তিব্বতৰ ভিতৰুৱা পৰিস্থিতিক চাবলৈ যিকণ সুযোগ পাইছিল সিমানখিনিয়েই তেখেতৰ মনক বিচলিত কৰি পেলাবলৈ যথেষ্ট আছিল । সেই নিৰাশাৰ মাজতো মাও-জে-ডঙে দিয়া আশ্বাস সমূহৰ ওপৰতে শেষ ভৰষা কৰি দালাই লামা উভতিল লাচা নগৰীলৈ । স্বায়ত্ত শাসনৰ অধিকাৰ কাৰ্যাকৰী হোৱালৈকে সামৰিক কৰ্তৃপক্ষৰ সতে সহযোগিতা কৰি যোৱাটোৱে মধ্যম পথ হব বুলি দলাই লামাই মনস্থ কৰি ললে ।

লাচালৈ উভতি অহাৰ পিচত সেই চহৰৰ শান্ত পৰিবেশ দেখি দালাই লামাৰ দুঃচিন্তা কিছু আঁতৰিল । পূৱ তিব্বতত হান সামৰিক কৰ্তৃপক্ষই চলোৱা নিৰ্য্যাতনৰ বিশদ বিৱৰণ হয়তো লাচাবাসীয়ে তেতিয়াও পোৱা নাছিল বুলিয়ে তেখেতে ধৰি ললে । মন্ত্ৰী পৰিষদেও সামৰিক কৰ্তৃপক্ষৰ লগত সৌহাৰ্দ্যপূৰ্ণ সম্বন্ধ বজাই ৰখাও তেখেতে দেখা পালে । স্বায়ও শাসনৰ প্ৰস্তাৱ কাৰ্য্যকাৰী হৈ উঠিলে অতীতৰ ভুল বুজা বুজিও আঁতৰি যাব বুলি আশা কৰি সেই শুভ দিনটোলৈ আগ্ৰহেৰে অপেক্ষা কৰিলে দালাই লামাই ।

এদিন সেই শুভদিনটো আহিল । বহুতো প্ৰত্যাশা লৈ দালাই লামাইও গৈ অংশ গ্ৰহন কৰিলে স্বায়ত্তশাসন প্ৰস্তুতি সমিতিৰ প্ৰথম সভাত । একাৱন্ন জন সদস্যৰে গঠিত সেই প্ৰস্তুতি সমিতিৰ পোন্ধৰ গৰাকী সদস্যৰ বাদে বাকী ছয়ত্ৰিশ জন সদস্যই আছিল সামৰিক কতৃপক্ষৰ দ্বাৰা মনোনীত ব্যক্তি । তিব্বত চৰকাৰক প্ৰতিনিধিত্ব কৰা দালাই লামা আৰু বাকী চৌধজন সদস্যৰ কোনো প্ৰভাৱ নাথাকিল সেই প্ৰস্তুতি সমিতিত । তিব্বতবাসীক স্বায়ত্ত শাসন প্ৰদান কৰাৰ নামত প্ৰকৃত ক্ষমতা থাকি গ'ল সামৰিক কৰ্তৃপক্ষৰ হাতৰ মুঠিত ।

এই অৰ্থহীন স্বায়ত্ত শাসনৰ প্ৰকৃত স্বৰূপ বুজি পাবলৈ লাচাবাসীৰ

ক্ৰেচি দিন নালাগিল । জনসাধাৰণ পুনৰ অস্থিৰ হৈ উঠিব ধৰিলে । একনায়কত্ববাদী হান প্ৰশাসন আৰু অসন্তুষ্ট জনগণৰ মাজত থিয় হৈ থকা দালাই লামা পুনৰ নিৰুপায় হ'ল । মাও- জে- ডঙে দিয়া আশ্বাসৰ ওপৰতো তেখেতে বিশ্বাস হেৰুৱাই পেলালে । উত্তেজিত হৈ উঠিব ধৰা লাচাবাসীক সংঘৰ্ষৰ পথ নলবৰ বাবে নিৰ্দেশ দিবলৈ কোনো যুক্তি দালাই লামাই বিচাৰি নাপালে । অনিশ্চয়তাৰ এই উদুলি-মুদুলি পৰিস্থিতিৰ মাজতে এদিন লাচাবাসী আহি সমবেত হলহি এখন মুকলি সভাত ।

"স্বায়ত্তশাসন দিয়াৰ নামত এই ৰাজনৈতিক প্ৰবঞ্চনাক আমি মানি লব নোৱাৰোঁ । নিজৰ আনুগত 'পাৰ্ - পা'ক প্ৰস্তুতি সমিতিৰ সদস্য কৰি লৈ এই দেশত হানসকলে চিৰস্থায়ী শাসন চলাই যাব সেই ব্যৱস্থা আমি মানি নলওঁ ।"

স্বদেশ প্ৰেমৰ ভাৱনাৰে আপ্লুত হোৱা বক্তাজনৰ সেই নিশঙ্ক আহ্বানত অজস্ৰ শ্ৰোতাই সমস্বৰে পো - ৰাংঝেন্ বুলি চিঞৰি উঠিল ।

"হানে আহি আমাক আজি দেশ শাসন শিকাব নালাগে । সিহঁত যিমান পুৰণি আমিও সিমানেই পুৰণি । হাজাৰ বছৰৰো আগতে ৰজা চংষ্টেন গ্যাম্পোৱে এই দেশৰ শাসন ব্যৱস্থাৰ ভেটি বান্ধি থৈ গৈছে । সেই মতেই এই দেশৰ শাসন নিৰৱচ্ছিন্নে চলি আহিছে সহস্ৰ বছৰ ধৰি । ৰজা সলনি হৈছে- গ্যাল্লো ৰিম্পোচেও সলনি হৈছে চৌধবাৰ কিন্তু নিয়ম সলনি হোৱা নাই 'চামে' মঠৰ সমুখত থকা শিলৰ স্তম্ভত এই সকলো কথা লিখা আছে— সেই ইতিহাস হানে পঢ়ি চোৱা নাইনেকি ?

আমাৰ স্বায়ত্ত শাসন দিবলৈ কোনে হানক এই দেশলৈ মাতি আনিলে । সিহঁত কোন ? আমি গ্যাল্লো ৰিম্পোচেৰ প্ৰজা, হানৰ তলতীয়া নহয় । সিহতৰ নিয়ম সিহঁতৰ দেশত চলাওক— আমাৰ ইয়াত নচলিব । আমি ধৰ্মত থকা মানুহ । আমি সেই মতেই থাকিম— সেই মতেই চলিম । হানে আমাৰ দেশ এৰি গুচি যাব লাগিব এয়ে আমাৰ শেষ সিদ্ধান্ত ।"

বক্তাজনৰ কথা অন্ত পৰাৰ লগে লগে 'হান উভতি যা' 'হান উভতি যা' বুলি সভাস্থলিত তুমুল কোঢ়াল উঠিল । তাৰ মাজতে আহি আন এজন বক্তা থিয় দিলে ।

"চাম্‌দো – আম্‌দো অঞ্চলত হান সৈনিকে কি কৰিছে সেইবিলাক বাতৰি এতিয়াহে আমাৰ কাণত আহি পৰিছে । পূব তিব্বতত সিহঁতে আমাৰ মানুহক আৰু মানুহ কৰি ৰখা নাই । হানৰ শাসন যদি এনেকুৱাই

হয় তেনেহলে লাচাতো এদিন সিহঁতে একেই কামকে আৰম্ভ কৰিব। হান উভতি যাব লাগিব এয়ে আমাৰ দাবী। যদি সিহঁতে বলেৰে এই দেশত থাকিব বিচাৰে তেনেহলে এই দেশৰ প্ৰতিহাত মাটিৰ ওপৰত থিয় দি আমিও সিহঁতক প্ৰত্যাহ্বান জনাম। যদি গ্যাল্লো ৰিম্পোচেৰ আধিকাৰ হানে কাঢ়ি লবলৈ চেস্টা কৰে তেনেহলে নৰবুলিংকা অবৰোধ কৰি হ'লেও তেখেতক আমি ৰক্ষণাবেক্ষণ দিম ................"

হাজাৰ হাজাৰ কণ্ঠৰ উচ্চ নিনাদত বক্তাজনৰ বাকী কথা তল পৰিল। এনেতে জনতাৰ ভিৰ আঁতৰাই এজন উচ্চ পদস্থ ৰাজবিষয়া সভামঞ্চৰ দিশলৈ আগবাঢ়ি আহিল। উচ্চ পদস্থ বিষয়া যেন দেখি জনতাইও বাট উলিয়াই দিলে। মঞ্চত আহি থিয় দিয়াৰ লগে লগে অশান্ত জনতা ক্ৰমাৎ শান্ত হৈ পৰিল।

"মন্ত্ৰী পৰিষদৰ নিৰ্দেশ মতে মই সভালৈ আহিছোঁ। মোৰ নিজৰ ইচ্ছাত অহা নাই।"

বিষয়াজনে কোৱা কথাকিটা শেষ হোৱাৰ লগে লগে শ্ৰোতাসকলে ইজনে সিজনলৈ চোৱা চুই কৰিব ধৰিলে। এটা মৃদু গুঞ্জনো উঠিল।

"মই এজন বিষয়া — আপোনালোকে নিশ্চয় বুজিব পাৰিছে। বৰ্তমানে মই লাচাত আশ্ৰয় লোৱা মানুহক চোৱাচিটা কৰিছো।" লাচাৰ সেই উত্তপ্ত পৰিস্থিতিত যি কোনো ধৰণৰ আশাবাদী কথা - বতৰাক মানুহে মন দিয়েই শুনিছিল। সংঘৰ্ষপূৰ্ণ পৰিস্থিতিৰ মাজতো লাচাবাসীয়ে শান্তিপূৰ্ণ সমাধানৰ পথ বিচাৰি হাবাথুৰি খাইছিল। উচ্চপদস্থ বিষয়াজনৰ মুখৰপৰা কিবা এটা উৎসাহপূৰ্ণ ঘোষণা শুনাৰ আগ্ৰহতে মানুবিলাকে নিতাল মাৰিলে।

"লাচাৰ পৰিস্থিতি এতিয়াও শান্ত হৈয়ে আছে। চীন ভ্ৰমনৰ পিচত গ্যাল্লো ৰিম্পোচে উভতি আহিল যেতিয়া কিবা এটা মীমাংসা নিশ্চয় হ'ব। সেই মীমাংসা নোহোৱালৈকে আমি.....................।"

বিষয়াজনক বক্তব্য শেষ কৰিব নিদি এজন ঔবেয়াল খাম্পা যুৱকে ঘপ্ কৰি থিয় দি উঠি তীক্ষ্ণ প্ৰশ্ন কৰিলে —

"কি মীমাংসাৰ কথা কৈছে আপুনি ? কি মীমাংসা হ'ব হানৰ সৈতে। স্বায়ত্ত শাসন দিয়াৰ নামত এই দেশৰ মানুহক ঠগিব বিচাৰিছে এয়ে নেকি মীমাংসা ?"

যুবকজনৰ প্ৰশ্নত বিষয়াজন অলপ ম্ৰিয়মান হৈ পৰিল। সকলো ৰাজবিষয়াৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰাতো লাচাবাসীৰ অতি পুৰণি অভ্যাস।

এনেদৰে মুকলি সভাত তীব্ৰ প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব লাগিব বুলি বিষয়াজনৰ আশাও কৰা নাছিল।

"কি মীমংসা হ'ব সেইতো মন্ত্ৰী পৰিষদেহে ঠিক কৰিব। চীনা পক্ষৰ সতে আলোচনা চলি আছে যেতিয়া জনসাধাৰণ শান্ত হৈ থকাটোকে মন্ত্ৰী পৰিষদে আশা কৰিছে।" অশান্ত জনতাক বিষয়াজনে বুজনি দিবলৈ চেষ্টা কৰিলে।

"স্বায়ত্ত শাসনৰ নামত কৰা এই নগ্ন প্ৰৱঞ্চনাক দেখিও জনসাধাৰণ মনে মনে থাকিব লাগে নহয়নে? মন্ত্ৰী পৰিষদৰ এনে অৰ্থহীন নিৰ্দেশ জাৰি কৰিবলৈকে আপোনাক ইয়ালৈ পঠিয়াইছে নেকি?"

প্ৰতিবাদী যুৱকজন ক্ৰমান্বয়ে অধিক উত্তেজিত হৈ উঠিব ধৰিলে।

"ৰাজহুৱাভাৱে মুকলি সভা পতাটো ইতিমধ্যে নিষেধ কৰা হৈছে বুলি আপোনালোকেও শুনিছে। লাচাবাসীৰ কিছুমান কাৰ্য্যত সামৰিক কৰ্তৃপক্ষ ইতিমধ্যে অসন্তুষ্ট হৈছে। নিষাধাজ্ঞা ভঙ্গ কৰি এনেদৰে মুকলি সভা পাতিলে তেওঁলোকক আৰু অধিক অসন্তুষ্ট কৰি তোলাহে হ'ব বুলি মন্ত্ৰী পৰিষদ চিন্তিত হৈ পৰিছে।"

যুক্তি দাঙি ধৰিব বিচাৰিলে অকলশৰীয়া বিষয়াজনে। সমুখত মন জেউতিৰ উদ্দাম প্ৰবলতা আৰু পিচ পিনে থিয় দি আছে স্বাধীনতাৰ প্ৰতিক স্বৰূপ আকাশচুম্বি বিশাল পোতালা। এফালে দেশ আন ফালে আদেশ। বিমোৰ হৈ পৰে বিষয়া।

"কি কৰিব লাগে তেনেহলে দেশৰ মানুহে। চাম্‌দো আম্‌দোবাসীৰ নিচিনাকৈ হানৰ সমুখত বুকু পাতি থিয় দিব লাগিব নেকি?"

আন এজন আদবয়সীয়া মানুহ জনতাৰ মাজত থিয় দি উঠিল। উত্তেজিতভাৱে চুবাটোৰ সমুখ ভাগ উদঙাই লৈ জনতাক দেখুৱাই বুকুত চপৰিয়ালে। লগে লগে বহুত মানুহ থিয় দি পৰিল। উপায়ন্তৰ হৈ বিষয়াজনে উচ্চস্বৰে ঘোষণা কৰিলে।

"মন্ত্ৰী পৰিষদে মোক কবলৈ পঠিয়াইছে যে এইখন বে-আইনী সভা। এই সভা ভঙ্গ কৰি সকলো মানুহ ঘৰলৈ উভতি যাব লাগে।"

বিষয়াজনে কৰা ঘোষণাটো শুনি বহুত মানুহ মঞ্চখনৰ ওচৰলৈ আগবাঢ়ি আহিল। তাৰে এজনে মঞ্চখনৰ ওপৰত জাঁপ মাৰি উঠি চিঞৰি চিঞৰি কবলৈ ধৰিলে —

"এই সভা ভংগ কৰা নহব আৰু আমিও ঘৰলৈ নাযাওঁ। এতিয়াৰ

পষা লাচাবাসীয়ে দেশৰ সিদ্ধান্ত নিজেই লব। মন্ত্ৰী সভাৰ কোনো নিৰ্দেশ আমি নামানো। সামৰিক প্ৰশাসনক আমি লিখিতভাৱে জনাই দিম যে তেওঁলোকে দিয়া স্বায়ত্ত শাসন আমাক নালাগে। গ্যাল্লো ৰিম্পোচেৰ শাসনেই এই দেশত চলি থাকিব।”

তুমুল হৰ্ষধ্বনিৰে জনসাধাৰণে এই ঘোষণাৰ প্ৰতি সমৰ্থন জনালে। নিষ্ফল প্ৰচেষ্টাত নিৰাশ হৈ বিষয়াজনে মঞ্চৰপৰা নামি যাব ধৰোতে জনতাই সম্ভ্ৰমে বাট উলিয়াই দিলে।



সেই জনসভাৰ লিখিত সিদ্ধান্তসমূহ সামৰিক কৰ্তৃপক্ষৰ হাতত আহি পৰাৰ লগে লগে মন্ত্ৰী পৰিষদক মাটি পঠোৱা হ'ল সৈনিক চাউনীলৈ। সামৰিক কৰ্তৃপক্ষই কঠোৰ ভাষাৰে মন্ত্ৰী পৰিষদৰ নিষ্ক্ৰিয়তাক সমালোচনা কৰিলে। সেই সমালোচনাও দুৰ্ব্যৱহাৰৰ সমানেই আছিল। জনসাধাৰণে অনুষ্ঠিত কৰা সেই ৰাজহুৱা মুকলি সভাৰ অন্তৰালত যে সাম্ৰাজ্যবাদী শক্তিৰো হাত আছে সেই অভিযোগো উত্থাপন কৰা হ'ল। আনকি মন্ত্ৰী পৰিষদৰ নিষ্ক্ৰিয়তাই জনসাধাৰণক চীন বিৰোধী কামত উৎসাহ যোগাইছে বুলিও দোষাৰোপ কৰিলে। ভৱিষ্যতে এনে সভা যাতে অনুষ্ঠিত হ'ব নোৱাৰে সেই দায়বদ্ধতাকো জাপি দিয়া হ'ল মন্ত্ৰী পৰিষদৰ ওপৰত।

দালাই লামাৰ আনুমোদন ক্ৰমে মন্ত্ৰী পৰিষদে পুনৰ প্ৰতিবন্ধকতা জাপি দিলে সভা - সমিতিৰ ওপৰত। এই নতুন আদেশত লাচাবাসী অধিক জাঙুৰ খাই উঠিল। এহাতে সামৰিক কৰ্তৃপক্ষৰ জাজৰণি মৰা কথা আৰু আনহাতে লাচবাসীৰ ক্ৰমবৰ্দ্ধমান বিদ্ৰোহাত্মক আচৰণৰ মাজত থিয় দি মন্ত্ৰী পৰিষদে নিজৰ কৰ্তৃত্ব হেৰুৱাই পেলোৱাৰ উপক্ৰম হ'ল। লাচাবাসীৰ উশৃঙ্খল আচৰণত দালাই লামাইও শান্তি পূৰ্ণ সমাধানত আস্থা হেৰুৱাই পেলালে। মানসিক শান্তি বিচাৰি তেখেতে অৱশেষত বেটিং

মঠলৈ গুছি গ'ল। বেটিং মঠটো লাচা নগৰৰ পৰা দূৰত নহয় যদিও জাচাৰ কোলাহলে চুকি নাপায়। চাৰি হাজাৰ ভিক্ষু নিবাসী এই মঠৰ শান্তিপূৰ্ণ পৰিবেশত দেশৰ কথা চিন্তা কৰাৰ সুযোগ পাব বুলিয়েই দালাই লামাই গুচি গ'ল বেটিং মঠলৈ।

এনেতে আহিল নতুন বছৰৰ 'মনৃলাম্' উৎসৱ। লাচাবাসীৰ অতি প্ৰিয় এই উৎসৱত এইবাৰ জনসাধাৰণে গতানুগতিক উৎসাহ উদ্দীপনাক বিচাৰি নাপালে। সামৰিক কৰ্তৃপক্ষৰ প্ৰভুত্ববাদী আচৰণত অতিষ্ঠ হৈ পৰা লাচাবাসীয়ে এইবাৰ মনলাম উৎসৱক ৰাজনৈতিক আন্দোলনৰ দিশলৈ টানি লৈ যাব বিচাৰিলে। জনসাধাৰণে মুকলি সভা পাতি জনপ্ৰিয় ব্যক্তিসকলক নেতা ৰূপে মনোনীত কৰিলে। হান বিৰোধী প্ৰচাৰ পত্ৰ উলিয়াই মুকলিভাৱে লাচাবাসীৰ মাজত বিলাই দিলে। বাটে বাটে সমদল উলিয়াই হানসকলক তিব্বত দেশ ত্যাগ কৰি যাবলৈ ধ্বনি তুলিলে। সেই সমদলত গেৰুৱা বস্ত্ৰ পিন্ধা মঠ নিবাসী হাজাৰ হাজাৰ ভিক্ষু আহি যোগদান কৰাত জনগণৰ মনোবল উৰ্দ্ধমুখী হৈ পৰিল। হান নিৰ্য্যাতন সহিব নোৱাৰি পূব তিব্বতৰ পৰা ভগনীয়া হৈ গুচি অহা বিদ্ৰোহী খাম্পাসকলে লাচা নগৰীতো 'চ্যুছি গ্যানদ্ৰুক' সংগঠন গঢ়ি তুলিলে। তেওঁলোকে প্ৰচুৰ ধন সংগ্ৰহ কৰি আনুগত্যৰ চিন স্বৰূপে দালাই লামাক উপহাৰ দিলে এখন সোণৰ সিংহাসন। জনগণৰ এই গভীৰ আনুগত্যত দালাই লামা অভিভূত হ'ল যদিও সংঘৰ্ষণৰ সম্ভৱনা দিনে দিনে বৃদ্ধি পোৱাত তেখেত ম্ৰিয়মান হৈ পৰিল। হান বাহিনীৰ লগত সশস্ত্ৰ সংঘৰ্ষত লিপ্ত হৈ পৰাৰ অৰ্থই হ'ব ৰক্তপাত। তিব্বতবাসীৰ তেজেৰে চাংপো নৈ ৰাঙলী হৈ পৰিব সেই ভয়ানক কল্পনাই দালাই লামাকো অস্থিৰ কৰি তুলিলে।

সামৰিক কৰ্তৃপক্ষই মন্ত্ৰীপৰিষদক পুনৰ শিবিৰলৈ মাতি নিলে। লাচাবাসীৰ বিদ্ৰোহাত্মক আচৰণৰ বাবে মন্ত্ৰী পৰিষদকে দোষী সাব্যস্ত কৰিলে। লাচাবাসীক নেতৃত্ব দিয়া তিনিজন জননেতাক গ্ৰেপ্তাৰ কৰাৰ দায়িত্বকো জাপি দিলে মন্ত্ৰী পৰিষদৰ ওপৰত। উপায়হীন মন্ত্ৰী পৰিষদে সামৰিক কৰ্তৃপক্ষৰ সেই দাবীকো মানি লবলৈ বাধ্য হ'ল। বন্দী কৰি আনিলে তিনিওজন গননেতাক। কাৰাগাৰৰ ভিতৰতে এজনৰ মৃত্যু হোৱাত বাকী দুজনক এৰি দিয়া হ'ল যদিও গণ বিক্ষোভে চূড়ান্ত ৰূপ লৈ পেলালে। পূব তিব্বত এৰি আহি লাচাত আশ্ৰয় লৈ থকা খাম্পাসকলেই এই উত্তেজনাৰ মূল চালিকা শক্তি বুলি সামৰিক কৰ্তৃপক্ষৰ সন্দেহ উপজিল।

"তোমাৰ নাম কি ?"

"টাচি নাম্‌গিয়াল ।" হান সৈনিকজনে নামৰ তালিকাখনত সেইদৰে লিখি ল'লে ।

"ইয়ালৈ অহাৰ আগতে ঘৰ ক'ত আছিল ?" সৈনিকজনৰ দ্বিতীয় প্ৰশ্নত টাচিৰ খং উঠিল ।

"ঘৰ ক'ত আছিল সুধিছা ? ঘৰ সম্পত্তি জ্বলাই দিছা, লাচাত আহি অঘৰী হৈ আছোঁ, তাৰ পিচতো সুধিছা ঘৰ ক'ত বুলি ?"

"যি কথা সুধিছো তাৰহে উত্তৰ লাগে । আন অবান্তৰ কথা ক'বৰ প্ৰয়োজন নাই ।"

"উত্তৰ নিদিলেনো কি কৰিবা ?" টাচি উত্তেজিত হৈ পৰে ।

"নকলে নোকোৱা বুলিয়েই লিখি ল'ব লাগিব । তেতিয়া কিন্তু পৰিণাম ভাল নহ'ব জানিবা ।" কথাকিটা কওঁতে হান সৈনিকজন অলপো উত্তেজিত নহ'ল । কিন্তু অশুভ ইংগিতটো হ'লে নগ্নভাৱে প্ৰকাশ পালে ।

"পৰিণাম ভাল নহবলৈ আৰু কি বাকী ৰাখিছা তোমালোকে ? দেশ দখল কৰিলা- ধৰ্ম কাঢ়ি ল'লা - শ শ মানুহ হত্যা কৰি গাঁও-ভূঁই উজাৰ কৰিলা, তাৰ পিচতো পৰিণামৰ ভয় দেখুৱাইছা কাক ?"

টাচিৰ তম্বু এৰি হান সৈনিক চাৰিজন বাহিৰলৈ ওলাই আহোঁতেই কেইবাজনো খাম্পাই সিহঁতক আগুৰি ধৰিলে ।

"কি বিচাৰি আহিছ তহঁতে আমাৰ শিবিৰলৈ ? সৰ্বস্ব কাঢ়ি লোৱাৰ পিচতো আৰু কি বিচাৰি আহিছ ইয়ালৈ ?"

উত্তেজিত খাম্পা কিজনৰ প্ৰশ্নত হান সৈনিক কিজনে থত্‌মত্ খালে । সিহঁত সশস্ত্ৰ যদিও ওখ-পাখ বলিষ্ঠ খাম্পা কিজনৰ সমুখত নিজক বৰ নিৰাপদ যেন ভাবিব নোৱাৰিলে । কান্ধে কান্ধে ৰাইফল ওলোমাই লৈ অহা খঙাল খাম্পা কিজনৰ আকস্মিক উপস্থিতিক হান সৈনিক কিজনে সন্দেহৰ চকুৰে চাবলৈ বাধ্য হ'ল ।

'লাচা নগৰীত লোক গণনা চলি আছে । তাৰেই কামত আহিছোঁ ।" হান দলপতিজনৰ উত্তৰত খাম্পা কিজনৰ খং আৰু চৰিল ।

"এই দেশত কিমান মানুহ আছে । সেই কথা জানিবলৈ তহঁতৰ কি প্ৰয়োজন হৈছে ? এই দেশৰ গৰাকী তহঁতক কোনে পাতিছে - যৰ পৰা আহিছ সেই দেশলৈ উভতি নাযাব কিয় ?" বাক্ বিতণ্ডা বাঢ়ি উঠিল ।

"এইবিলাক কথা আমাক কৈ একো লাভ নহ'ব । আমাৰ ওপৰত

বিষয়া আছে তেওঁলোককে ক'বাগৈ ।"

"ইয়াৰ মানুহৰ নাম লিখিব নোৱাৰ । নাম লিখিব নিদিয়ে বুলি তইঁতৰ জেনেৰেলক কৈ দিবি- যা ইয়াৰ পৰা ।"

খাম্পা কিজানে নিজৰ মনোভাৱ অকপটভাৱে শুনাই দিলে ।

"কথাটো ভাল নকৰিলা কিন্তু । আমাৰ কামত বাধা দিয়াৰ পৰিণাম ভুগিব লাগিব ।"

"পৰিণামৰ ধমকি কাক শুনাইছ ? আমাৰ যি আছিল সকলো শেষ হৈছে । বাকী আছে এই জীৱনটো' ।" এইবুলি কৈ সিহঁতে কান্ধৰ ৰাইফল হাতত তুলি ল'লে ।

"ঠিক আছে গণনা নকৰো বাৰু । আমি উভতি অহালৈ তইঁতে ইয়াতে থাকিবিনে ?" অপমানিত হান সৈনিক কিজনে পৰিস্থিতিক তেনেকৈয়ে চম্ভালি ল'বৰ চেষ্টা কৰিলে ।

"ইয়াত থাকিম নে ক'ত থাকিম সেইটো আমাৰ কথা । কিন্তু নমৰালৈকে এই দেশৰ মাটিতে থিয় দি থাকিম জানিবি ।"

খাম্পা কিজনৰ সেই দৃঢ় মন্তব্য শুনি হান সৈনিক উভতি গ'ল । সিহঁতক যাব ধৰা দেখি চেমনীয়া ল'ৰা কিছুমানে 'হান উভতি যা' 'হান উভতি যা' বুলি ইতিকিং কৰিলে ।

এনেদৰেই পাৰ হৈ গ'ল লাচা নগৰীৰ আৰু এটা অশান্ত দিন । শান্তিপূৰ্ণ মীমাংসাৰ সম্ভাৱনাও পিচুৱাই গ'ল আৰু এটা দিনৰ বাবে ।

লাচা নগৰীৰ উৰ্দ্ধমুখী উত্তেজনাৰ অন্তৰালত ভগনীয়া খাম্পাসকলেই প্ৰধান ভূমিকা লৈছে বুলি সামৰিক কৰ্তৃপক্ষৰ সন্দেহ ক্ৰমাৎ ঘনীভূত হৈ পৰিল । বিশেষকৈ পূব তিব্বতৰ পৰা পলাই অহা বিদ্ৰোহীসকলে লাচাৰ ভগনীয়া শিবিৰতে আত্মগোপন কৰি আছে বুলি হান সামৰিক কৰ্তৃপক্ষ পতিয়ন গ'ল । লোক পিয়লৰ নামত সেই বিদ্ৰোহীসকলক চিনাক্ত কৰি উলিয়াবলৈ হান জেনেৰেল কিজন তৎপৰ হৈ উঠিল । আত্মগোপন কৰি থকা বিদ্ৰোহীসকলৰ বিৰুদ্ধে হান অভিযান আৰম্ভহোৱাৰ সম্ভাৱনাই খাম্পাসকলক চিন্তিত কৰি তুলিলে । সকলো খাম্পাকে বিদ্ৰোহী শ্ৰেণীত নেপেলাবলৈ তেওঁলোকে দালই লামাৰ যোগেৰে সামৰিক কতৃপক্ষলৈ আবেদনো জনালে । কিন্তু সেই আবেদন নৰজিল । সামৰিক কতৃপক্ষৰ দৃষ্টিত সকলো খাম্পা বিদ্ৰোহী বুলি পৰিগণিত হ'ল ।

ইতিমধ্যে পূব তিব্বতৰ পৰা প্ৰকাশিত এখন বাতৰি কাকতৰ ছবিয়ে লাচাবাসীক অধিক উত্তেজিত কৰি তুলিলে । বাতৰি কাকতখনৰ

সেই বিশেষ সংখ্যাত প্ৰকাশিত ছবিত দেখুওৱা হ'ল কিছুমান সিৰচ্ছেদ কৰা মানুহৰ মূৰ । শিৰোনামাত লিখা হ'ল "প্ৰতিক্ৰিয়াশীল অপৰাধীৰ শাস্তি" বুলি । এই ছবিয়ে হান নৃশংসতাক লাচাবাসীৰ সন্মুখত উদঙাই দিলে । সামৰিক কৰ্তৃপক্ষৰ আন্তৰিকতাত লাচাবাসীয়ে আস্থা হেৰুৱাই পেলালে । এই নৃশংস অত্যাচাৰ সমগ্ৰ তিব্বত দেশতো অচিৰে বিয়পি পৰিব বুলি মানুহৰ মনত শঙ্কা উপজিল । সশস্ত্ৰ সংগ্ৰামেই একমাত্ৰ পথ হ'ব বুলি ধৰি লৈ শিবিৰ এৰি যাবলৈ আৰম্ভ কৰিলে স্বাধীনচিতীয়া খাম্পাসকলে । এজন দুজনকৈ শ শ সশস্ত্ৰ খাম্পাই নিশা নিশা এন্ধাৰৰ সুযোগ লৈ শিবিৰ এৰি গুচি গ'ল । গণ মুক্তি ফৌজে বাটে বাটে অবৰোধৰ প্ৰতিবন্ধক থিয় কৰালে যদিও সেই অবৰোধৰ সুকগুৱে শ শ সশস্ত্ৰ খাম্পা ওলাই গ'ল ল্যাচা নদীৰ পাৰলৈ । য়াক ছালেৰে সজা চাৰিকোণীয়া ভূৰত উঠি সিহঁত সেই নৈও পাৰ কৰিলে । সকলো নিজৰ নিজৰ পৰিয়ালকো লগত লৈ গ'ল ।

য়াক ছালৰ এই ভূৰ ভটিয়াইহে যাব পাৰে, উজাই যাব নোৱাৰে । নামনি ঘাটত মানুহ নমাই দি ছালবিলাক খুলি পেলোৱা হয় । খুলি পেলোৱা ছালবিলাক ঘোঁৰাৰ পিঠত তুলি উজান ঘাটলৈ কঢ়িয়াই অনা হয় । পুনৰ ভূৰ সাজি লোৱা হয় উজনি ঘাটত । এয়ে তিব্বত দেশৰ জল পৰিবহণৰ একমাত্ৰ পদ্ধতি । এনেদৰেই পাৰ হৈ গৈছে সহস্ৰ বছৰ । এই পদ্ধতিতে নিৰ্ভৰ কৰি চাংপো নৈৰ দুয়ো পাৰে গঢ়ি উঠিছিল তিব্বতবাসীৰ নিজস্ব সভ্যতা আৰু সংস্কৃতি । এই ভূঁৰতেই চাংপো নদী পাৰ কৰি ৰজা চংষ্টেন গাম্পোৱে লাচাত ৰাজধানী পাতিছিল । চীনা ৰাজকুমাৰীকো এই ছালৰ ভূৰতে তুলি আনিছিল লাচাৰ প্ৰাসাদলৈ । আৰু এই ভূৰতেই উঠি গুৰু পদ্ম সম্ভৱ আহিছিল বৌদ্ধ ধৰ্মক প্ৰতিষ্ঠা কৰিবলৈ । মানস সৰোবৰৰ নামনিতে চাংপো নৈ পাৰ হৈছিল ভাৰতীয় মহান তান্ত্ৰিক আটিচা বা দীপঙ্কৰ শ্ৰীজ্ঞানে । ছালৰ ভূৰেৰে চাংপো নৈ পাৰ কৰি দিওতে ঘাটোৱালে মূল্য নুখুজি দীপাঙ্কৰ শ্ৰীজ্ঞানক সেৱাহে কৰিছিল । অত্যাচাৰী ৰজা লাংডাৰ্মাই বিনাশ কৰি যোৱা গুৰুৰ ধৰ্ম পুনৰ প্ৰতিষ্ঠা কৰি দিবলৈ ঘটোৱালে হয়তো মিনতি জনাইছিল- 'হে গুৰু তোমাক পাৰ কৰো যদিহে তুমি মোৰ ধৰ্মক প্ৰতিষ্ঠা কৰি থৈ যোৱা' । এই সকলো কথা হাজাৰ বছৰ পুৰনা হ'ল । বেলি মাৰ গ'ল যদিও আকাশত সেই বেলিৰ সোণোৱালী আভা থাকি গ'ল হাজাৰ বছৰলৈ ।



"ভয় লাগিছে নেকি পেমাদো ?"

মাকক সাৱট মাৰি ধৰি থকা পেমাই নৱবুৰ প্ৰশ্নৰ কোনো উত্তৰ নিদিলে। চাংপো নৈৰ প্ৰবাহিত শীতল জলৰাশিত তাইৰ দৃষ্টি আবদ্ধ হৈ থাকিল। জীৱনত এয়ে প্ৰথম তাই ছালৰ ভুৰত উঠি নৈ পাৰ কৰিব ওলাইছে।

"ভয় কৰিছ নেকি ?" মুখেৰে একো নক'লে যদিও মুৰটো অলপ দুপিয়াই মনৰ ভয় প্ৰকাশ কৰিলে। চকু চল্‌চলীয়া হ'ল যদিও মোহাৰি লবলৈ লাজ পালে। ভুৰখনত আৰু চাৰিজন মানুহ বহি গৈছিল। তাৰে দুজন বাপেকৰ লগৰীয়া খাম্পা আৰু আন দুজন লাচাৰ মানুহ, বাপেক পুতেক। পেমাই আন বিলাকৰ উপস্থিতিক ভ্ৰুক্ষেপ নকৰিলে যদিও ল'ৰাজনে দেখে বুলি চকু মোহাৰিবলৈ লাজ পালে। ল'ৰাজন তাইতকৈ বয়সত অলপ ডাঙৰ হলেও গঢ়ে গঠনে কঁহকঁহীয়া ডেকা। ভৰিত পিন্ধি অহা ৰঙা নীলা উলেৰে ফুল বছা 'চোম্বা' বুট জোতাযোৰ চকুত লগা। তাই পিন্ধি থকা যোৰতকৈও ধুনীয়া আৰু নতুন। চুবাটোও নিমজ। খহটা নহয়। পাৰি বিলাকো ৰেচমি কাপোৰৰ। মুৰত ফাৰৰ টুপি। চুৱাৰ ভাঁজত সুমুৱাই থোৱা সৰু দাখনৰ নালটোও ৰূপৰ বনকৰা। সুঠাম হাতৰ আঙুলি কিটাও ধুনীয়া। ৰঙীন পাথৰ খটোৱা আঙঠিকিটাও আঙুলিৰ সৈতে মিলিপৰা দেখিলে পেমাই। ল'ৰাটোৰ গাল দুখন পুৱাৰ ৰ'দত বেছি ৰঙা পৰা যেন লাগিল তাইৰ। তালৈ পাকে পতি চাই থাকিবলৈ মন গ'ল পেমাৰ। এতিয়া পেমা পাটগাভৰু হ'ল- যৌৱনৰ দুৱাৰদলিত আহি থিয় দিছে তাই। ইমান দিনে লাজ কি তাই বুজি পোৱা নাছিল। সঙ্কোচতাই যে প্ৰথম লাজ সেই উপলব্ধিয়ে তাইৰ মনত ভুমুকি মাৰিলে। হঠাতে ল'ৰাটোৰও দৃষ্টি আহি পেমাৰ চকুত পৰাত তাই চকু নমাই ললে। "আৰু কিমান যাব লাগিব আমা ?" বুলি সুধি তাই গা লৰাই বহিল।

"মই নাজানো পেমা"- তোৰ পাপাই হে কব পাৰিব।

চোনাম নৱবুৱে তেতিয়া বাকী দুজন খাম্পাৰ সতে কথা পাতি

আছিল। বহুতো খাম্পা বিদ্রোহীৰ নিচিনাকৈ সিও লাচাৰ শিবিৰ পৰিত্যাগ কৰি গুছি আহিছিল চাংপো নৈৰ দক্ষিণ পাৰলৈ। চাংপো নৈৰ দক্ষিণ পাৰতে আছে বিশাল 'গাডেন' মঠ। এইটোৱেই তিব্বত দেশৰ বৃহত্তম ধৰ্মীয় মঠ। লাচা নৈখন নিশাৰ আন্ধাৰত পাৰ কৰাই দিছিল চুছি গ্যানদ্রুকৰ গৰিলা সদস্যই। নৰবুইঁতে এই অঞ্চলৰ আও ভাও একো নাজানে কাৰণে বাট দেখুৱাই দিলে এই অঞ্চলৰ বিদ্রোহী সদস্যই। এনেদৰে সহযোগিতাৰ হাতবিলাক নিজে নিজেই আগবাঢ়ি আহিল। যোঁৰা লাগিলে ঘোঁৰাও দিলে। খাদ্য সামগ্ৰীও আহিল নোখোজাকৈয়ে।

গাডেন এক প্ৰাচীন মঠ। ধৰ্মীয় বিশ্ববিদ্যালয় পৰ্য্যায়ৰ। তিব্বতীয় শিক্ষা ব্যৱস্থাৰ সৰ্বোচ্চ 'গেচে' উপাধিৰ বাবে এই মঠতে পৰীক্ষা লোৱা হয়। সৰ্বসাধাৰণ পৰীক্ষাৰ্থীৰ নিচিনাকৈ ধৰ্মীয় গুৰু দালাই লামাও আহি এই মঠৰ পৰীক্ষকৰ সন্মুখত থিয় দিব লাগে। অৱতাৰী পুৰুষ বুলিও কোনো ৰেহাই দিয়া নহয়। অৱশ্যে দালাই লামাই পৰীক্ষা দিবৰ দিনা হাজাৰ হাজাৰ মানুহ আহি থিয় দিয়ে মৌন প্ৰতীক্ষাত। দালাই লামাৰ প্ৰতিটো উত্তৰৰ লগে লগে মৌন জনতাৰ বুকুৰপৰা ওলাই আহে স্বস্তিৰ নিশ্বাস।

এখন নিম্ন উচ্চতাৰ পাহাৰত অৱস্থিত গাডেন মঠৰপৰা লাচা নগৰীখন স্পষ্টভাৱে চকুত পৰে। আন ঘৰবিলাক চিনি নাপালেও সু-উচ্চ পোতালাটো পৰিষ্কাৰভাৱে চকুত পৰে। চাৰি হাজাৰ ভিক্ষু নিবাসী এই মঠৰ কেইখাটাও স্তৰ আছে। প্ৰতিটো স্তৰতে আছে অসংখ্য কক্ষ। দূৰৈৰ পৰা এই মঠটো এখন বিশাল শিলৰ মৌ বাহ যেন দেখি।

বিদ্রোহী সংগঠন 'চ্যুছি গ্যানদ্রুক'ৰ গুপ্ত ঘাটি বহিছে এই গাডেন মঠতে। হান সামৰিক শক্তিৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰামৰ আঁচনিও প্ৰস্তুত কৰা হৈছে এই গুপ্ত ঘাটিতে। বিদ্রোহৰ নেতৃত্ব ল'বলৈ আগবাঢ়ি আহিছে বহু কেইজন শীৰ্ষস্থানীয় ব্যক্তি। অকল খাম্পাসকলেই যে আহিছে এনে নহয়। অঘৰী গোলোক আৰু হৰ্পাসকলৰ নেতাও আহি যোগ দিছে এই গুপ্ত ঘাটিত।

"প্ৰথমে আপোনালোকক মোৰ অভিনন্দন জনালো। দেশ আৰু গ্যায়েলা ৰিম্পোচেৰ এই বিপদৰ দিনত আমাৰ মিলিত শক্তিয়ে এখন শিলাময় পৰ্ব্বতৰ নিচিনাকৈ থিয় দিব লাগিব। এই দেশৰ ভবিষ্যত আজি আপোনালোকৰ নিচিনা দৃঢ় মনৰ নিংপাৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰিছে। হানৰ বিশাল সামৰিক শক্তি আছে সেই কথা আমি উলাই কৰিব

নোৱাৰোঁ। সিহঁতৰ লগত মুখামুখি যুদ্ধত আমি তিষ্ঠিব নোৱাৰিম এইটোও সঁচা কথা। গতিকে গুপ্ত সংগ্ৰামেই আমাৰ বাবে একমাত্ৰ ৰণকৌশল হ'ব লাগিব। আমি কোনো নিৰ্দিষ্ট ঘাটি পাতি যুদ্ধ কৰিব নোৱাৰিম। সেই কাৰণে আমি চলন্ত যুদ্ধৰ কৌশল ল'ব লাগিব। চাংপো নৈৰ দক্ষিণে ভাৰতৰ সীমা জুৰি থিয় দি আছে অলংঘনীয় হিমালয় পৰ্বত। এই বিশাল পৰ্বতৰ চুকে-কোণে আমি বিয়পি পৰিলে হানে আমাক সহজে বিনাশ কৰিবলৈ সক্ষম নহব বুলি মই ভাবো। আমি পৰ্বতীয়া মানুহ পৰ্বতেই আমাৰ ঘৰ। আমাৰ বিৰুদ্ধে যুঁজিবলৈ হ'লে হান সৈনিকক আলিবাট লাগিবই। হানে সাজি লোৱা আলিবাটবিলাকেই সিহঁতৰ দুৰ্বলতা। লক্ষ লক্ষ সৈনিক আনিলেও সিহঁতে এই আলিবাটসমূহক সুৰক্ষা কেতিয়াও দিব নোৱাৰিব। গতিকে এই আলিবাটসমমূহৰ ওপৰতেই আমি ক্ৰমাগত আক্ৰমণ চলাই যাব লাগিব। আলিবাট পহৰা দিবলৈ হানে ঠায়ে ঠায়ে শিবিৰ পাতিব লাগিব। গতিকে দুৰ্বল শিবিৰবিলাকো আমাৰ আক্ৰমণৰ লক্ষ্য বস্তু কৰি ল'ব পাৰিম। এডাল দীঘল সাপক য'তে ত'তে আঘাত কৰিলে সি লৰচৰ কৰিব নোৱাৰা হয় এই কথা সকলোৱে জানে। মনত ৰাখিব সিহঁতৰ পৰা লুটি অনা অস্ত্ৰই আমাৰ অস্ত্ৰ হ'ব আৰু সিহঁতে কঢ়িয়াই অনা খাদ্যকে কাঢ়ি খাই আমি আমাৰ জাতীয় ৰণখন চলাই যাব লাগিব। এই অনিয়মিত গুপ্ত ৰণখনৰ কোনো নিৰ্দিষ্ট সময় সীমা নাথাকিব। আমাৰ জীৱনকালত হানক খেদি পঠাব নোৱাৰিলেও আমাৰ বংশধৰসকলে এই মুক্তিৰণ চলাই যাব লাগিব। সেই দীৰ্ঘ প্ৰস্তুতিকো এতিয়াৰপৰাই আমি হাতত ল'ব লাগিব। আমাৰ জাতীয় ৰণখনৰ এয়ে হ'ব থুলমূল কৌশল। মোৰ পৰামৰ্শ ইমানেই।"

কথাখিনি কৈ 'চেপন্ নাম্‌চেলিং' ৰহিল। উচ্চপদ এৰি দি বিদ্ৰোহত যোগ দিয়া নাম্‌চেলিং নিয়মিত যোদ্ধা নহয় যদিও যুঁজৰ এজন নিৰ্ভৰশীল নেতা বুলি সকলো গেৰিলা গোটে মানি লৈছে। নাম্‌চেলিঙৰ কথা শেষ হোৱাত চোনাম নৰবু থিয় দি উঠিল।

'কু-ঙো'ৱে যিখিনি গুৰুত্বপুৰ্ণ কথা ক'লে মইও তাত সম্পূৰ্ণ একমত হৈছোঁ। আমি ক'ত থাকিম হানে জানিব নালাগিব। আমি কেতিয়া ক'ত আঘাত কৰিম সেই কথা অকল আমিয়েই জানিম। আত্মঘাটী আক্ৰমণ সেই কথা অকল আমিয়েই জানিম। আত্মঘাটী আক্ৰমণ আমি কৰিব নোৱাৰোঁ। আমাৰ শক্তি সংৰক্ষণ কৰিয়েই আমি যুঁজি যাব লাগিব। হানক আমি আক্ৰমণ কৰিম আমাৰ নিজৰ সময়ত, আমাৰ বাবে

সুবিধাজনক স্থানত আৰু সু-পৰিকল্পিত প্ৰস্তুতিৰে । অৱশ্যে বাহিৰৰপৰা, অহা সাহায্যৰ অবিহনে আমি বৰ অকলশৰীয়া হৈ পৰিব লাগিব বুলি বহুতৰে মনত চিন্তাও হৈছে । এই বিষয়ে 'কু-ঙো'ৰে কি জানে আমাকো জনাব লাগে ।'

কথা শেষ কৰি নৰবু বহাত নামচেলিঙে পুনৰ থিয় দিলে ।

"ভাল কথা । মই যিমানখিনি জানিব পাৰিছোঁ, আমেৰিকা দেশৰপৰা আমাৰ যুঁজাৰু সকলক অস্ত্ৰ-পাতি যোগান ধৰাৰ উপৰি প্ৰশিক্ষণৰো ব্যৱস্থা কৰা হৈছে"

"কিন্তু ক'ত থাকিম বা আমাক অস্ত্ৰপাতি কেনেদৰে যোগান ধৰা হ'ব এইবিলাক কথা 'কু-ঙো'ৰে আমাক ভালদৰে বুজাই ক'ব লাগে ।"

"এই কথাবিলাকেই এতিয়া আমি আলোচনা কৰি ঠিক কৰিব লাগিব । দেশৰ উত্তৰ অঞ্চলত থাকি আমি যুঁজিব নোৱাৰিম । চাংথান্ মালভূমিত গোপন আশ্ৰয় ল'বৰ ঠাই অকণো নাই । বসতি বিহীন এই মালভূমিত সোমাই পৰিলে আমাৰ যুঁজাৰুসকল নাখায় মৰিব লাগিব । হানে ঘেৰাও দিলে আমাক সহজে বিচাৰি উলিয়াই নিঃশেষ কৰিও পেলাব পাৰিব ।"

"তেনেহলে চাংপো নৈৰ দক্ষিণতে যুদ্ধখন হবনেকি ?'

নৰবুৰ প্ৰশ্ন শুনি নামচেলিঙে মূৰ দুপিয়াই সমৰ্থন জনালে ।

"দক্ষিণেই আমাৰ বাবে উপযুক্ত ঠাই হব । ইতিমধ্যে শ শ যুঁজাৰু মানুহে হিমালয়ৰ বিভিন্ন ঠাইত গোপন ঘাটি পাতি লৈছে । বিভিন্ন গোটে নিজা নিজা ঘাটি পাতিছে যদিও আমাৰ মাজত যোগাযোগ ব্যৱস্থা গঢ়ি তুলিব লাগিব । হিমালয়ৰ সীপাৰে আমাৰ বন্ধুদেশ ভাৰত, নেপাল, ছিকিম আৰু ভূটান দেশ আছে । এই দেশ কিখনৰপৰা আমি সহায়-সহানুভূতি নিশ্চয় আশা কৰিব পাৰিম । ভাৰত আমাৰ মহামুনিৰ দেশ । নেপাল, ছিকিম আৰুভূটানৰ লগত আমাৰ ধৰ্মীয় সম্পৰ্ক আছে । প্ৰয়োজন আহিলে আমাৰ যুঁজাৰুসকলে সীমান্ত পাৰ কৰি এই দেশৰ মাটিত গৈ আশ্ৰয় লব প্যাৰিব । হিমালয় পৰ্বতৰ কঠিন পৰিবেশত হানে আমাৰ সমকক্ষ কেতিয়াও হব নোৱাৰিব । এই মুক্তিযুদ্ধ বহুত বছৰ দীঘলীয়া হ'ব । আমি আজি অকলশৰীয়া যেন হৈছোঁ যদিও এদিন পৃথিবীৰ মানুহে আমাৰ হৈয়ে মাতিব লাগিব । যদি নামাতে, তেনেহলে বৃহত জাতিৰ গ্ৰাসত পৰি ক্ষুদ্ৰ জাতি সত্ত্বাসমূহ এদিন পৃথিবীৰ পৰা লোপ পাই যাব আৰু মানৱতাৰ পৰিচয়ো তাৰ লগতে নাইকীয়া হৈ পৰিব ।'

চেপন নামচেলিঙৰ যুক্তিপূৰ্ণ কথাত শ্ৰোতাসকল অভিভূত হ'ল। শ্ৰোতাসকল গাৱঁৰ সৰল মানুহ- ৰাজনীতি কি, মতবাদ কাক কয় বুজি নাপালেও নিজৰ পৰিচয়খিনিক হলে বুজি পায়। নামচেলিংৰ কথাত সিহঁতৰ জাতীয় চেতনাখিনি অধিক মহীয়ান হৈ পৰাৰ লগতে ৰণলিপ্সা আৰু প্ৰগাঢ় হৈ পৰিল।

সেই গোপন সভাত যোগদান কৰিবলৈ অহা বেছি ভাগ মানুহেই আছিল খাম্পা যুঁজাৰু। পূব তিব্বতৰ অভিজ্ঞতাৰে পুষ্ট এই লোকসকল আছিল অদম্য সাহসী লোক। আকস্মিক আক্ৰমণ পদ্ধতিত এই লোকসকল অদ্বিতীয় যোদ্ধা বুলি জনাজাত যদিও গণমুক্তি ফৌজৰ ত্ৰিশ বছৰীয়া গণযুদ্ধৰ অভিজ্ঞতাৰ সন্মুখত তেনেই নগণ্য হৈ পৰিছিল। আধুনিক গৰিলা যুদ্ধৰ কৌশলসমূহ নজনাৰ ফলতেই সিহঁতৰ শ শ মানুহে অনাহকতে প্ৰাণ হেৰুৱাব লগা হৈছিল। সাহসৰ কোনো বিকল্প নাই যদিও সাহসী যোদ্ধাই শুদ্ধ বিচাৰত কেতিয়াও অৱহেলা নকৰে। নিজৰ শক্তি সংৰক্ষণ কৰি শত্ৰুৰ শক্তি ক্ৰমাগতভাৱে ক্ষয় কৰাটোৱেই শুদ্ধ বিচাৰ বুলি তেওঁলোকে জানে। এই সকলো কথা চেপন নামচেলিঙে দীঘলীয়া আলোচনা কালত সকলোকে বুজাই দিলে। আলোচনা কেইবাদিনো ধৰি চলিল। বিভিন্ন গৰিলা গোটক নিজৰ নিজৰ দলপতি বাচি লোৱাৰ অধিকাৰ দিয়া হ'ল সেই সভাত। প্ৰত্যেক গোটক দিয়া হ'ল গুপ্ত নাম আৰু আক্ৰমণৰ নিৰ্দিষ্ট সীমাও বান্ধি দিয়া হ'ল। গোপন যোগাযোগ কেনে ধৰণে চলিব সেই কথাও বুজাই দিলে নামচেলিঙে। সৰ্বসন্মতি ক্ৰমে সামূহিক দায়িত্ব অৰ্পণ কৰা হ'ল চেপন নামচেলিঙৰ ওপৰত।

অহিংস দেশৰ মানুহে হিংসাৰ পথত এনেদৰেই লাহে লাহে অগবাঢ়ি যাবলৈ বাধ্য হ'ল। নিজৰ অস্তিত্ব ৰখাৰ বাবে তিব্বতবাসীয়ে অৱশেষত সশস্ত্ৰ সংগ্ৰামক শেষ উপায় কৰি ললে। তেওঁলোকে দালাই লামাৰ শান্তিপূৰ্ণ সমাধান প্ৰচেষ্টাত আস্থা হেৰুৱাই পেলালে যদিও ধৰ্মীয় অনুগত্যক হলে ম্লান পৰি যাব নিদিলে। দেশ থাকিলে গ্যাল্লো ৰিম্পোচেও থাকিব আৰু গ্যাল্লো ৰিম্পোচে থাকে মানে তিব্বতীয় সভ্যতা সংস্কৃতিও নমৰে এই প্ৰতিজ্ঞালৈ হান সামৰিক শক্তিৰ বিৰুদ্ধে এখন অসমান যুদ্ধত সিহঁত জঁপিয়াই পৰিল।

জন্মস্থান পৰিত্যাগ কৰি হিমালয় পৰ্বতৰ বিশালতাৰ বুকুত আত্মগোপন কৰা সেই অমিত তেজা যুঁজাৰুসকলৰ নিঃসঙ্গতাৰ সঙ্গী হবলৈ সিদিনা কোনো দেশৰ মানুহ আগবাঢ়ি নাহিল। এটা সময়ত তিব্বত

দেশৰ সৈতে মিত্ৰতা স্থাপন কৰা বৃটিছ চৰকাৰেও তিব্বতবাসীৰ আবেদন প্ৰত্যাখ্যান কৰিলে । হাজাৰ বছৰ বিয়পা সংস্কৃতিৰ সৈতুখন পাৰঁহে তিব্বতবাসীৰ কাষত আহি থিয় দিবলৈ ভাৰত চৰকাৰেও ইতস্ততঃ কৰিলে । গণতান্ত্ৰিক মূল্যবোধ আৰু মানব অধিকাৰৰ বিশ্ব প্ৰহৰী স্বৰূপ মাৰ্কিন প্ৰশাসনেও এযাৰ মাত মাতিবলৈ আগবাঢ়ি নাহিল । আনকি ক্ষুদ্ৰ জাতিসত্ত্বাৰ বাবে নিৰাপত্তাৰ প্ৰতিশ্ৰুতি বহন কৰা ৰাষ্ট্ৰসংঘইও তিব্বত বাসীৰ ক্ষেত্ৰত নিমাত হৈ থাকিল । তিব্বত দেশৰ ঘটনা চীনদেশৰ আভ্যন্তৰীণ সমস্যা বুলি সকলোৱে গা এৰা দিলে । অকলশৰীয়া হৈ পৰিল এটা ক্ষুদ্ৰ জাতি আৰু এমুঠি মৰণ নেওচা মুক্তি যুঁজাৰু । হানৰ বিশাল সামৰিক শক্তিৰ বিৰুদ্ধে থিয় দিবলৈ তেওঁলোকৰ সম্বল আছিল মাত্ৰ কিছুমান পুৰণি ৰাইফল ।

ইতিপূৰ্বে কুম্বুম্ মঠৰ প্ৰাক্তন খেন্পো তথা দালাই লামাৰ ককায়েক থুবটেন জিগ্মে আহি লাচাত উপস্থিত হৈছিল । পূব তিব্বতবাসীৰ দুৰ্দশাৰ সকলো বিৱৰণ দাঙি ধৰি তেখেতেও দেশ এৰি গুচি যাব বিচাৰিলে । শান্তিপূৰ্ণ মীমাংসাত সম্পূৰ্ণ আস্থা হেৰুৱাই পেলোৱা থুবটেন দালাই লামাৰ হকাবাধাকো অগ্ৰাহ্য কৰিবলৈ বাধ্য হ'ল । এদিন ভিক্ষুৰ গেৰুৱা দাগাম খুলি থৈ বিদেশী শক্তিৰ সাহায্য বিচাৰি থুব্টেন্ গুচি গ'ল ইউৰোপলৈ ।

আনহাতে তিব্বতবাসীৰ সশস্ত্ৰ কমিউনিষ্ট বিৰোধী মানসিকতাৰ উমান পাই মাৰ্কিন যুক্তৰাষ্ট্ৰৰ চি, আই, এ বা কেন্দ্ৰীয় চোৰংচোৱা সন্থাই গোপন সামৰিক সাহায্য দিবলৈ আগবাঢ়ি আহিল । এই সন্থাই তিব্বতীয় গৰিলা ঘাটিসমূহত আকাশ মাৰ্গৰ পৰা পেৰাচুটেৰে অস্ত্ৰ শস্ত্ৰ পেলালে । সেই আধুনিক অস্ত্ৰ হাতত লৈ হান আগ্ৰসনক ওফৰাই দিবলৈ আগবাঢ়ি আহিল শ শ খাম্পা যুঁজাৰু ।

এনেদৰেই আৰম্ভ হ'ল এখন অসমান যুদ্ধৰ ৰক্ত ৰঞ্জিত ইতিহাস । এফালে থিয় দিলে লক্ষাধিক যুদ্ধ অভিজ্ঞতাপুষ্ট চীনৰ গণমুক্তি ফৌজ আৰু আনটো দিশত থিয় দি উঠিল স্বাধীনতাপ্ৰিয় তিব্বতীয় জাতি । আৰম্ভ হ'ল বস্তুবাদী সভ্যতা আৰু আধ্যাত্মিক সংস্কৃতিৰ তেজৰঙা সংঘাত । এটা শিবিৰত তিৰ্বিৰালে আগ্ৰাসনৰ ৰক্ত বৰ্ণ পতাকাশক্তি আৰু ৰাজনৈতিক একনায়কত্ববাদৰ দম্ভ । আনটো শিবিৰত লৰ্ফৰালে শান্তিৰ প্ৰতিক কিংখাপৰ হালধীয়া ধ্বজা — এক ঐতিহ্যমণ্ডিত সংস্কৃতিৰ প্ৰতীতি ।



"আৰু কেইদিন যাব লাগিব পা - লা ?"

"আৰু তিনিদিন । এই তিনিদিনৰ দূৰত্ব পাৰ কৰি যাব পাৰিলেই আমি নিৰাপদ ঠাই পামগৈ পেমাদো ।"

নৰবুৱে পেমাক উৎসাহ দিলে । পেমা এতিয়া চৌধ্য বছৰীয়া গাভৰু হ'ল । নিজে ঘোঁৰা চলাই যাব পাৰে ।

গাডেন মঠৰ আলোচনাত নৰবুৱে নিজেই বাচি লৈছিল দক্ষিণ-পূব তিব্বতৰ এইটো অঞ্চল । অঞ্চলটো কংপো নামে জনাজাত । কেইবাখনো উপত্যকাৰে গঠিত এই কংপো অঞ্চলটো তিব্বত দেশৰ শস্যভঁৰাল বুলিও জনাজাত । চাংপো নৈখন পশ্চিমৰপৰা বৈ আহি এই কংপো অঞ্চলতে দক্ষিণমুৱা হৈ ভাৰতৰ সীমাত প্ৰবেশ কৰিছে । চাম্‌দোৰ দক্ষিণ দিশত থকা এই অঞ্চলটোৰ বিষয়ে নৰবুৱে বহুত কথা জানে । ভাৰত সীমান্তৰ দূৰত্বও বৰ বেছি নহয় । পূব তিব্বতৰ খাম্পা উপজাতিৰ লোক সকলে নিইংচি বোলা সৰু চহৰখনৰ ওচৰতে চাংপো পাৰ কৰি ভাৰত সীমান্তলৈ অহা - যোৱা কৰে । তিব্বতৰ এই দক্ষিন-পূব দিশতে আছে 'নাম্‌চে বাৰওৱা' পৰ্বতমালা । নাম্‌চে বাৰওৱা পৰ্বতমালা পাৰ কৰিলেহে ভাৰত সীমান্তলৈ যাব পৰা হয় । সীমান্ত পাৰ কৰিলেই ভাৰতীয় প্ৰশাসন কেন্দ্ৰ 'লাক্‌চিন' পায় ।

অধিকৃত তিব্বতত চীনা সামৰিক কৰ্তৃপক্ষই পূব তিব্বতৰ পৰা লাচা অভিমুখে যি দুটা প্ৰধান আলি নিৰ্মাণ কৰি উলিয়াইছে তাৰে দক্ষিণৰ আলিটো নিইংচি চহৰৰ মাজেৰেই পাৰ কৰি গৈছে । ভাৰত সীমান্তৰ সমান্তৰালভাৱে সাজি উলিওৱা এই আলিটো সামৰিক দিশৰপৰা অতি গুৰুত্বপূৰ্ণ । নিৰাপত্তাৰ খাতিৰত অকল সামৰিক যানহে এই আলিৰে অহা-যোৱা কৰে । এই আলিটো কেইবা ঠাইটো চাংপো নৈ পাৰ কৰিব লাগে । এই আলিটোৰ ওপৰত আক্ৰমণ চলোৱাৰ দায়িত্ব দিয়া হৈছে নৰবুৰ নেতৃত্বাধীন গৰিলা বাহিনীটোক । এই বাহিনীৰ সৰহ সংখ্যক গৰিলাই হৈছে খাম্পা মানুহ । এই মানুহবিলাকৰ লগত পৰিয়ালো আহিছে

কেইটামান । নৰবুৰ লগত প্ৰায় দেৰশ মান লোক আহিছে । ইতিমধ্যে চাংপো নৈ পাৰ কৰি নামচে বাৰওৱা পৰ্বতমালাত পূব তিব্বতৰ পাঁচশ মানুহে আত্মগোপন কৰিছে বুলি নৰবুৱে গম পাইছে । গাডেন মঠৰপৰা পৰ্বতীয়া চুটি পথেৰেই আহিছিল নৰবুৰ বাহিনীটো । পোন্ধৰ দিনৰ মূৰকত নিইংচিৰ সমীপত আহি উপস্থিত হওঁতে গাঁৱৰ মানুহে আদৰি নিছিল নৰবুৰ দলটোক । গাঁৱখনৰ নাম জেঠাং । নামচে বাৰওৱা পৰ্বতমালত অৱস্থিত গাওঁখন সৰু যদিও এই অঞ্চল প্ৰভাৱশালী গাঁও । নিইংচি নতুন চহৰখনৰ পৰা এই জেঠাং গাঁৱৰ দূৰত্ব তিনিদিনৰ বাট যাব লাগে খোজকাঢ়ি নতুবা ঘোঁৰাত । নিইংচি নতুন চহৰখনৰ পৰা ভাৰত সীমান্তলৈ এটা নতুন উপ আলিৰ নিৰ্মাণ কাম আৰম্ভ হৈছে যদিও সম্পূৰ্ণ হ'বলৈ বহুত বাকী । এই আলিত কাম কৰা সকলো মানুহ গাঁৱৰ । ওচৰ-পাজৰ গাঁৱৰপৰা ধৰি অনা মানুহ । বয়সৰ বা স্ত্ৰী-পুৰুষৰ কোনো বাচ-বিচাৰ নাই । প্ৰথমতে কোনো মানুহ আহিব খোজা নাছিল । পিচত আহিবলৈ বাধ্য কৰোৱা হৈছে । গণ মুক্তি ফৌজে একোখন গাঁৱ ঘেৰাও কৰি গৰুৰ পাল খেদাদি মানুহক খেদি লৈ আহিছিল । তাৰ মাজৰে পৰা বহুত মানুহে সৰকি পলাই গৈছিল । পলাই গৈছে পৰ্বতৰ ওপৰলৈ । লগত লৈ গৈছে নিজা নিজা ৰাইফল । সিহঁত আৰু উভতি নাহে বুলিয়েই গুচি গৈছে । ৰাষ্ট্ৰ সন্ত্ৰাসেই জনগণক বিদ্ৰোহী কৰি তোলে এয়ে তাৰ প্ৰমাণ ।

জেঠাং গাঁৱখনত সোমায়ে নৰবুৰ মনটো ভাল লাগি গ'ল । পোন্ধৰটা ঘৰৰ গাঁও যদিও প্ৰতিটো পৰিয়াল অৱস্থাপন্ন । অকল ভেৰাছাগলী আৰু য়াক পুহিয়েই পৰিয়ালবিলাক অৱস্থাপন্ন হৈছে । একেটা পৰিয়ালৰে এশ ডেৰশকৈ য়াক আছে । নিইংচিৰ সমতল উপত্যকাতে এই জন্তুৰ পালসমূহ ৰাখে । তাতে চৰায় আৰু মোনে মোনে মাখন আৰু 'শ্বিজ' উৎপন্ন কৰে । নিইংচিৰ অদূৰত থকা 'বায়ী' বোলা ডাঙৰ বজাৰখনতে বিক্ৰী কৰে ।

গণমুক্তি ফৌজে আহি নিইংচিতে এতিয়া ডাঙ সামৰিক কেন্টনমেন্ট পাতিছে । আলিও সাজিছে আৰু নিজৰ আধিপত্যক কট্‌কটীয়া কৰি তুলিবলৈ জনগণৰ জীৱনধাৰাকে ওলট-পালট্ কৰি পেলাইছে । কেণ্টনমেণ্টৰ ওচৰে-পাজৰে থকা গাঁওবিলাকক সামৰিক নিয়ন্ত্ৰণৰ অধীনলৈ আনি গাঁওবাসীৰ চাল-চলনৰ ওপৰত কঠোৰ প্ৰতিবন্ধকতা আৰোপ কৰিছে । কোনো মানুহ এতিয়া বিনা অনুমতিত ক'লৈকো অহা-যোৱা কৰিব নোৱাৰে । গণনাতকৈ এজন কম ওলালেই গাঁওবাসীয়ে কাৰণ দৰ্শাব

লাগে। কাৰণ দৰ্শাব নোৱাৰিলে সকলো গাওঁবাসীয়েই কঠোৰ শাস্তি ভুগিব লাগে। এজন বেছি ওলালেতো কথাই নাই। ক'ৰ মানুহ ক'ৰ পৰা আহিলি বুলি শিবিৰলৈ ধৰি লৈ যায়। তাৰ পিচৰে পৰা নোহোৱা হৈ যায় সেইজন মানুহ। মানুহজনৰ কি হল বুলি সুধিব গলেও বিপদ। সোধোতা জনো একেদৰেই নোহোৱা হৈ যায়। বহুতো মানুহে ল'ৰা তিৰোতা লৈ পলাই গৈছে নামচে-বাৰওৱা পৰ্বতলৈ। যি সকল থাকি গৈছে সিহঁতেও পলাবলৈ সুৰুঙা বিচাৰি আছে। পলাব বিচাৰি বহুত ধৰাও পৰিছে। পলাওতাজনৰ ওপৰত চলিছে অমানুষিক নিৰ্যাতন। এতিয়া শাৰীৰিক নিৰ্যাতন, ধৰ্ষণ আৰু হত্যাৰ বজাৰ বহিছে নিইংচিত।

ৰাষ্ট্ৰীয় সন্ত্ৰাসৰ এই কাৰ্যসূচীৰ লগে লগে চলিছে ৰাজনৈতিক প্ৰচাৰ আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ উপহাৰ আৱন্টন। সন্ত্ৰাসেৰে ভাঙি পেলাব খোজা মানুহৰ মনবিলাক হান কমিউনিষ্টে কিনিব বিচাৰিছে ক্ষুদ্ৰ উপঢৌকনেৰে। বহুজনে আত্মসমৰ্পনো কৰিছে এই প্ৰলোভনৰ ওচৰত। হানবিৰোধী মানুহক ধৰাই দিয়াৰ ক্ষমতা পাই এই সকল স্বজাতি বিৰোধীয়ে অনৈতিকতাৰ অতল পঙ্কত আকণ্ঠ ডুব যোৱা দেখি মানুহে হায় হায় কৰিলে। তথাপি শ শ মানুহ গুচি গ'ল পৰ্বতলৈ। ঘৰ-দুৱাৰ সা-সম্পদ সকলো এৰি থৈ গৈছে পিছ পিনে। কিন্তু লগত লৈ গৈছে ঐতিহ্যক আৰু আত্মসন্মানক। আঘাত সিহঁতে সহি লৈছে যদিও আঘাত হানিবলৈ সুযোগ বিচাৰি ফুৰিছে পৰ্বতে-বননিয়ে।

চোনাম নৰবু আৰু গৰিলা দলটো জেঠাং আহি পোৱাৰ বাতৰি পাই এজন দুজনকৈ তিনিদিনৰ ভিতৰত আৰু দুশ খাম্পা আহি জেঠাং মঠত গোট খালেহি। মঠটো আছে গাঁওখনৰ এমূৰে। অলপ ওখ ঠাইত থকা মঠটো সৰু হ'লেও সুন্দৰ। এশ মান ভিক্ষু থাকে মঠটোত। জেঠাঙলৈ আহি নৰবুহঁতেও ঘাটি পাতিলে এই মঠতে। সমবেত হোৱা যোদ্ধাসকলৰ লগত কেইবাজনো পূব তিব্বতৰ সম্ৰান্ত খাম্পা ব্যক্তিও আছিল। এই ব্যক্তিসকলৰ কথা নৰবুৱে আগতেই শুনিছিল। এই লোকসকলৰ বহুতেই সুদূৰ চাম্‌দো অঞ্চলৰপৰা আহি নাম্‌চে বাৰওৱা পৰ্বততে আত্মগোপন কৰি আছিল। নিইংচি অঞ্চলৰ মানুহো আছিল। নৰবুহঁতে পূব তিব্বত এৰি লাচালৈ গুচি যোৱাৰ পিচত আৰু কি কি ঘটিছিল সেই সকলো কথা এতিয়াহে শুনিলে। বৰ্ণনা দিলে এই সম্ৰান্ত লোকসকলেই।

"আজিৰ পৰা ছমাহ আগৰ কথা। চামাদোৰ এখন আলোচনা

সভালৈ মোক মাতি পঠাইছিল । তাতৈগে দেখিছিলো অকল ময়ে নহয়, খাম অঞ্চলৰ তিনিশ পঞ্চাশজন মুখিয়াল মানুহকো মাতি অনা হৈছিল সেই আলোচনা সভালৈ । মাতি নিয়াৰ কাৰণটো আমাক তেতিয়ালৈকে কোৱা নাছিল ।"

কথাখিনি কৈ 'বাম্‌দা - পা' ক্ষন্তেক ৰ'ল ।

চাম্‌দোলৈ যোৱাৰ বাবে কিছুমান মানুহক সিহঁতে গাড়ী মটৰো দিছিল । আমাৰ বাম্‌দা গাঁৱৰ মাজেৰে পাৰ হৈ যোৱা আলিটো তেতিয়াও সম্পূৰ্ণ হৈ উঠা নাছিল কাৰণে মই ঘোঁৰাৰেই গৈছিলোঁ ।"

"আমাৰ মানুহক গাড়ী মটৰ দিবলৈ হান কেতিয়াৰ পৰা ইমান ভাল মানুহ হ'ল বাম্‌দা- পা"? নৰবুৱে পূব তিব্বত এৰি অহা সম্ভ্ৰান্ত মানুহজনক বাম্‌দা-পা বুলিয়েই সম্বোধন কৰিলে । নিজৰ প্ৰকৃত পৰিচয় লুকুৱাই ৰাখিবলৈ সম্ভ্ৰান্ত ব্যক্তিজনে নিজকে বামদা-পা বুলিয়েই পৰিচয় কৰালে । বাম্‌দা গাঁৱৰ মানুহ কাৰণে সকলোৱে বামদা-পা বুলিয়েই মাতিলে ।

"অকল মটৰ গাড়ী দিয়াই নহয়- প্ৰথম অভ্যৰ্থনাৰ ৰেহৰূপ দেখি সিহঁতৰ নীতি সলনি হৈছে বুলিয়েই আমি ভাবি লৈছিলোঁ । গ্যাল্লো ৰিম্পোচেৰ চীন ভ্ৰমণৰ ফলতেই এই পৰিৱৰ্তন ঘটিছে বুলি ধৰি লৈ আমি আনন্দিত ও হৈছিলোঁ ।"

"তাৰ মানে ভিতৰি কথা বেলেগ আছিল নেকি ?"

নৰবুৰ প্ৰশ্ন শুনি বাম্‌দা-পাই মিচিকিযাই হাঁহিলে ।

"হানক ইমান সৰল বুলি বিশ্বাস হয় জানো ? খাম্পা অঞ্চলৰ গণ্যমান্য মানুহৰ সেই আলোচনাত হানসকলে এক অদ্ভুত প্ৰস্তাৱ দাঙি সকলোৰে সমৰ্থন বিচাৰিলে । খাম অঞ্চলৰ এক লাখ পৰিয়ালক সামৰি কেইবা হাজাৰখন যৌথ কৃষি পাম প্ৰতিষ্ঠা কৰাৰ কথা সেই প্ৰস্তাৱত উল্লেখ কৰা হ'ল । সভাত উপস্থিত থকা তিনিশ পঞ্চাশজন মানুহৰ ভিতৰত মাত্ৰ চল্লিছজনেহে সেই প্ৰস্তাৱক মানি ল'লে । বাকীসকলে সেই প্ৰস্তাৱ বিৰোধীতা কৰাত কোনো মীমাংসা নহ'ল ।"

"হানে সেই বিৰোধীতাক ইমান সহজে মানি লৈছিলনে ?"

"জনমত সংগ্ৰহ কৰাৰ নামত সেইখন এখন নাটক হে আছিল । নেতৃস্থানীয় লোকসলৰ পৰা ভুৱা অনুমোদন লোৱাৰ সিও আছিল আন এক হান ষড়যন্ত্ৰ । গতিকে দ্বিতীয়খন সভাৰ ঠাই নিৰূপণ কৰা হ'ল জম্‌ধা-জং দুৰ্গ"

"ককোনোৰ হ্ৰদৰ কাষত থকা বিশাল দুৰ্গটোৱেই জম্‌ধা-জং নহয় জানো বাম্‌দা-পা ?"

ককোনোৰ হ্ৰদ চাবলৈ নৰবুও এবাৰ গৈছিল । সেই বিশাল আৰু প্ৰাচীন দুৰ্গটো তেতিয়া দেখিছিল ।

"হয়, সেইটোৱেই জম্‌ধা-জং দুৰ্গ । দ্বিতীয়বাৰ আমাক মাতি নিছিল সেই দুৰ্গলৈকে । আমি দুৰ্গটোৰ ভিতৰত সোমাই যোৱাৰ পিচতেই পি,এল,এৰ সৈন্য বাহিনীয়ে দুৰ্গটো ঘেৰাও দি পেলাইছিল । আমি বন্দী হৈ পৰিছিলোঁ । দুসপ্তাহ আবদ্ধ হৈ থকাৰ পিচত প্ৰস্তাৱটোক মানি লৈছোঁ বুলি আমি আভুৱা ভাৰিবলৈ বাধ্য হৈছিলোঁ । আমাৰ কথাত সন্তুষ্ট হৈ সিহঁতে সৈনিকৰ সংখ্যা কমাই দিয়াৰ সুযোগ লৈ নিশাৰ আন্ধাৰতে জংধা-জং এৰি আমি গুচি গৈছিলোঁ পৰ্বতলৈ"

বাম্‌দা-পাই কৈ যোৱা কথাবিলাক যোদ্ধাসকলে নিতাল মাৰি শুনিলে ।

"সিমানেই নহয় ইয়াৰ পিচতো আৰু বহুত ঘটনা ঘটিছিল । জংধা-জঙৰ পৰা পলাই যাবলৈ চেষ্টা কৰোতে বহুত কিজন ধৰাও পৰিছিল । ধৰা পৰা সকলক সকলোৱে দেখাকৈ মুকলি ঠাইত নি শিৰচ্ছেদ কৰা হৈছিল । শ শ গাঁৱবাসীক সেই অমানুষিক দৃশ্য চাবলৈ ধৰি অনা হৈছিল গাঁৱবিলাকৰ পৰা । প্ৰতিক্ৰিয়াশীল মানুহৰ পৰিণতি তেনেকুৱাই হ'ব বুলি বাতৰি কাকতত সেই কটা মূৰবিলাকৰ ছবি প্ৰকাশ কৰাও হৈছিল ।"

বাম্‌দা-পাৰ বক্তব্য শুনি বয়োজ্যেষ্ঠসকলে জপৰ মালাত আঙুলি ফুৰাই ওম মণি পদ্মে হুম মন্ত্ৰ আওৰালে । কিন্তু ডেকা বয়সৰ যোদ্ধাসকলে ক্ৰোধভৰা দৃষ্টিৰে থিয় দি উঠি এই 'হত্যাৰ প্ৰতিশোধ লম' বুলি চিঞৰি চিঞৰি উঠিল । নৰবুৱেও থিয় দি উঠিল যদিও উত্তেজিত নহ'ল ।

"আপুনি পূব তিব্বতৰ এজন গন্যমান্য ব্যক্তি । গতিকে এই অঞ্চলৰ দায়িত্ব আপোনাকে গটাই দি মই এজন সাধাৰণ যোদ্ধা হৈ যাব বিচাৰোঁ । মোৰ এই অনুৰোধ আপুনি ৰাখিব লাগিব বাম্‌দা-পা ।"

কথাকিটা কৈ নৰবু বহিল ।

"সেইটো হ'ব নোৱাৰে । চ্যুছি-গ্যানদ্ৰুকে আপোনাকে দায়িত্ব দিছে যেতিয়া মইও আপোনাৰ নিৰ্দেশতে চলিবলৈ ভাল পাম '। মোৰ মান-মৰ্য্যদা বা ধন-সম্পদ মই পিছপিনে এৰি থৈ আহিছোঁ । পৰিয়ালৰ কি হ'ল তাকো নাজানো । জীয়াই থাকে যদি কেতিয়াবা লগ পাম বুলি গুচি

আহিছো নামচে-বাৰওৱালে । মোৰ লগতে আহিছে আৰু এশজন খাম্পা যোদ্ধা । কিন্তু সিহঁতৰ সকলোৰে হাতত অস্ত্ৰ নাই । অস্ত্ৰ পালে সিহঁতে হানৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰি তুলিব পাৰিব বুলি মোৰ বিশ্বাস আছে ।"

পাঁচশ যোদ্ধাৰ দায়িত্ব লৈ চোনাম নৰবুৱে নামচে-বাৰওৱা পৰ্বত মালাৰ বিভিন্ন স্থানত গৰিলা ঘাটি গঢ়ি তুলিলে চাৰিওপিনে আত্মগোপন কৰি থকা যোদ্ধাসকলক সু-সংগঠিত পৰিচালনাৰ অধীনলৈ আনি আত্মবিশ্বাসৰ ভাৱনা সৃষ্টি কৰিলে প্ৰতিজন যোদ্ধাৰ মনত । ধন-সম্পদ যি পালে তাৰ বিনিময়ত প্ৰয়োজনীয় খাদ্য সংগ্ৰহ কৰি নিৰাপদ স্থানত নি লুকুৱাই থোৱালে । নিইংচি অঞ্চলত গৰিলা চোৰাংচোৱা নিয়োগ কৰি হান গতিবিধিৰ ওপৰত তীক্ষ্ণ নজৰ ৰখাৰো ব্যৱস্থা কৰিলে ।

জেঠাং মঠৰ সেই আলোচনাত এই সিদ্ধান্তও গ্ৰহণ কৰা হ'ল যে যি সকলে পৰিয়াল লগত লৈ আহিছে তেওঁলোকে নিজৰ নিজৰ পৰিয়ালক নিৰাপদ দূৰত্বলৈ আঁতৰাই পঠাব লাগিব । পৰিয়াল লগত থাকিলে দেশৰ কামত বাধাৰ সৃষ্টি হ'ব বুলিয়েই এই সিদ্ধান্ত লোৱা হ'ল । নামচে-বাৰওৱা পৰ্বতমালা পাৰ কৰি ভাৰত সীমান্তৰ গাঁও বিলাকতে পৰিয়ালসমূহক ৰখাৰ  সিদ্ধান্তটোক সকলোৱে মানি ল'লে ।

"এনেদৰে বিপদৰ মাজত তোমাক অকলে এৰি থৈ যাবলৈ মনটোৱে মানিব খোজা নাই ।"

"এইবিলাক দুৰ্বলতাক এতিয়া মনৰ পৰা আঁতৰাই থব লাগিব নিংমা । মই অকলশৰীয়া নহয় । মোৰ লগত চাৰি-পাঁচশ যুঁজাৰু মানুহ আছে । এই পৰ্বতমালাত আমাৰ সমকক্ষ হ'বলৈ হানক বহুত দিন লাগিব । ইতিমধ্যে হয়তো কিবা এটা মীমাংসাও হৈ যাব পাৰে ।"

ঘৈণীয়েক আৰু জীয়েকক ভাৰত সীমান্তত থৈ অহাৰ আগ মুহূৰ্তত চোনাম নৰবুৱে নিংমাক নানান যুক্তিৰে বুজনি দিবৰ চেষ্টা কৰিলে যদিও নিংমাই চোনাম নৰবুক অকলে এৰি থৈ যাবলৈ টান পালে ।

"হানৰ সতে যে কেতিয়াবা মিত্ৰতা হ'ব সেই কথাত মোৰ অকণো বিশ্বাস হোৱা নাই । সিহঁতে সদায় এই দেশত থাকিব বুলিয়েই আহিছে । ইমান ডাঙৰ ডাঙৰ আলি সিহঁতে এনেয়ে সজা নাই । পেমাক লৈ অচিন দেশৰ অচিন ঠাইত গৈ কেনেদৰে থাকিম সেই কথাটোৱেই মোক বিচলিত

কৰিছে। তাই এতিয়া ডাঙৰ হ'ল। গাভৰু ছোৱালী এজনীক লৈ এনেদৰে অনাই বনাই ঘূৰি ফুৰিব লাগিব ........ " নিংমাই আৰু ক'ব নোৱাৰা হৈ পৰে। দুখ আৰু হতাশাই তাইৰ মাতৃ মনটোক মুচৰি পেলাব বিচাৰিলে।

"আমা তুমি এনেয়ে মোৰ কাৰণে চিন্তা কৰিছা মোৰ কাৰণে তোমাৰ অকণো অসুবিধা নহ'ব চাবা। আমাৰ লগত আৰু খাম্পা মানুহ থাকিব নহয়নে পা-লা ?"

পেমাৰ এতিয়া উঠন বয়স। নতুন ঠাই চোৱাৰ হেঁপাহ হোৱাতো স্বাভাৱিক কথা। বাপেক মাকে আদৰেৰে আবৰি ৰখা পেমাই জীৱনটোক এটা হাঁহি-ধেমালিৰ সমষ্টি বুলিয়েই ধৰি লৈছিল। বৰ বেছি কিবা এটা পৰিবৰ্তন হ'লে সেইটো হ'ব বিয়া। বিয়া সকলোৰে হয় তাইৰো হ'ব বুলিয়েই ভাবি লৈছিল।

"আমাৰ পেমাদো বৰ সাহসী ছোৱালী দেখিলানে ? তুমিহে চিন্তা কৰিছা, তাই হ'লে অকনো বিচলিত হোৱা নাই।"

"সেই বুলি তুমি হ'লে আমাক এৰি বেছি দিন থাকিব নোৱাৰিবা কৈদিলো। বেছি দিন কৰিলে আমি হ'লে ইয়ালৈ আকৌ উভতি আহিম জানিবা।"

"চোৱা পেমাদো, শ শ যুঁজাৰু মানুহে মোৰ ওপৰত ভৰষা কৰি আছে। সিহঁতক এৰি থৈ গুচি গ'লে কথাটো জানো ভাল হ'ব ? তোমালোকৰ অকণো অসুবিধা যাতে নহয় তাৰ সকলো ব্যৱস্থা কৰা হৈছে। আমাৰ যুঁজাৰু'মানুহেই তোমালোকক এইখন পৰ্বত পাৰ কৰাই থৈ আহিব। সম্ভৱ হ'লে ইয়াৰ পৰা যোৱা সকলো পৰিয়ালকে একেখন ঠাইতে ৰখাৰ ব্যৱস্থা কৰা হ'ব।"

"তাৰ মানুহবিলাকৰ জাতপাত কি, আমাৰ মাত-কথা বুজেনে নুবুজে, খেতি-খোলা আছে নে নাই, জীৱ-জন্তু পোহে নে নোপোহে, আৰু ঘৰ দুৱাৰ বা কেনেকুৱা এইবিলাক সমস্যাও আছে নহয়।"

এখন নদন বদন ঘৰ এৰি অহা নিংমাৰ বাবে এই দিশবিলাকো ডাঙৰ হৈ পৰে।

"সিহঁত 'না' জাতিৰ মানুহ। ধৰ্মও আমাৰ নিচিনা একেই। মাত কথা বেলেগ যদিও আমাৰ কথা বুজি পায়, ক'বও পাৰে। আমাৰ নিচিনা জীৱজন্তু সিমান নোপোহে। খেতি পথাৰ সিমান নাই বুলি শুনিছো। মানুহ বিলাক সৰল। সীমান্তৰ এই পাৰে থকা মানুহৰ লগতেই অহা যোৱা বেচি।"

নৰবুৱে ভাৰতীয় সীমান্তবাসীৰ কথাবিলাক ভালদৰে বুজাই দিলে।

"নতুন ঠাই - নতুন মানুহ, ভাগ্যত যে কি লিখা আছে ক'ব নোৱাৰোঁ।"

"ভাৰত সীমান্ত ইয়াৰ পৰা সাত দিনৰ বাট। বাট বৰ দুৰ্গম যদিও ঘোঁৰাৰেই অহা-যোৱা কৰিব পাৰি। যাওতে অলপ কষ্ট হ'ব যদিও পেমাদোক লৈ নিৰাপদে থাকিব পাৰিবা।"

"ইমান দূৰলৈ আমাক পঠাব লগা হ'লনো কিয় ?"নৰবুৰ সকলো বুজনিক নিংমাই তেতিয়াও গ্ৰহণ কৰিব পৰা নাছিল। চুৰ্খাং এৰি অহা ছবছৰ হ'ল তথাপি তাই দেশৰ মায়া এৰিব নোৱাৰিলে। অনাই বনাই ঘূৰি ফুৰিলে, তথাপি নৰবুৰ লগ এৰি নিৰাপদ ঠাইলৈ আঁতৰি যাবৰ ইচ্ছা নহ'ল।"

"চোৱা, এটা কথাত আমি সকলো একমত হৈছো যে ইয়াৰ পৰিস্থিতি অধিক বেয়া হ'লে পৰিয়াল বিলাকক সীমান্ত পাৰ কৰাই দিব লাগিব। পিচত দৰকাৰ হ'লে আমিও আমাৰ ঘাটিসমূহ ভাৰত সীমান্তলৈকে হোহোকাই নিম। যুদ্ধখন তেতিয়া তাৰে পৰাই চলাই যাম, তথাপি হানক খোজ কাটি আহি আমাৰ দেশখন দখল কৰি লবলৈ এৰি দিয়া নহ'ব।"

এনেদৰে এখন সুদীৰ্ঘ যুদ্ধৰ বাবে সাজু হৈ উঠিব ধৰিলে অদমনীয় খাম্পাসকল। দীঘল চুলিত ৰঙা সূতাৰ মুঠি মেৰিয়াই লৈ শ শ খাম্পা যোদ্ধাই হান আগ্ৰাসনৰ বিৰুদ্ধে থিয় দি উঠিল হিমালয় পৰ্বতৰ কঠিন পৰিবেশৰ মাজত। 'মাৰি যাওঁ - মৰি যাওঁ - হানক আতৰাওঁ' বুলি ধৰ্ম গুৰু দালাই লামাৰো অবাধ্য হৈ পৰিল অবৈয়াল খাম্পা। দুৰ্বাৰ গতিৰে সৰু সৰু আকস্মিক আক্ৰমণ আৰম্ভ কৰিলে চীনা গন মুক্তি ফৌজে সাজি উলিওৱা আলি বাটৰ ওপৰত। ৰত্নগৰ্ভা তিব্বত দেশখন জ্বালামুখী বিচুৰ্ণিয়াছ হৈ পৰিল।



পোতালাৰ সু-উচ্চ তেৰ মহলাত থিয় দি অকলশৰীয়া দালাই লামাই চাই আছিল স্বৰ্গৰাজ্য স্বৰূপ পৃথিৱীৰ বৃহত্তম মালভূমিৰ দেশখনৰ পিনে।

কাঞ্চনজঙ্ঘা, নন্দাদেৱী, কৈলাশ, বৰফাবৃত শৃঙ্গবিলাকলৈ চালে আৰু চালে আকৰ্ষ চুম্বি এভাবেষ্টৰ চিৰ সৌম্য প্ৰকাশ ।

তাৰ পিচতে দৃষ্টি নমাই আনিলে লাচা নগৰীৰ নিসাৰ পৰিবেশলৈ। কাঠফুলাৰ নিচিনাকৈ ফুলি উঠা শ শ সামৰিক তম্বুবিলাকৰ ওপৰত দৃষ্টি পৰাত দালাই লামাৰ মন বিষণ্ণতাৰে উপচি পৰিল । তেতিয়া সূৰ্যাস্তৰ সময় । লাচাৰ বাটে বাটে অহা যোৱা কৰিছে লানি নিচিগা সামৰিক যান । জুমে জুমে ঘূৰি ফুৰিছে সশস্ত্ৰ হান সৈনিক । সদাব্যস্ত বাৰ্‌খোৰ বজাৰত কিনা-বেচা চলিছে যদিও পূৰ্বৰ নিচিনা জনাকীৰ্ণ নহয় ।

এনেতে বাৰ্‌খোৰ বজাৰৰ ব্যস্ততা হঠাতে স্তব্ধ হৈ পৰিল । কিনা বেচা এৰি মানুহে তেৰমহলাত আঁহি থিয় দিয়া মানুহজনলৈ চাব ধৰিলে । বহুতে মুৰ তল কৰি দৃষ্টি নমাই ললে । বহুতে আঠু পাৰি শ্ৰদ্ধাও নিবেদন কৰিলে ।আশীৰ্বাদ দিবলৈ হাতখন দাঙিলৈও দালাই লামাই মানুহৰ দৃষ্টিৰ পৰা আতৰি দিলে । দেশৰ মানুহক চাব খুজিও চাব নোৱাৰিলে দালাই লামাই । পৰম্পৰাই বাধা দিলে । ঠিক সেই সময়তে দুখন জেট যুজাৰু বিমান লাচানগৰীৰ ওপৰেৰে সীমান্তৰ দিশলৈ উৰি যাব ধৰা দেখা পালে দালাই লামাই । উৰি যোৱা বিমান দুখনে মনত পেলাই দিলে বাৰশ বছৰ আগৰ ভৱিষ্যত বানীটোক - 'যিদিনা আকাশত লোহাৰ চৰাই উৰিব আৰু ঘোঁৰা বিলাকে চকাৰ ওপৰত দৌৰিব সিদিনা তিব্বতৰ মানুহে পৰুৱাৰ নিচিনাকৈ পৃথিৱীৰ চাৰিও পিনে সিঁচৰিত হৈ পৰিব আৰু ধৰ্ম গুচি যাব ৰঙা মানুহৰ দেশলৈ ।'

বাৰশ বছৰ পিচত গুৰু পদ্মসম্ভৱৰ সেই ভৱিষ্যত বাণী এতিয়া আখৰে আখৰে বাস্তৱত পৰিনত হবলৈ ওলোৱা দেখি বিমূঢ় হৈ পৰিল দালাই লামা ।

লাচা নগৰীত আহি সমবেত হোৱা বিশাল হানবাহিনীৰ বিপৰীতে থিয় দিব খোজা অস্থিৰ খাম্পা সকল ক্ৰমাণ্বয়ে নিয়ন্ত্ৰণৰ বাহিৰ হৈ যাব খোজা দেখি শান্তিপূৰ্ণ সমাধানৰ অন্তিম আস্থাকো হেৰুৱাই পেলালে দালাই লামাই । এখন ৰক্তৰঞ্জিত তিব্বতৰ কল্পনাই অস্থিৰ কৰি তুলিলে তেখেতৰো মন।



সুদীৰ্ঘ ছটা বছৰ অতিবাহিত হৈ যোৱাৰ পিছতো তিব্বতৰ স্বতন্ত্ৰতাক অক্ষুণ্ণ ৰাখিবলৈ পিকিং চৰকাৰে কোনো সন্মানজনক প্ৰস্তাৱ আগনবঢ়োৱাত দালাই লামাৰ অস্তিত্বও যেন বিপদাপন্ন হৈ উঠিল। তেখেতে বুজি পালে যে মিত্ৰতা প্ৰতিস্থাৰ নামত সোতৰ দফীয়া চুক্তি এখন বলপূৰ্বকভাৱে তিব্বতবাসীৰ ওপৰত জাপি দি প্ৰবেশ দ্বাৰখন প্ৰথমে খুলি পেলোৱা হ'ল। তাৰ পিচতেই সেই প্ৰবেশ পথেৰে তিব্বতৰ অভ্যন্তৰলৈকে সোমাই আহিল গণ মুক্তি ফৌজৰ হাজাৰ হাজাৰ সৈনিক। স্বায়ত্ত শাসন প্ৰদানৰ নামত ৰাজনৈতিক পুতলা নাচৰ দিহা কৰা হ'ল ৰাজধানী লাচা নগৰীত। ক্ৰমানুয়ে খৰ্ব কৰি পেলোৱা হ'ল মন্ত্ৰী পৰিষদৰ ক্ষমতা। খেদি পেলোৱা হ'ল লুখাঙোৱাৰ নিচিনা দেশপ্ৰেমিক প্ৰধান মন্ত্ৰীক।

এতিয়া পোনপটীয়া ভাবে দালাই লামাৰ লগত আলোচনা কৰাৰ প্ৰস্তাব দিলে জেনেৰেল চাং-চিন্-উৱে। পৰম্পৰা বিৰোধী এনে পোনপটীয়া আলোচনা বিৰোধিতা কৰিলে মন্ত্ৰী পৰিষদৰ সদস্যসকলে। জেনেৰেল গৰাকীয়ে সেই বিৰোধিতাক অগ্ৰাহ্য কৰি এদিন আহি উপস্থিত হল দালাই লামাৰ গ্ৰীষ্মকালিন আবাসগৃহ নৰবুলিংকাত। বাহিৰত থিয় কৰাই থলে সশস্ত্ৰ হান প্ৰহৰী। পোনপটীযা আলোচনাৰ আৰম্ভনিতে মন্ত্ৰী পৰিষদে জেনেৰেল গৰাকীৰ এনে বিধিবহিৰ্ভূত আচৰণত আপত্তি তোলাত জেনেৰেলজনে হাত তুলি আঘাত কৰিবলৈকো আগবাঢ়ি আহিল। দালাই লামাৰ উপস্থিতিকো সন্মান জনোৱা নহ'ল।

তিব্বতীয়সকলক মহান চীনা জাতিৰ বুকুৰ মাজত সাৱটি লবখোজা সামৰিক কৰ্তৃপক্ষই কিন্তু এখন হাত লুকুৱাই ৰাখিলে পিচ পিনে। সেইখন হাততে আছিল গুপ্তঘাতকৰ শানিত খঞ্জৰ। তিব্বতবাসীৰ আপত্তি আৰু অভিযোগসমূহ সহানুভূতিৰে বিবেচনা কৰাৰ পৰিৱৰ্তে, সাম্ৰাজ্যবাদীৰ বীৰাই ধৰা হান সাম্যবাদীয়ে সৰল তিব্বতবাসীৰ ওপৰতো জাপি দিলে ৰাজনৈতীক ষড়যন্ত্ৰৰ অপবাদ।

অৰ্থহীন অলাপ-আলোচনা আৰু অভিযোগ প্ৰতি-অভিযোগৰ অনিশ্চয়তাৰ মাজেৰেই পাৰ হৈ গ'ল ছটা অশান্তিপূৰ্ণ বছৰ। তাৰ মাজতে আহি পৰিল ভগৱান বুদ্ধৰ জন্ম জয়ন্তীৰ দিন। আঢ়ৈ হাজাৰ বছৰীয়া এই জন্ম জয়ন্তীত ভাগ লবলৈ ভাৰতৰ মহাবোধী সমাজে দালাই লামাকো আমন্ত্ৰণ জনালে। চৰম নিৰাশাৰ মাজতো আশাৰ ক্ষীণ পোহৰ দেখিলে দালাই লামাই। সেই সুযোগতে তিব্বতবাসীৰ বিপদগ্ৰস্ত অস্তিত্বৰ প্ৰতি ভাৰতীয় নেতাসকলৰ সহানুভূতি আকৰ্ষণ কৰাৰ আশাও উদয় হ'ল দালাই লামাৰ মনত। কিন্তু এই সদিচ্ছামূলক ধৰ্মীয় ভ্ৰমণতো হিঁধিপথালি দিলে চীন কৰ্তৃপক্ষই। এই ভ্ৰমনতো সাম্ৰাজ্যবাদী বীৰাটোৰ ক'লা মুখ দেখা পালে চীন কৰ্তৃপক্ষই। এই ভ্ৰমণ বাতিল কৰাৰ চেষ্টা চলালে যদিও ভাৰতৰ প্ৰয়াত প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহেৰুৰ ব্যক্তিগত মধ্যস্থতাত পিকিং চৰকাৰ সন্মত হ'ল। সন্মত হ'ল যদিও নানান পৰামৰ্শৰে দালাই লামাক পৰোক্ষভাৱে সাৱধানো কৰিব নেৰিলে। অনকি সাম্ৰাজ্যবাদী গুপ্তচৰে ভাৰত ভ্ৰমণ কালত তেখেতৰ প্ৰাণ নাশৰো চেষ্টা চলাব পাৰে বুলি কৈ ব্যক্তিগত নিৰাপত্তাৰ নামত শক্তিশালী চোৰাংচোৱাও নিয়োগ কৰিলে।

ভৰতবৰ্ষত প্ৰবেশ কৰিয়েই এই দেশৰ গণতান্ত্ৰিক প্ৰমূল্যক দেখি দালাই লামা মোহিত হৈ পৰিল। ভাৰতবাসীৰ বাক্ স্বাধীনতা, বাতৰি কাকতৰ স্বতন্ত্ৰতা আৰু ভৰতীয় সংসদৰ মুক্ত পৰিবেশে দালাই লামাৰ মনতো এক নতুন ইচ্ছাক জগাই তুলিলে। চীন দেশ ভ্ৰমন কালত তেখেতে সেই দেশৰ বস্তুবাদী প্ৰগতি আৰু সু নিয়ন্ত্ৰিত জীৱন ধাৰাত মোহিত হৈ নিজেও এজন সাম্যবাদী হৈ যাব বিচাৰিছিল। কিন্তু ভাৰতবৰ্ষলৈ আহি এই দেশৰ মানৱীয় অধিকাৰৰ প্ৰতিস্থা দেখিবলৈ পাই তেখেতৰ বস্তুবাদী ধাৰণাৰ পৰিৱৰ্তন ঘটিল। তেখেতে আনকি এই দেশৰ চিৰমুক্ত পৰিবেশত থাকি যোৱাৰ কল্পনাও কৰিলে। প্ৰধানমন্ত্ৰী নেহেৰুক লগ পাই দালাই লামাই ৰাজনৈতিক আশ্ৰয় দিয়াৰ পৰিৱৰ্তে প্ৰধানমন্ত্ৰী নেহৰুৱে দালাই লামাক তিব্বতবাসীৰ মাজলৈ উভতি যোৱাৰহে পৰামৰ্শ দিলে। আনকি সোতৰ দফীয়া চুক্তিৰ আধাৰতে তিব্বতবাসীৰ সমস্যা সমাধন কৰাৰ উপদেশ আগবঢ়ালে।

সেই ভ্ৰমণ কালতে চীনা প্ৰধান মন্ত্ৰী চৌ-এন-লাইৰ লগতো ভাৰতৰ মাটিতে দেখা দেখি দালাই লামাৰ। দুয়োৰে মাজত আলোচনাও হ'ল। সেই আলোচনাত দালাই লামাই ভাৰতত ৰাজনৈতিক আশ্ৰয় লব খোজাতো এটা ক্ষতিকাৰক পদক্ষেপ হ'ব বুলি চৌ-এন-লাইয়ে সকীয়াই দিলে। এই

সর্কায়নিৰ প্ৰত্যুত্তৰত গণমুক্তি ফৌজে তিব্বতবাসীৰ ওপৰত চলোৱা নির্যাতনৰ বর্ণনা দাঙি ধৰাত দালাই লামা পৰাঙ্মুখ নহ'ল । সেই অকথ্য নির্যাতনৰ তুলনাত ভাৰত প্ৰচলিত শান্তিপূর্ণ গণতান্ত্রিক ব্যৱস্থাযে প্রসংশনীয় তাকো নোকোৱাকৈ নাথাকিল ।

এনে সময়তে লাচাৰপৰা জেনেৰেল চাং-চিন্-উৱে দালাই লামালৈ বার্তা পঠিয়ালে যে তিব্বতত কুটাঘাটমূলক কার্য বৃদ্ধি পাইছে গতিকে তেখেতৰ উপস্থিতি একান্ত প্ৰয়োজন । দ্বিতীয়বাৰ চৌ-এন-লাইৰ লগত দেখা হোৱাত চীনা প্ৰধানমন্ত্ৰীজনেও দালাই লামাক তৎকালিনভাৱে তিব্বতলৈ উভতি যাবলৈ ক'লে । তেখেতে এই বুলিও সকীযাই দিলে যে তিব্বতৰ পৰিস্থিতিৰ আৰু অধিক অৱনতি ঘটিলে সামৰিক কর্তৃপক্ষই শক্তি প্রয়োগ কৰিবলৈ বাধ্য হ'ব । সান্ত্বনা স্বৰূপে প্ৰধানমন্ত্ৰীজনে দালাই লামাক এই কথাও জনালে যে চেয়াৰমেন মাও-জে-ডং এ তিব্বতৰ সকলো প্ৰস্তাৱিত সংস্কাৰ ছবছৰৰ বাবে স্থগিত কৰাৰ নির্দেশ দিছে । তাৰ পিচতো যদি তিব্বতবাসীযে বিচাৰে তেনেহলে এই সংস্কাৰ আৰু পঞ্চাছ বছৰলৈ স্থগিত ৰখা হ'ব বুলিও জনালে ।

পিকিং চৰকাৰৰ এই সদিচ্ছামূলক সিদ্ধান্তত দালাই লামাই কিন্তু পতিয়ন যাব নোৱাৰিলে । দেশ পৰিত্যাগ কৰি ভাৰতত আশ্ৰয়লোৱা দালাই লামাৰ ককায়েককিজনে কালিপঙত আহি দালাই লামাক সাক্ষাৎ কৰিলে । লাচালৈ উভতি নাযাবৰ বাবে তেওঁলোকে দালাই লামাৰ ওপৰত হেঁচা প্রযোগ কৰি মার্কিন চোৰাংচোৱা সস্থাৰপৰা অস্ত্ৰ যোগান পোৱাৰ সম্ভাৱনাকো বুজাই দিলে । আনকি খাম্পা যোদ্ধাসকলক এই সস্থাই গৰিলা যুদ্ধৰ প্ৰশিক্ষণ দিয়াতো ইচ্ছুক বুলি জনালে । তীর্থ কৰাৰ নামত দেশ ত্যাগ কৰি অহা প্ৰাক্তন প্রধানমন্ত্রী লুখাঙোৱাইও কালিপঙত উপস্থিত হৈ দালাই লামাৰ লাচা প্ৰত্যাবর্তনত বিধি-পথালি দিলে । অৱশেষত দালাই লামাই তিব্বতীয় পৰম্পৰা অনুযায়ী টুল্‌কু বা ভৱিষ্যত বক্তাৰ ওচৰ চাপিল । টুল্‌কুৱে ধ্যানত বহি দালাই লামা উভতি যোৱাৰে ইংগিত দিয়াত লুঘাঙোৱাই কৈ উঠিল - 'যেতিয়া মানুহ বিপদত পৰে তেতিয়া ভগৱানৰ ওচৰ চাপে । কিন্তু 'ভগৱান' যেতিয়া বিপদত পৰে তেতিয়া ভগৱানেও মিছামাতিবলৈ বাধ্য হয় ।" এজন ধর্মপৰায়ণ ব্যক্তি হৈও দেশ আৰু জাতিৰ স্বাৰ্থত লুখাঙোৱাও ধৰ্মীয় পৰম্পৰাক সমালোচনা কৰিবলৈ কুণ্ঠাবোধ নকৰিলে ।

এই সকলো দেখি শুনিও দালাই লামাই শেষবাৰৰ বাবে

প্ৰধানমন্ত্ৰী নেহৰুৰ পৰামৰ্শ লব বিচাৰিলে। নেহৰুৱে এইবাৰো সেই একেই পৰামৰ্শ দি ক'লে যে সোতৰ দফীয়া চুক্তিৰ আধাৰতে চীন চৰকাৰৰ সহযোগত তিব্বত সমস্যা সমাধান কৰা উচিত হব।

এক গভীৰ উদ্বিগ্ন মন লৈ দালাই লামা অৱশেষত স্বদেশলৈ উভতিল। পিকিং চৰকাৰৰ সতে সহযোগিতা কৰি চোৱাৰ বাবে নিজকে মানসিকভাৱে প্ৰস্তুত কৰি ললে কিন্তু সেই প্ৰস্তুতিও অৰণ্যনীতে মুজুৰা পৰিল যেতিয়া পূব তিব্বতৰ বাতৰি আহি দালাই লামাৰো কাণ চুলে।

দালাই লামাই ভাৰত ভ্ৰমণ কৰি থকাৰ সময়ছোৱাতেই পূব তিব্বতৰ অশান্তিয়ে এখন পূৰ্ণাংগ যুদ্ধৰ আকাৰ লৈ পেলাইছিল। গাম্পো ট্ৰাচি নামৰ গৰিলা নেতা এজনৰ অধীনত পূব তিব্বতৰ খাম্পা যুঁজাৰুসকলে হান বাহিনীৰ ওপৰত চলোৱা আক্ৰমণ তীব্ৰতৰ হৈ উঠাত, গণ মুক্তি ফৌজেও প্ৰতি আক্ৰমণৰ কঠোৰতাক আৰু অধিক ভয়ানক কৰি তুলিলে। আকাশৰ পৰা বোমা বৰ্ষণ আৰু গোলগাৰ্জী আক্ৰমণেৰে নিৰ্বিচাৰে ধূলিস্যাত কৰি পেলালে বহুতো গাঁও আৰু গণবসতিপূৰ্ণ অঞ্চল। প্ৰতিশোধ আৰু হান সামৰিক শক্তিৰ নিদৰ্শন দাঙি ধৰিবলৈ বিদ্ৰোহী মানুহক ক্ৰুচবিদ্ধ কৰি বাটে-পথে, মঠে-মন্দিৰে ওলোমাই দিলে। বিদ্ৰোহী মানুহৰ অংগক্ষত কৰাৰ ওপৰিও পেট ফালি এৰি দিয়া হ'ল জনসাধাৰণৰ মাজত। জীৱন্তে দগ্ধ কৰা আৰু সমাধিস্থ কৰাৰ নিচিনা অমানুষিক অত্যাচাৰবিলাকো সাধাৰণ কথা হৈ পৰিল। অকল সিমানতেই শেষ হোৱা নাছিল হান নিৰ্যাতনৰ কাহিনী। মানুহক ভৰিত বান্ধি জীয়াই জীয়াই ওলোমাই থলে গছৰ ডালত। জীৱন্ত মানুহ শুকাই তাতে মৰিল। বহুতো মানুহক হাত-ভৰি বান্ধি দলিয়াই দিলে হিম শীতল পানীত। জলমগ্ন মানুহ ওপঙিও নুঠিল। ৰছীৰে ভৰিত বান্ধি ঘোঁৰা চেকুৰাই দিও মৰা হ'ল বহুতো নিৰীহ তিব্বতবাসীক। দলাই লামা দীৰ্ঘজীৱী হওক বুলি কওতাজনৰ জিভা চেপেনাৰে টানি উলিয়াই কাটি পেলালে। সিমানতো নমৰা দেখি বধ্যভূমিলৈ নি বুলেটেৰে লাওখোলা উৰুৱাই দিলে চিংত্ৰোৰ নামত। ডেৰলাখ যুদ্ধ অভিজ্ঞ গণ মুক্তি ফৌজৰ সন্মুখত অনভিজ্ঞ খাম্পা মানুহৰ প্ৰতিৰোধ সৰহ দিন তিষ্ঠিব নোৱাৰিলে। সমুখ ৰণ পৰিহাৰ কৰি খাম্পা যোদ্ধাসকল পিছুৱাই গৈ পৰ্বতত উঠিল।

পূব তিব্বতৰ এই ভয়ানক পৰিস্থিতিয়ে দালাই লামাকো আতঙ্কিত কৰি তুলিলে। এই পৰিস্থিতি যাতে তিব্বতৰ বাকী অংশলৈকো বিয়পি নপৰে তাৰ বাবে সামৰিক প্ৰশাসনৰ সতে সহযোগিতা কৰি যোৱাটোৱেই

একমাত্র পথ কৰি লবলৈ বাধ্য হৈ পৰিল দালাই লামা। এই সকলো প্ৰচেষ্টাৰ অন্ততো যে তিব্বত দেশ পৰাধীনতাৰ শৃঙ্খলত আবদ্ধ হৈ থাকিব সেই আশঙ্কাও তেখেতৰ মনৰপৰা আঁতৰি নগ'ল।



লাচাৰ পৰিস্থিতি বাহ্যিকভাৱে শান্ত হৈ আছিল যদিও লাচাবাসী আৰু হান বাহিনীৰ মাজত সৃষ্টি হোৱা মানসিক দূৰত্ব ক্ৰমাত আৰু বহল হৈ যাব ধৰিলে। ঘৃণা আৰু অবিশ্বাসে দুয়ো পক্ষকে দিনে দিনে অপৰিচিতৰ দূৰত্বলৈ আঁতৰাই নিলে। হান সৈনিকে আত্মৰক্ষাৰ বাবে নিজ নিজ শিবিৰ ৰক্ষণ ব্যৱস্থাক কট্‌কটীয়া কৰি তোলাৰ উপৰিও ট্ৰেঞ্চ খান্দি বালিৰ বস্তাৰে বাঙ্কাৰো সাজি ললে। আগতে শিবিৰ এৰি গলে দুজন তিনিজনকৈ গোট বান্ধি গৈছিল যদিও এতিয়া সামৰিক কনভয়ত হে অহাযোৱা কৰিলে। খোজকাঢ়ি যাবলৈ এৰি দিলে। আনহাতে গ্ৰামাঞ্চলৰ পৰিস্থিতি আৰু অধীক বিদ্ৰোহাত্মকে হৈ উঠিব ধৰা দেখা দালাই লামাই ধৰ্মীয় শিক্ষাৰ অন্তিম পৰীক্ষাৰ বাবে নিজকে সাজু কৰাৰ সিদ্ধান্ত হ'ল। ডেৰ বছৰ পিচত হব লগা মন্‌লাম্ উৎসৱৰ সময়তে এই অন্তিম পৰীক্ষাত বহাৰ ইচ্ছা সকলোকে জনাই দিলে। তিব্বতৰ ধৰ্মগুৰু ৰূপে এই অন্তিম পৰীক্ষাত উত্তীৰ্ণ হোৱাটো দালাই লামাৰ বাবে অপৰিহাৰ্য আছিল। তদুপৰি অশান্ত তিব্বতত অন্তিম পৰীক্ষা দিয়াৰ এই সুযোগ হয়তো আৰু কেতিয়াও নাহিব বুলি তেখেতো চিন্তিত হ'ল। ছব্বিছ বছৰ বয়সতে এই চূড়ান্ত পৰীক্ষাৰ বাবে নিজকে সাজু কৰিব বিচৰাতো এক অসাধাৰণ সিদ্ধান্ত আছিল। এই চূড়ান্ত স্নাতক পৰীক্ষাত বহিবলৈ মঠ নিবাসী ভিক্ষু সকলে সুদীৰ্ঘ ত্ৰিশ বছৰ কঠোৰ অধ্যয়ন কৰাৰ পিছতহে অৰ্হতাপ্ৰাপ্ত হব পাৰে। তাকো এবাৰতে উত্তীৰ্ণ হোৱা ভিক্ষুৰ সংখ্যা তেনেই তাকৰ। দালাই লামা বুলি এই পৰীক্ষাৰ নিয়মকো শিঠিল কৰা নহয়। সাধাৰণ পৰীক্ষাৰ্থীৰ নিচিনাকৈ দালাই লামাও গৈ পৰীক্ষকৰ সন্মুখত নতশিৰে থিয় দিব লাগে এয়ে হ'ল প্ৰচলিত পৰম্পৰা।

অনিশ্চয়তাপূৰ্ণ এনে দিনাবিলাকতে পূব তিব্বতৰপৰা বিদ্ৰোহৰ ধোঁৱা আহি ইয়াৰ্লুং উপত্যকালৈকে বিয়পি পৰিল । ত্ৰিব্বতীয় সভ্যতা সংস্কৃতিৰ গৃহভূমি স্বৰূপ ইয়াৰ্লুং উপত্যকা লাচা নগৰীৰ দক্ষিণত । পূব তিব্বতত চলি থকা হান নিৰ্যাতনৰ বাতৰি বিয়পি পৰাৰ লগে লগে ইয়াৰ্লুং উপত্যকাৰ শ শ মানুহে ঘৰ-বাৰী পৰিত্যাগ কৰি বিদ্ৰোহী শিবিৰলৈ গুচি যাব ধৰিলে । খাম্পা বিদ্ৰোহীসকলৰ গতিবিধি ক্ৰমান্বয়ে লাচা নগৰীৰ ওচৰ চাপি আহিব ধৰাত সামৰিক কৰ্তৃপক্ষই চল্লিছ হাজাৰ অতিৰিক্ত সৈনিক আনি লাচানগৰী ভৰাই পেলালে । এদিন বিদ্ৰোহীসকলে বিখ্যাত টাচিলন্‌পো মঠৰ কাষত থকা তিব্বত চৰকাৰৰ অস্ত্ৰ ভাণ্ডাৰটোও লুটি লৈ গ'ল । লাচা নগৰীৰ পৰা টাচিলন্‌পো মঠৰ দূৰত্ব তিনিশ পঞ্চাশ কিলোমিটাৰ মাত্ৰ । এই টাচিলন্‌পো হ'ল প্যাঞ্চেন লামাৰ মঠ । চাৰিহাজাৰ ভিক্ষু থাকে। টাচিলন্‌াপো মঠৰ কাষতে আছে তিব্বত দেশৰ দ্বিতীয় বৃহত নগৰী চিগাজে । নগৰখনৰ জনসংখ্যা চল্লিছ হাজাৰ । চীনা গণমুক্তি ফৌজৰ শক্তিশালী ঘাটি এটাও আছে এই নগৰীত ।

বিদ্ৰোহীসকলে লাচা প্ৰশাসনৰ এই অস্ত্ৰাগাৰ লুটি নিয়া কাৰ্যক চীনা সামৰিক প্ৰশাসনে বৰ সহজভাৱে ল'ব নোৱাৰিলে । এই লুণ্ঠন কাৰ্যত লাচা প্ৰশাসনৰ পৰোক্ষ সমৰ্থন অছে বুলি ভাবি ল'লে । তাৰ মাজতে এদিন চুছি-গ্যানদ্ৰুকৰ গৰিলাসকলে চেটাং নামৰ ঠাইত থকা চীনা গণ মুক্তি ফৌজৰ ঘাটি এটাও অবৰোধ কৰি পেলালে । লাচাৰপৰা চেঠাঙৰ দূৰত্ব মাত্ৰ দুদিনৰ বাট ।

বিদ্ৰোহীসকলৰ এই দুঃসাহসিক আক্ৰমণত অধৈৰ্য্য হৈ পৰিল লাচাৰ সামৰিক কৰ্তৃপক্ষ । গণমুক্তি ফৌজৰ ৰাজনৈতিক দায়িত্বত থকা জেনেৰেল টান্ - কুৱান্ - চেন্ আহি উপস্থিত হ'ল নৰবুলিংকাত । কোনো সৌজন্যতা প্ৰকাশ নকৰাকৈয়ে তেখেতে দালাই লামাৰ সাক্ষাৎ বিচাৰিলে । শসস্ত্ৰ প্ৰহৰী প্ৰবেশদ্বাৰত থিয় কৰাই থৈ অহা জেনেৰেল চেন্‌এ নৰবুলিংকাত প্ৰবেশ কৰিয়েই নিৰ্দেশাত্মক সুৰত দালাই লামাক ক'লে –

"বিদ্ৰোহীসকলৰ বিৰুদ্ধে তিব্বতীয় সৈন্য বাহিনীক প্ৰয়োগ কৰাটো আপোনাৰ কৰ্তব্য আছিল ।"

জেনেৰেল টান্ - কুৱান্ - চেন্‌ৰ এই নিৰ্দেশাত্মক আচৰণত দালাই লামা মৰ্মাহত হ'ল । এখন স্বাধীন দেশৰ মুৰব্বী হৈ হান সেনাপতিৰ এনে নিৰ্দেশ শুনিবলৈ দালাই লামা প্ৰস্তুত নাছিল । এনেদৰে অপদস্ত হোৱাৰ

সম্ভৱনাও তেখেতৰ মনলৈ তেতিয়ালৈকে অহা নাছিল । কিন্তু যুগসন্ধিৰ বিশৃংখলতাৰ মাজত থিয় দিয়া যুৱক দালাই লামাই ধৈৰ্য আৰু সহনশীলতাকে শেষ সম্বল কৰি ল'লে । উত্তৰ দিলে অতি নম্ৰতাৰে ।

"সেইটো কৰিব গ'লে হিতে বিপৰীতো হৈ উঠিব পাৰে । বিদ্ৰোহ দমন কৰিবলৈ গৈ সৈন্যবাহিনীয়ে বিদ্ৰোহী শিবিৰতে গৈ থিয় দিব পাৰে সেই আশঙ্কাও নথকা নহয় ।"

দালাই লামাৰ উত্তৰ একেবাৰেই অবাস্তব নাছিল । তিব্বতীয় সৈন্যবাহিনীৰ লোকসকলেও যে ভিতৰি ভিতৰি গুজৰি গুমৰি আছিল সেই কথাও তেওঁ গম পাইছিল । এই কথাও দালাই লামাই শুনিবলৈ পাইছিল যে গণমুক্তি ফৌজৰে বহুত অসন্তুষ্ট সৈনিকে ইতিমধ্যে গৈ বিদ্ৰোহীৰ শিবিৰত যোগদি পৰিছিল । দালাই লামাৰ উত্তৰে কিন্তু জেনেৰেল চেন্‌ক সন্তুষ্ট কৰিব নোৱাৰিলে ।

"তিব্বতবাসী ইমান অকৃতজ্ঞ হৈ উঠিব বুলি আমি কেতিয়াও ভবা নাছিলোঁ । এই অঞ্চলৰ মানুহক আমি শতাব্দী জোৰা দাসত্বৰ পৰা মুক্ত কৰিবলৈহে আহিছোঁ । এখন নতুন দেশ গঢ়ি তোলাৰ আঁচনি লৈয়ে এই অঞ্চললৈ আমি আহিছোঁ । আমাৰ এই শুভেচ্ছাৰ বিৰুদ্ধে থিয় দিলে পৰিণাম যে ভয়ঙ্কৰ হৈ উঠিব পাৰে সেই কথা তিব্বতবাসীয়ে এতিয়াও বুজি লবৰ সময় আছে ।" কথাখিনি কওতে জেনেৰেল টান-কুৱাং-চেন্‌ উত্তেজিত হৈ উঠিল । উত্তেজিত জেনেৰেলজনৰ সন্মুখত বহি থকা দালাই লামাই শান্তভাৱেই উত্তৰ দিলে-

"ভুল পথে পৰিচালিত মানুহক শুধৰাবলৈ সময় লাগে । মোক সময় দিয়ক । কিবা এটা কৰিবলৈ মই নিশ্চয় চেষ্টা কৰিম ।"

তিব্বত দেশৰ ভৱিষ্যত আৰু ষাঠী লাখ মানুহৰ নিৰাপত্তাৰ কঠোৰ দায়িত্ব তেতিয়া আহি পৰিছিল অকলশৰীয়া দালাই লামাৰ ওপৰত । প্ৰতিটো মুহূৰ্ত আছিল গুৰুত্বপূৰ্ণ আৰু প্ৰতিটো সিদ্ধান্তৰ ওপৰতে নিৰ্ভৰ কৰিছিল তিব্বতবাসীৰ ভৱিষ্যত । অৱহেলিত আৰু অপমানিত হৈও দালাই লামাই এখন ৰক্তক্ষয়ী সংঘাতৰপৰা আঁতৰাই ৰাখিব বিচাৰিছিল মৰমৰ তিব্বতবাসীক ।

"তিব্বতবাসীৰ এই অকৃতজ্ঞ আচৰণত উৎসাহ দিছে আপোনাৰ নিজৰ মানুহেই ।"

জেনেৰেল চেন্‌ ৰ এই বিৰূপ অভিযোগ শুনি দালাই লামা অপ্ৰতিভ হৈ উঠিল ।

"মোৰ নিজৰ মানুহ ? নাম ক'বনে আপুনি ।"

"থুবটেন জিগ্‌মে আৰু গ্যালো থনডুপ । আপোনাৰ এই দুৰ্জন ভায়েকে বিদেশত গৈ শিবিৰ পাতি তিব্বতবাসীক বিদ্ৰোহ কৰিবলৈ উচটনি দিছে । আৰু সিহঁতৰ লগত গৈ হাত মিলাইছে বিশ্বাসঘাতক লুখাঙোৱাই। আপুনি এই অপৰাধীসকলৰ তিব্বতীয় নাগৰিকত্ব তত্তালিকে বাতিল কৰিব লাগে ।"

হান সেনাপতিৰ এই সকলো পৰামৰ্শক দালাই লামাই মানি ললে । মানি ললে এই আশাতেই যে ভাৰতৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ প্ৰস্তাৱিত তিব্বত ভ্ৰমণে সমস্যা সমাধানৰ বাট উলিয়াই দিব বুলি । কিন্তু বহু প্ৰত্যাশিত ভ্ৰমণো এদিন বাতিল হৈ গ'ল, যিদিনা জেনেৰেল টানকুৱাং-চেনে ভাৰতীয় প্ৰধান মন্ত্ৰীৰ নিৰাপত্তাৰ দায়িত্ব ল'বলৈ অসন্মতি প্ৰকাশ কৰিলে । জেনেৰেল গৰাকীয়ে সেই আমন্ত্ৰণ প্ৰত্যাহাৰ কৰিবলৈ দালাই লামাকো বাধ্য কৰিলে ।

এনেদৰে শান্তিপূৰ্ণ সমাধানৰ সকলো সম্ভাৱনা অন্ত পৰাত দালাই লামাই চূড়ান্ত স্নাতক পৰীক্ষাৰ বাবে 'ড্ৰেপুং' মঠলৈ গুচি গ'ল । ড্ৰেপুং মঠৰপৰা 'চেৰা' মঠলৈ আহিল । এই দুযোটা মঠ লাচা নগৰীৰ পৰা অনতি দূৰতে অৱস্থিত ।

দালাই লামাই প্ৰাৰম্ভিক পৰীক্ষাত ব্যস্ত হৈ থাকোতেই লাচা নগৰী ভগনীয়াৰে উপচি পৰিল । বিদ্ৰোহীসকলক কৰায়ত্ত কৰাৰ নামত হান সৈন্যবাহিনীয়ে মধ্য আৰু পশ্চিম তিব্বততো নিৰপৰাধী জনগণৰ ওপৰত নিৰ্য্যাতন আৰম্ভ কৰি দিলে নিৰাপত্তা বিচাৰি অহা ভগনীয়াৰে উপচি পৰা লাচা নগৰীৰ জনসংখ্যা চাওতে চাওতে দুগুণ হৈ পৰিল । প্ৰাৰম্ভিক পৰ্য্যায়ৰ পৰীক্ষা সমাপ্ত কৰি দালাই লামাও উভতি আহিল অশান্ত নগৰীখনলৈ ।



বসন্তৰ আগলি পৰশ পাই তেতিয়া ফুটি উঠিব ধৰিছিল মনোমোহা 'উপেল' ফুল । ডেলফিনিয়াম ফুলৰ নিচিনা এই নীলা ৰঙৰ বনৰীয়া ফুল

ফুলি উঠিব ধৰিলে সমগ্ৰ লাচা উপত্যকাৰ দৃশ্য সলনি হৈ পৰে। যি পিনে চকু যায় সিপিনেই নীলা আৰু নীলা। মাইলৰ পিচত মাইল বিয়পা নীলা ৰঙৰ বিস্তীৰ্ণ সমাবেশ। নীলা আকাশ, নীলা পৃথিৱী- মাজে মাজে থিয় দি আছে অসংখ্য হিমাবৃত পৰ্বত শিখৰ। হ্ৰদৰ পানী নীলা- চাংপো আৰু কিউচু নদীৰো পানী নীলা তাতে প্ৰতিবিম্বিত হয় বিশাল পোতালা।

মহান মনলাম উৎসৱৰো সেয়ে সময়। নগৰবাসীয়ে সজাই পৰাই তোলে প্ৰাচীন লাচা নগৰী। দূৰ-দূৰণিৰ পৰা অহা তীৰ্থযাত্ৰীৰে ঠাহ খাই পৰে নগৰীৰ পথ-ঘাট। জুমে জুমে ডেকা-গাভৰুৱে মাজনিশালৈকে নাচি গাই ফুৰে বাটে-পথে।

বহুত তীৰ্থ যাত্ৰী আহে খোজ কাঢ়ি - বহুত আহে ঘোঁৰাৰে। তাৰ মাজে মাজে মাটিত দীঘল দি পৰি পৰি বহুতো আহে পোতালা চোৱাৰ জীৱনজোৰা বাসনা পূৰাবলৈ। তেনেদৰে দূৰণিৰপৰা আহি থকা ভক্তৰ বাবে বছৰো পাৰ হৈ যায় আহি থাকোঁতে- তথাপি আহি থাকে মানুহ। বস্তুবাদী হান কমিউনিষ্টে বাটৰ কাষত থিয় দি বিস্ময় দৃষ্টিৰে চাই থাকে মানৱীয় বিশ্বাসৰ এই ভিন্নতাক। সিহঁতো একেই মানুহ, জীৱনৰ বিভিন্ন সোৱাদ হয়তো সিহঁতেও ল'ব বিচাৰে। কিন্তু বস্তুবাদী শিক্ষাৰ কঠোৰতাই সিহঁতক থিয় কৰাই ৰাখে লাচা নগৰীৰ আলিবাটত আৰু জখাং দেৱালয়ৰ সন্মুখত ধৰ্ম, ভক্তি আৰু ভগবানো যেন সিহঁতৰ বাবে হৈ পৰে পুঁজিবাদৰেই আন কিছুমান ৰূপ।

সভ্যতা আৰু সংস্কৃতিৰ এই বিনাশকাৰী সংঘাতৰ জুই জ্বলি উঠিল পূব তিব্বতত্তো। জ্বলি উঠিব ধৰে চাংপো নৈৰ পাৰে পাৰে- নিৰীহ মানুহৰ কুটীৰে কুটীৰে। হানে চলাই যায় ওখ চাপৰ মাটি সমান কৰি পেলোৱা ৰাজনৈতিক আদৰ্শৰ বুলডজাৰখন। আনহাতে আপোন সভ্যতা আৰু সংস্কৃতি ৰক্ষাৰ আহ্বানত সেই বুলডজাৰৰ সন্মুখতে আহি থিয় দিয়ে তিব্বতবাসীয়ে। হাজাৰ হাজাৰ মানুহ মৰিব ধৰে কিন্তু প্ৰেৰণা ৰৈ যায় আন সহস্ৰজনৰ অন্তৰত।

মনলাম উৎসৱৰ সময়ত দালাই লামা আহি থাকিব লাগে জখাং দেৱালয়লৈ। তাতে আশীৰ্বাদ কৰে শাৰী পাতি আহি থকা অগণন ভক্তক। এই মনলাম উৎসৱৰ সময়তে চূড়ান্ত পৰীক্ষাত উপস্থিত হবৰ বাবে নৰবুলিংকা এৰি জখাং দেৱালয়লৈ যাবলৈ ওলাল দালাই লামা। হালধীয়া ডোলাও সাজু কৰা হ'ল নৰবুলিংকাৰ প্ৰৱেশ দ্বাৰত। বাহিৰত অগণন জনগণ আহি সমবেত হ'ল সমদলত যোগ দিব বুলি। ঠিক সেই

মুহূর্ততে সকা সামৰিক কনভয় এটা হঠাতে আহি বৈ পৰিল নৰবুলিংকাৰ প্ৰবেশ পথত। গাড়ীৰ পৰা নামি জেনেৰেল চাং-চিন্-উ সদৰ্পে সোমাই গ'ল পথেৰে। সমবেত জনগণে অনিচ্ছাৰে বাট এৰি দিলে। জেনেৰেল গৰাকীৰ সেই আগমন যে গতানুগতিক নহয় তেনে এটা সন্দেহ হ'ল দালাই লামাৰ মনত। চুটিকৈ চুলি কটা আৰু হালধীয়া বং ধৰা দাঁত পাৰিব সৈতে এই মানুহজন যে অতি কপট চৰিত্ৰৰ সেই কথা এতিয়া আৰু দালাই লামাৰ অবোধ্য হৈ থকা নাই। সাতটা বছৰ ধৰি এই কপট হান সেনাপতিজনৰ কঠোৰ আচৰণতো দলাই লামা বিচলিত হৈ পৰা নাছিল। সিদিনাও নহ'ল। 'মন্‌লামৰ' শুভ কামনা জনাবলৈ অহাৰ ছলতে জেনেৰেল চাং-চিন্-উৱে প্ৰস্তাৱ আগবঢ়ালে—

"এটা নতুন নৃত্য বিশাৰদ দল লাচাত আহি উপস্থিত হৈছে। এই দলৰ নৃত্য আপুনি চাবলৈ ইচ্ছা কৰে নেকি ?"

হান সেনাপতিজনৰ প্ৰস্তাৱত কোনো অৰ্থান্তৰ আছে যেন নেদেখি দালাই লামাই সেই সদিচ্ছামূলক আমন্ত্ৰণক লগে লগে গ্ৰহণ কৰি পেলালে। গ্ৰহণ নকৰি উপায়ো নাছিল। অনিচ্ছুকতা প্ৰকাশ কৰাৰ অৰ্থই হ'ব অসন্তুষ্টি বঢ়াই তোলা।

"নিশ্চয় চাম। চাবলৈ ভাল পাম।"

নৃত্যগীত তিব্বতীয় সমাজ জীৱনৰ এক অভিন্ন অংগ। তিব্বতবাসীৰ এই সংস্কৃতি অতি চহকী আৰু পুৰণি। বৰ্ষাকালৰ আৰম্ভণিত নৰবুলিংকা প্ৰসাদৰ বহল প্ৰাঙ্গনত নৃত্য নাটিকা প্ৰদৰ্শন কৰাটো বহুদিনীয়া পুৰণি প্ৰথা। একে ৰাহে সাত দিন ধৰি চলে এই নৃত্য উৎসৱ। এই উৎসৱত প্ৰদৰ্শন কৰা বিভিন্ন নৃত্য নাটিকাৰ কাহিনীও ধৰ্মমূলক। বিভিন্ন দেৱ-দেৱী, দৈত্য-দানৱ, ভূত-প্ৰেত আৰু জন্তু জানোৱাৰৰ মুখা পিন্ধি প্ৰদৰ্শন কৰা এই পুৰণি নৃত্য চাবলৈ আহে লাচা নগৰীৰ হাজাৰ হাজাৰ বাসিন্দা। দালাই লামাৰ গ্ৰীষ্মকালীন আবাস গৃহ নৰবুলিংকাৰ বহল প্ৰঙ্গন উপচি পৰে উৎসৱমুখী জনতাৰে। লাচা নৈৰ পাৰত অৱস্থিত নৰবুলিংকা চৌহদৰ বৰ্গকালি কোনেও জুখি চোৱা নাই। এই চৌহদক মেৰিয়াই আছে এখন শিলৰ উচ্চ প্ৰাচীৰে। প্ৰবেশ দ্বাৰত থিয় দি থাকে সশস্ত্ৰ তিব্বতীয় প্ৰহৰী। নৰবুলিংকাৰ চৌহদলৈ সোমাই অহাৰ অধিকাৰ সকলোৰে নাথাকে। মঠৰ উচ্চ লামা আৰু চৰকাৰৰ পদস্থ বিষয়াসকলৰ বাহিৰে সৰ্বসাধাৰণ মানুহ ভিতৰলৈ সোমাব নোৱাৰে। বিদেশী জোতা আৰু টুপি পিন্ধা মানুহক প্ৰবেশদ্বাৰৰ পৰাই ভভতাই পঠোৱা হয়। শিলৰ প্ৰাচীৰখন

অতিক্রম কৰিলে বহিঃপ্ৰাঙ্গনখন পায় । নানান ধৰ্মীয় আৰু প্ৰশাসনীয় গৃহ আছে এই প্ৰাঙ্গনত । ক্ষুদ্ৰ যাদুঘৰ এটাও আছে ইয়াত । বহিঃপ্ৰাঙ্গন পাৰ কৰিলেই আন এখন হালধীয়া ৰঙৰ প্ৰাচীৰ পায় । এই হালধীয়া প্ৰাচীৰৰ প্ৰৱেশ দ্বাৰতো থাকে সশস্ত্ৰ প্ৰহৰী । বিশাল আকাৰৰ তিব্বতীয় মেষ্টিফ কুকুৰ বান্ধি ৰখা হয় এই প্ৰাচীৰৰ ঠায়ে ঠায়ে । এই প্ৰজাতিৰ তিব্বতীয় কুকুৰ আকাৰত যিমান বিশাল স্বভাৱো একেই সমানে হিংস্ৰ । দীঘল নোমৰ এই কুকুৰ তিব্বত দেশৰ শীতল জলবায়ুতহে বৰ্তী থাকিব পাৰে ।

এই হালধীয়া প্ৰাচীৰৰ অভ্যন্তৰতে আছে দলাই লামাৰ আছুতীয়া আবাস গৃহ । এই প্ৰাচীৰৰ অভ্যন্তৰত কি আছে কোনেও নাচায় । চোৱাৰো নিয়ম নাই । নৃত্য উৎসৱ চাবলৈ অহা সৰ্ব সাধাৰণ মানুহে এই হালধীয়া প্ৰাচীৰৰ চাৰিওফালে পৰিক্ৰমা কৰিব লাগে । 'ওম-মণি-পদ্মে-হুম' মন্ত্ৰ উচ্চাৰণ কৰি কৰি ভক্তসকলে পৰিক্ৰমা সম্পন্ন কৰে । এই প্ৰাচীৰৰ অভ্যন্তৰতে আছে এখন ধুনীয়া ফুলনি বাগিছা । আৰু আছে এটা শিলেৰে পাৰ বন্ধা পুখুৰী । সেই পুখুৰীত আছে অজস্ৰ মাছ । ভ্ৰমৰ গুঞ্জৰিত পুখুৰীটোত ফুলি থাকে অসংখ্য বগা ৰঙা 'সৰোৰুহ' ।

এই নিস্তব্ধ প্ৰাসাদত বাস কৰা অকলশৰীয়া দালাই লামাৰ এক মাত্ৰ লগৰী হ'ল আলপৈচান ধৰা ব্যক্তিগত সেৱক কিজন । নিৰ্দিষ্টকৈ অনুমতি প্ৰাপ্ত মন্ত্ৰী কিজন হে কেতিয়াবা আহে দালাই লামাক দেখা কৰিবলৈ । অলপ সময় থাকি পুনৰ ওলাই যায় হালধীয়া প্ৰাচীৰৰ বাহিৰলৈ । পৰিয়ালৰ কোনোবা আহি বহিঃপৃথিৱীৰ বাতৰি নুশুনালে অকলশৰীয়া দালাই লামাৰ বাবে বহিঃপৃথিৱীৰ লগত আন কোনো যোগসূত্ৰ নাই । সোণৰ পিঞ্জৰাত আবদ্ধ হৈ থকা চৰাইৰ নিচিনা এইজনা আজীৱন ব্ৰহ্মচাৰীৰ মান-মৰ্য্যদা, ধন-সম্পদৰ কোনো অভাৱ নাই । অভাৱ আছে মাত্ৰ এটাই আৰু সেইটো হ'ল মুক্ত জীৱনৰ আনন্দ । মুক্ত জীৱনৰ হাবিয়াস লৈয়ে গুচি গৈছে পূৰ্বৰ তেৰজন দালাই লামা । অৱশ্যে ষষ্ঠজন দালাই লামাহে আছিল ব্যতিক্ৰম । যিদিনা এই ষষ্ঠজন দালাই লামাক বিচাৰি উলিওৱা হৈছিল তেতিয়া তেখেত আছিল এজন পূৰ্ণাঙ্গ যুৱক – ভোগবিলাসত অভ্যস্ত । দালাই লামাৰূপে প্ৰতিস্থিত হোৱাৰ পিচতো পিচপিনে এৰি অহা ভোগ-বিলাসৰ স্মৃতিবিলাক মনৰ পৰা মচি পেলাব পৰা নাছিল । আন্ধাৰ নিশা পোতালা এৰি মনে মনে নামি গৈছিল সুপ্ত লাচা নগৰীৰ বুকুৰ মাজলৈ । বিচাৰি ফুৰিছিল মোহনীয় নাৰীৰ বাহুবন্ধনৰ উষ্ণতা । ৰচি থৈয়ো গৈছিল অসংখ্য ৰোমাঞ্চপূৰ্ণ কবিতাৰ গুলঞ্চ ।

এনে ব্যতিক্ৰম কিয় হ'বলৈ পাইছিল সিও আছিল এক ঐতিহাসিক ঘটনা। তেৰ মহলীয়া পোতালাটো আৰম্ভ কৰিছিল পঞ্চম দালাই লামা গৰাকীয়ে। কিন্তু নিৰ্মান কাৰ্য্য সমাপ্ত হ'বলৈ নৌপাওতেই তেখেতৰ অন্তকাল আহি পৰিছিল। অসমাপ্ত পোতালাটো সমাপ্ত কৰাৰ গুৰুভাৰ দি থৈ গ'ল ৰাজপ্ৰতিনিধি গৰাকীৰ হাতত। পিছে ৰাজপ্ৰতিনিধি গৰাকীয়ে নিজৰ ক্ষমতাৰে সেই কাম সমাপ্ত কৰাৰ আত্মবিশ্বাস গোটাব নোৱাৰিলে। দালাই লামা অসুস্থ, পূজা-পতাল, ধ্যান-সাধনাত ব্যস্ত হৈ আছে বুলি কৈ সেই মৃত্যুৰ বাতৰি পোন্ধৰটা বছৰ লুকুৱাই ৰাখি থলে। পোতালাৰ নিৰ্মাণ কাৰ্য অন্ত পৰাৰ পিচতেহে সেই মৃত্যুৰ বাতৰি প্ৰকাশ কৰা হ'ল। লগে লগে অনুসন্ধান আৰম্ভ হ'ল ষষ্ঠ দালাই লামা গৰাকীৰ। যেতিয়া বিচাৰি পোৱা হ'ল তেতিয়া তেওঁ এজন পূৰ্ণাঙ্গ যুৱক। সংসাৰী জীৱনৰ লাহ-বিলাহ আৰু ভোগ সম্ভোগত অভ্যস্ত পুৰুষ। দালাই লামাৰ ধাৰাবাহিক ইতিহাসত এয়ে আছিল একমাত্ৰ ব্যতিক্ৰম।

গতিকে নৃত্যপ্ৰিয় সৰ্বসাধাৰণ তিব্বতীয়ৰ নিচিনাকে চীন দেশীয় নৃত্য চাবলৈ দলাই লামাইও হাবিয়াস কৰিলে। কিন্তু জেনেৰেল গৰাকীয়ে সেই সৰল যেন লগা আমন্ত্ৰণৰ অন্তৰালত লুকুৱাই আনিছিল এখন কূট অভিসন্ধিমূলক আঁচনি। যিখন আঁচনি কাৰ্য্যকৰি কৰিব বিচাৰি লাচাৰ সামৰিক প্ৰশাসনে এক স্তুপীকৃত বাৰুদৰ সমষ্টিতহে যেন অগ্নি সংযোগ কৰিলে।

"এই নৃত্য য'তে ত'তে দেখুৱাব পাৰি যদিও পোহৰৰ সুব্যৱস্থা থকা মঞ্চত হ'লে বেছি ভাল হয়। আমাৰ শিবিৰত তেনে মঞ্চ আছে, গতিকে আপুনি তাতে গ'লেই ভাল হ'ব।"

সৰল আৰু আন্তৰিকতাপূৰ্ণ যেন লগা এই প্ৰস্তাৱৰ মাজত যে কিমান গভীৰ অভিসন্ধি লুকাই আছিল সেই কথা দালাই লামাই তেতিয়াও বুজি নাপালে। যিদিনা বুজিবলৈ সক্ষম হৈছিল সিদিনা কিন্তু বহুত পলম হৈ গৈছিল। বাৰুদৰ স্তুপত তেতিয়া অগ্নি সংযোগ কৰা হৈছিল- বিস্ফোৰণ হ'বলৈ মাত্ৰ বাকী আছিল।

"নৰবুলিংকাত তেনে সুবিধাজনক মঞ্চ অৱশ্যে নাই। আপুনি জানেই আমাৰ নৃত্য-নাটিকা সমূহ দিনৰ পোহৰতেই অনুষ্ঠিত হয়। মঞ্চৰো প্ৰয়োজন নহয়। মুকলি প্ৰাঙ্গণতে হয়। গতিকে, আপোনালোকৰ শিবিৰতে গৈ সেই নৃত্য চাবলৈ পালে মোৰ ভালেই লাগিব।"

দালাই লামাই নিঃসংকোচে সেই প্ৰস্তাৱ গ্ৰহণ কৰাত জেনেৰেল

চাং-চিন্-উ উভতিল নিজ শিবিৰলৈ। দালাই লামা গ'ল জখাং মন্দিৰলৈ।

মনলাম উৎসৱৰ সময়ত নৰবুলিংকা এৰি দলাই লামাই জখাং মন্দিৰলৈ যাবৰ দিনা লাচাবাসী উৎসৱ মুকৰিত হৈ উঠে ছয়ত্ৰিশজনীয়া দোলাভাৰীয়ে কঢ়িয়াই অনা দালাই লামাৰ হালধীয়া দোলাখনত সেৱা জনাবলৈ লাচাবাসী উবুৰিখাই পৰেহি আলিবাটৰ দুয়ো কাষে। দুমাইল দীঘল এই জন সমুদ্ৰৰ মাজেৰে দোলাখন পাৰহৈ যাওতে বাট উলিয়াই যায় ডপ্ ডপ্ সকলে। মুখত ক'লা ৰং সনা এই ডপ্ ডপ্সকলক দোলাৰ আগে আগে হাতৰ চাবুক ঘূৰাই অহা দেখিলে জনসাধাৰণে এনেয়ে বাট এৰি দিব লগা হয়।

গড়ে ছফুট বা তাতোকৈ অধিক উচ্চতাৰ এই ভীমকায় ভিক্ষুসকলৰ বাহ্যিক আকাৰেই মানুহৰ মনত ত্ৰাস সৃষ্টি কৰাত যথেষ্ট হৈ পৰে। প্ৰয়োজন নাথাকিলেও ডপ্ ডপ্ বা 'সিংহা' সকলে চিঞৰি চিঞৰি জনসাধাৰণৰ মূৰৰ টুপী খুলি তলমূৰ হৈ থাকিবলৈ সকীয়াই গৈ থাকে। হাতত লোৱা চাবুকৰ প্ৰহাৰ আহি কাৰোবাৰ গাত পৰিলেও সেইটো অতিচাৰৰ ভিতৰত নপৰে। তেনে প্ৰহৰকো মানুহে হাঁহি হাঁহি গ্ৰহণ কৰি লয়।

দলাই লামাই কেতিয়াও কোনো প্ৰযোজনতে পোতালা বা নৰবুলিংকা এৰি বাহিৰলৈ নাহে। অকল বসন্ত ঋতুৰ আৰম্ভণিতহে পোতালা এৰি নৰবুলিংকালৈ আহে আৰু মালাম উৎসৱৰ সময়ত নৰবুলিংকা এৰি জখাং দেৱালয়লৈ যায়। দালাই লামা এই ক্ষন্তেকিয়া ভ্ৰমণকো লাচাবাসীয়ে উৎসৱৰ নিচিনা জ্ঞান কৰে। হালধীয়া দোলাত বহি প্ৰতিবছৰে দালাই লামাই সমদল কৰি যায় জখাং দেৱালয়লৈ। এই ঐতিহাসিক সমদলৰ সন্মুখত আছে দীঘল দীঘল পেঁপা বজোৱা লামা সকল। সেই পেপাৰ মাত শুনিলেই বাটৰ দুয়োকাষে আহি থিয় দিয়া জনসাধাৰণ সচেতন হৈ পৰে। সকলো হাই উৰুমিৰ অন্ত পৰে- উগুল থুগুল হৈ পৰে মানুহৰ মন তাৰ পিচতেই আছে দালাই লামাৰ ব্যক্তিগত সেৱক লামাসকল। হাতে হাতে বৈ আনে হালধীয়া কাপোৰেৰে বন্ধা একোটা টোপোলা। দালাই লামাৰ বস্ত্ৰৰ টোপোলা। সেৱকসকলৰ পিচে পিচে কঢ়িয়াই অনা হয় দালাই লামাৰ প্ৰিয় পিঞ্জৰাবদ্ধ চৰাইবিলাক। তাৰে কোনোবাজনী ভাটৌ চৰাইয়ে কিবা এশাৰি মাত মাতিলেই শ্ৰোতাসকলৰ বুকুৰপৰা হুমুনিয়াহ ওলাই আহে স্বতঃস্ফুৰ্তভাবে। তলমূৰ কৰি থকা জনগণে তাকেই দালাই লামাৰ বাণী বুলি ধৰি লয়। ধৰ্মীয়বাণী লিখা পতাকাসমূহ লৈ লামা এদল আহি

থাকে চৰাই জাকৰ পিচে পিচে। পুৰণি বাদ্যযন্ত্ৰ বজাই অন্য লামাৰ দলে এই সমদলৰ ঐতিহাসিক চৰিত্ৰক আৰু অধিক সজীৱ কৰি তোলে। তাৰ পিচতেই অনা হয় দালাই লামাৰ ব্যক্তিগত আন্তাৱলৰ ধুনীয়া ধুনীয়া ঘোঁৰা বিলাক। সোণৰ জীন বন্ধা এই ঘোঁৰাজাকে উজলাই তোলে সমদলৰ দৃশ্য। ঘোঁৰাৰ পিচে পিচে আহে বিভিন্ন পদমৰ্য্যদাৰ লোক সকল। উচ্চ পৰ্য্যায়ৰ লামা সকলৰ বাদেও আহে তিব্বতীয় সৈন্য বাহিনীৰ সৰ্বাধিনায়কজন। তাৰ পিচতেই আহে বহু প্ৰত্যাশিত হালধীয়া দোলাখন। মৈৰা চৰাইৰ পাখিৰে সজা এখন বিৰাট আকাৰৰ আৰোৱান এজন ভিক্ষুৱে ধৰি আহে দোলাখনৰ ওপৰে ওপৰে। জনগণে অভ্যাসগতভাৱে জিভাৰ আগটো উলিয়াই উসাহ টানি লয় বুকুৰ মাজলৈ। পাতল আঁৰ কাপোৰৰ আঁৰত বহি যোৱা দালাই লামাই দেশবাসীলৈ চাই গৈ থাকে নিস্পলক দৃষ্টিৰে। হাত দাঙি আশীৰ্বাদো কৰিব নোৱাৰে পৰম্পৰাৰ বহিৰ্ভূত কথা বুলি।

প্ৰাচ্যৰ মোহনীয়া সংস্কৃতিৰ অন্তিম স্মৃতি বহন কৰি এই সমদলো সিদিনা নৰবুলিংকাৰ পৰা জখাং দেৱালয়লৈ আগবাঢ়িছিল। দুমাইল দীঘল এই ব্যৱধানৰ দুয়োকাষে থিয় দি ভক্তি নিবেদন কৰা হাজাৰ হাজাৰ লাচাবাসীয়ে অলপ সময়ৰ বাবে হলেও, সিদিনা হয়তো পাহৰি পেলাইছিল হানসকলৰ উপস্থিতিক। জাতীয় একতাৰ প্ৰতীক স্বৰূপ গ্যাল্লো ৰিম্পোচেৰ ক্ষন্তেকীয়া দৰ্শনে সিদিনা হয়তো সুদৃঢ় কৰি তুলিছিল লাচাবাসীৰ আত্মচেতনাৰ ভেটি। হালধীয়া দোলাখনত বহীযোৱা ম্ৰিয়মান দলাই লামাই কাচৰ খিৰিকী-খনেৰে চাই গৈছিল নিস্তব্ধ জনতাৰ মুখলৈ। দেশবাসীৰ অনিশ্চয়তা ভৰা ভৱিষ্যতৰ গভীৰ বেদনাৰ মাজতো দালাই লামাই বিচাৰি ফুৰিছিল এক শান্তিপূৰ্ণ মীমাংসাৰ সূত্ৰ। অশান্তিৰ সূত্ৰপাত হলেই যে এই মানুহৰ একাংশই চিৰদিনৰ বাবে লাচা নগৰীৰ বাটে পথে শুই পৰিব সেই আশংকাই কিজানি জৰ্জৰিত কৰি পেলাইছিল চতুৰ্দশ দালাই লামাৰো মন।

হানক তিব্বত দেশখনহে লাগে তিব্বতবাসীক নালাগে এয়ে আছিল সিদিনাৰ ৰাজনীতি। তিব্বতৰ নৈয়ে পৰ্ব্বতে, মঠে মন্দিৰে সিচঁৰতি হৈ থকা অতুল সোণৰ ভাণ্ডাৰটো সিহঁতে বিচাৰে এয়ে আছিল চিংত্ৰোৰ সাম্যবাদী সাৰমৰ্ম। সোতৰ দফীয়া আঁচনি যদি প্ৰকাশিলা হৈ পৰে তেনেহলে ক্ৰমে ক্ৰমে তিব্বতবাসীক নি বধ্যভূমিত থিয় কৰাই হলেও হান আধিপত্যক নিগাজী কৰি তোলা হব, এয়ে আছিল লক্ষ্য। 'বন্দুকৰ নলেৰেই ৰাজনৈতিক ক্ষমতা ওলাই' এই বিপ্লবী দৰ্শনত বিশ্বাসী হান

কমিউনিষ্টে তিব্বতবাসীৰ কোনো আকাংখাকে স্বীকৃতি দিবলৈ সাজু নাছিল। বৃহৎ চীন দেশৰ অখণ্ডতাৰ ৰক্ষাৰ্থে তিব্বতবাসীৰ জাতীয় পৰিচয়কো মচি পেলাবলৈ সাজু হৈ আহিছিল গণমুক্তি ফৌজৰ বিশাল বাহিনী।

সংখ্যাগৰিষ্ঠতাৰ অহংকাৰ হাজাৰ বছৰ আগতেও আছিল আৰু আজিও আছে। সবলীয়ে দুৰ্বলীক গ্ৰাস কৰি বৰ্তী থকাতো, সৃষ্টিৰেই চৰিত্ৰ। এই আদিম চৰিত্ৰৰ সংশোধন নহয় - হবও নোৱাৰে, দৰ্শন লাগিলে যিয়েই নহওক।



সিদিনা আছিল উনষাঠী চনৰ প্ৰথম মাৰ্চ। জখাং দেৱালয়ৰ প্ৰধান মন্দিৰৰ প্ৰাঙ্গনত আহি সমবেত হৈছিল শ শ উচ্চ পদাধিকাৰী লামা আৰু ভিক্ষু। গ্যাল্লো ৰিম্পোচে চূড়ান্ত স্নাতক পৰীক্ষাত অৱতীৰ্ণ হব এয়ে আছিল মূল অকৰ্ষন। সেই একেই পৰীক্ষাত অৱতীৰ্ণ হবলৈ হাবিয়াস কৰা পৰীক্ষাৰ্থীৰ লগতে দালাই লামাইও আধ্যাত্মিক যুক্তি তৰ্কত অংশ গ্ৰহণ কৰিব তাকে শুনিবলৈ গভীৰ আগ্ৰহ লৈ বহি আছিল শ শ জ্ঞানী মানুহ। তিব্বত দেশৰ ধৰ্মীয উধান স্বৰূপ চেৰা, ড্ৰেপুং আৰু গাডেন মঠৰ খেন্‌পো তিনিগৰাকীক লৈয়ে গঠিত হৈছিল পৰীক্ষক মণ্ডলী। আধ্যাত্মিক জ্ঞানৰ যুক্তি তৰ্ক মুকলি ভাবেই হব লাগে এয়ে নিয়ম। প্ৰশ্নকাৰীয়ে নানান অংগী-ভংগী কৰি নাটকীয় অভিনয়ৰে উথাপন কৰা কঠিন প্ৰশ্নৰ মাজতো আছে এক বিশেষ কলা-কুশলতা। প্ৰশ্ন উথাপন কৰাৰ সময়ত প্ৰশ্নকাৰীয়ে নানান অংগী ভংগীৰে বিচলিত কৰি পেলাব খোজে পৰীক্ষাৰ্থীৰ মন। পৰীক্ষাৰ্থীয়ে সকলো প্ৰশ্নৰ উত্তৰ লগে লগে দিব লাগে — ভাবিবৰ সময় নাপায়। তাৰ পিচত স্থান সলনি হয়। এইবাৰ পৰীক্ষাৰ্থীয়ে প্ৰশ্ন উথাপন কৰিব আৰু পূৰ্বৰ প্ৰশ্নকাৰীয়ে উত্তৰ দিব লাগিব এয়ে পৰীক্ষাৰ নিয়ম। প্ৰশ্নকাৰীয়ে থিয়হৈ প্ৰশ্ন কৰে আৰু আনজনে বহি বহি উত্তৰ দিয়ে। এই পৰীক্ষাত অৱতীৰ্ণ হবলৈ হাবিয়াস কৰোতাজনে নিজকে প্ৰস্তুত কৰি তুলিবলৈ দীৰ্ঘদিন ধৰি অনুশীলন কৰিবলৈ বাধ্য হয়। গভীৰ আৰু সুক্ষ্ম অধ্যয়নৰ অবিহনে এই তৰ্ক প্ৰতিযোগিতাত অৱতীৰ্ণ হোৱাৰ সাহস সকলোৰে

গোটাব নোৱাৰে । এবাৰতে সফলতা লাভ কৰিব পাৰিব বুলিও কোনে নিশ্চিত হবনোৱাৰে ।

দালাই লামাৰ এই গুৰুত্বপূৰ্ণ পৰীক্ষাত দৰ্শক হ'বলৈ আহিছিল শ শ জ্ঞানী লোক আৰু অতি উচ্চ পৰ্য্যায়ৰ লামাসকল । তিব্বত দেশৰ সৰ্বোচ্চ ব্যক্তি হৈও প্ৰয়োজনীয় অৰ্হতা লাভ কৰাতো প্ৰতিজন দালাই লামাৰ বাবেও বাধ্যতামূলক ৰীতি হৈ আহিছে অতীতৰেপৰা । সোণৰ সিংহাসনৰ পৰা নামি আহি সাধাৰণ পৰীক্ষাৰ্থীৰ ৰূপত থিয় দিব লাগে পৰীক্ষকৰ সন্মুখত । এই মৌখিক পৰীক্ষাত কোনো বিশেষ সহানুভূতি নাপায় কাৰণে দালাই লামাৰ প্ৰতিটো উত্তৰ শুনিবলৈ অতি উৎকণ্ঠাৰে অপেক্ষা কৰি থাকে প্ৰতিজন দৰ্শক । উত্তৰটো শুদ্ধ হলেই স্বস্তিৰ নিশ্বাস ওলাই আহে প্ৰতিজন মানুহৰ বুকুৰপৰা ।

এনে এক গুৰুত্বপূৰ্ণ ধৰ্মীয় পৰিবেশৰ মাজতে আহি কোনোবা ভিক্ষুৱে দালাই লামাক জনালে যে দুজন নিম্নপৰ্যায়ৰ হান বিষয়াই তেখেতৰ সাক্ষাৎ বিচাৰিছে । কথাটো শুনি দালাই লামা আচৰিত হ'ল । সচৰাচৰ কোনোবা জেনেৰেলে তেখেতক দেখা কৰিব বিচাৰিলে সেই ইচ্ছাক তিব্বতীয় বিষয়াৰ যোগে আগতীয়াকৈ জনোৱা নিয়ম । কোনো সামাজিক কাৰ্যসূচীৰ বাবে তেখেতক নিমন্ত্ৰণ জনাবলগিয়া হলে তাকো সংশ্লিষ্ট তিব্বতীয় বিষয়াৰ যোগেই জনোৱা হয় । কিন্তু এই প্ৰচলিত সৌজন্যতা ভঙ্গ কৰি দুজন নিম্ন পৰ্যায়ৰ হান বিষয়াক পোনে পোনে দালাই লামাৰ ওচৰলৈ পঠোৱা দেখি সকলো মানুহ বিৰক্ত হৈ উঠিল । তাকো দেৱালয়ত আহি সাক্ষাত বিচৰা কথাটোক সকলোৱে সহজভাৱে লব নোৱাৰিলে । গ্যাঙ্গো ৰিম্পোচেৰ সন্মান লাঘব কৰাৰ ইও কূট প্ৰচেষ্টা বুলি সকলোৱে ধৰি ললে । ইতিমধ্যে বিষয়া দুজন আহি দালাই লামাৰ সন্মুখত উপস্থিত হ'ল ।

"কোন তাৰিখে আপুনি নৃত্য চাবলৈ যাব সেই কথা কমৰেড জেনেৰেলে জানিব বিচাৰিছে ।"

"এতিয়াতো মই সঠিক দিন জনাব নোৱাৰোঁ । আমাৰ কাৰ্য্যসূচীৰ বহুত কাম এতিয়াও বাকী আছে । দহ দিন পিচতহে জনাব পাৰিম বুলি ক'বা গৈ ।"

উত্তৰটো দলাই লামাই নিজৰ স্বভাৱিক নম্ৰতাৰেই দিলে যদিও হানবিষয়া দুজন সেই উত্তৰত সন্তুষ্ট নহ'ল ।

"এইবিলাক কথা আমি নাজানো । কমৰেড জেনেৰেলে সঠিক তাৰিখ জানিব বিচাৰিছে যেতিয়া সেই তাৰিখটো লৈহে আমি উভতি যাব

পাৰিম ।"

কমিউনিষ্ট অনুশাসনৰ সুনাম আছে বুলি পৃথিৱী বাসীয়ে জানে কিন্তু সেই অনুশাসনৰ অন্তৰালত যে আতঙ্কও আছে সেই কথা হান বিষয়া দুজনৰ কথাতে ওলাই পৰিল । আনহাতে বিষয়া দুজনৰ আকোৰগোজ আচৰণতো দালাই লামাই নিজৰ ভৰসাম্যতাক হেৰুৱাই পেলালে ।

"মই কলোৱেই নহয়, আমাৰ কাৰ্যসূচীৰ অন্ত পৰিলেহে সঠিক তাৰিখ এটা জনাব পাৰিম ।"

অৱশেষত হান বিষয়া দুজন উভতি গ'ল যদিও সিহঁতে প্ৰদৰ্শন কৰা অমৰ্যাদাসূচক আচৰণৰ স্পন্দন এটা পিচপিনে এৰি থৈ গ'ল । জখাং দেৱালয়ত সমবেত হোৱা জনগণে হানবিষয়া দুজনৰ ঔদ্ধতালিক মানি লব নোৱাৰিলে যদিও দেশবাসীৰ নিৰাপত্তাৰ কথা মনত ৰাখি দালাই লামাই সেই পৰিস্থিতিকো মূৰ পাতি ললে । তেখেতে সকলোকে বুজাই দিলে যে সংঘৰ্ষ এৰাই চলিবলৈ এনে সৰু-সুৰা অৱমাননাকো সহি যাব লাগিব ।

পৰীক্ষা শেষ কৰি পাঁচ মাৰ্চৰ দিনা দালাই লামাই সমদল কৰি উভতি আহিল নৰবুলিংকালৈ । তিব্বত দেশৰ হাজাৰ বছৰীয়া ইতিহাসক প্ৰতিবিম্বিত কৰা এইটোৱেই আছিল অন্তিম ধৰ্মীয় সমদল । সেই ইতিহাসৰ যে সিদিনাৰ পৰাই অন্ত পৰিব সেই সন্দেহ কিন্তু কাৰো মনত উদ্ভৱ নহ'ল ।

বিগত বছৰ বিলাকত এই সমদলক সন্মান জনাবলৈ হান সৈনিক দলো আহি থিয় দিছিল বাটৰ দুয়ো কাষে । আনকি দালাই লামাক তথা কথিত খাম্পা বিদ্ৰোহীৰপৰা নিৰাপত্তা দিবলৈ হান সৈনিকে ওচৰ-পাজৰৰ ওখ ঠাইতো চোকা পহৰাৰ ব্যৱস্থা কৰিছিল । কিন্তু দালাই লামাৰ আচল বিপদ কোন দিশৰ পৰা আহিব পাৰে সেই কথা অকল লাচাবাসীয়েই জানিছিল । সেই কাৰণে এইবাৰ সমদল অহাৰ পূৰ্বৰেপৰা দালাই লামাৰ ব্যক্তিগত দেহৰক্ষীসকলে নিৰাপত্তা ব্যৱস্থা কটকটীয়া কৰি তুলিছিল । আনকি দেহৰক্ষীসকলে হান শিবিৰৰ পিনেহে মেচিনগান টোঁৱাই ৰখা দেখিলে জনসাধাৰণে । এনেদৰে সন্দেহ আৰু অনাস্থাই তিব্বতবাসীক লাহে লাহে হানসকলৰপৰা দূৰৰ পৰা দূৰত্বলৈ আঁতৰাই লৈ যাব ধৰিলে ।

নৰবুলিংকা প্ৰাসাদলৈ উভতি অহাৰ দুদিন পিচতে— অৰ্থাৎ সাত মাৰ্চ তাৰিখে জেনেৰেল চাং-চিন-উৰ পৰা পুনৰ সঠিক তাৰিখ এটা বিচাৰি

বাৰ্তা আহিল । ইপায়হীন দালাই লামাই দহ মাৰ্চ তাৰিখটোকে ধাৰ্যকৰিলে । সঠিক তাৰিখ ঠিক হ'ল যদিও দালাই লামাই সৈনিক শিবিৰলৈ যোৱাৰ কোনো ভ্ৰমণ সূচী ঠিক কৰা নহ'ল । নৰবুলিংকাৰপৰা সৈনিক শিবিৰৰ দূৰত্ব মাত্ৰ দুমাইল যদিও সেই শিবিৰলৈ যোৱাৰ বাবে দালাই লামাৰ ক্ষেত্ৰত বিশেষ পদমৰ্যাদা সূচক ভ্ৰমণ ব্যৱস্থাক সকলোৱে আশা কৰিলে । এই ভ্ৰমণত লাচাবাসীৰ আন্তৰিক সমৰ্থন নাছিল যদিও দলাই লামাৰ ইচ্ছাৰ বিৰুদ্ধে কোনো মুকলি প্ৰতিবাদো নকৰিলে ।

নিৰ্দ্ধাৰিত দহ তাৰিখৰ আগদিনা পুৱা অৰ্থাত ন মাৰ্চত দালাই লামাৰ দেহৰক্ষী বাহিনীৰ অধিনায়ক 'কুচুন ডেপনক' সামৰিক শিবিৰলৈ মাতি পঠোৱা হ'ল । কুচুন ডেপন যাওতে পলম হৈছিল । যেতিয়া তেওঁ গৈ সামৰিক পৰামৰ্শদাতা ব্ৰিগেডিয়াৰ 'ফু'ৰ সমুখত উপস্থিত হ'ল তেতিয়া ব্ৰিগেডিয়াৰ গৰাকীক প্ৰচণ্ড খঙত ওফন্দি থকা দেখা পালে । কোনো ভূমিকা নকৰি বা দালাই লামাৰ এজন সন্মানিত বিষয়া বুলি বিধিগত সৌজন্যতাকো প্ৰকাশ নকৰি ব্ৰিগেডিয়াৰ ফু প্ৰায় চিঞৰি উঠিল–

"কাইলৈ দালাই লামাই ইয়ালৈ নৃত্য নাটিকা চাবলৈ আহিব । এই বিষযে কিছু সিদ্ধান্ত লোৱাৰ প্ৰয়োজন আছে । সেই কাৰণতে আপোনাক মাতি পঠোৱা হৈছে ।"

দালাই লামাক সামৰিক শিবিৰলৈ আমন্ত্ৰণ জনোৱা কথাটো কুচুন ডেপনেও জানিছিল । কিন্তু কোন দিনা আহিব সেই সঠিক তাৰিখটোহে জনা নাছিল ।

"সঠিক তাৰিখটো ঠিক কৰা হ'লনেকি ?" কুচুন ডেপনৰ পোনপটীয়া সৰল প্ৰশ্নটো শুনি ব্ৰিগেডিযাৰ ফুৱে ঠাট্টাৰ সুৰত ওলোটা প্ৰশ্নহে কৰিলে-

"আপুনি নাজানে নেকি ? তেনেহলে শুনক আমাৰ সিদ্ধান্তৰ কথা-" এই বুলি ব্ৰিগেডিযাৰ ফুৱে কুচুন ডেপনৰ ওপৰত তীক্ষ্ণ দৃষ্টি ৰাখি যি কিটা সিদ্ধান্তৰ কথা ক'লে সেযে যেন গণ অসন্তুষ্টিৰ স্তূপীকৃত বাৰুদত যেন লাগনি খৰিহে হৈ পৰিল ।

"আপোনাক এই কথা স্পষ্ট কৰি দিব বিছাৰিছোঁ যে দালাই লামাৰ আগমন উপলক্ষে কোনো ধৰণৰ পৰম্পৰাগত আনুষ্ঠানিক কাৰ্য্যসূচী নাথাকিব । স্বায়ত্ত শাসনৰ প্ৰস্তুতি সমিতিৰ সভালৈ গলে আপোনালোকৰ যি সশস্ত্ৰ মানুহ তেখেতৰ লগত যায় তেনে কোনো সশস্ত্ৰ মানুহ লগত আহিব নোৱাৰিব । যদি একান্তই প্ৰয়োজন বুলি ভাবে তেনেহলে দুজন বা তিনিজন গা-ৰখীয়া সৈনিক মাত্ৰ লগত আহিব পাৰিব । এইও আমাৰ

সিদ্ধান্ত যে তেনে গা-ৰখীয়া মানুহ নিৰস্ত্ৰ হব লাগিব । আপোনালোকৰ কোনো মানুহে শিলৰ সাঁকোখন পাৰ হৈ আহিব নোৱাৰিব ।”

ব্ৰিগেডিয়াৰ ফুৱে জনোৱা এই বিধিবহিৰ্ভূত প্ৰস্তাৱসমূহ শুনি কুচুন ডেপন আচৰিত হৈ পৰিল । ল্হাচা নৈৰ উপসূতি এখনৰ ওপৰত থকা এই শিলৰ সাঁকোখন বহুত পুৰণি । বিচিত্ৰ কাৰুকাৰ্য্য কৰা এই শিলৰ সাকোঁখন সেই সময়ত দুয়োটা জাতিৰ মাজত এক মানসিক সীমাৰেখা স্বৰূপ হৈ পৰিছিল । হানৰ বিশাল সৈন্যবাহিনীক লাচাবাসীয়ে আদৰি লব পৰা নাছিল যদিও সাঁকোখনৰ সিপাৰে স্থাপন কৰা শিবিৰত আবদ্ধ হৈ থকাত, সেই উপস্থিতিকো লাচাবাসীয়ে সহ্য কৰি লৈছিল ।

কিন্তু লাচাবাসীৰ দ্বাৰা বৰ্জিত সামৰিক শিবিৰলৈ দালাই লামা যাব এই কাৰ্য্যক ল্হাচাবাসীয়ে সহজভাৱে লব নোৱাৰিলে । এনে পৰিস্থিতিত দালাই লামাই নিৰাপত্তাহীনভাৱে হান শিবিৰলৈ যাব ওলালে লাচাবাসীৰ প্ৰতিক্ৰিয়া কেনেকুৱা হব পাৰে সেই চিন্তাত কুচুন ডেপন উদ্বিগ্ন হৈ পৰিল । প্ৰচলিত প্ৰথা অনুযায়ী দালাই লামা ক'ৰবালৈ গলে পঁচিশজন সশস্ত্ৰ গা-ৰখীয়া লগত যোৱাটো নিয়ম । আকস্মিকভাৱে এই নিয়ম ভংগ কৰিব লগা হলে জনসাধাৰণক কুচুন ডেপনে কি বাখ্যা দিব সিও চিন্তাৰ কাৰণ হৈ পৰিল । উপায়হীন কুচুন ডেপনে এই বিধিবহিৰ্ভূত নিৰ্দেশৰ যুক্তি বিচৰাত ব্ৰিগেডিয়াৰ ফু পুনৰ উত্তপ্ত হৈ উঠিল ।

“কোনোবাই যদি আকস্মিকভাৱে গুলিচালনা কৰি দিয়ে তাৰ দায়িত্ব আপুনি লবনে ? আমি কোনো গণ্ডগোল হোৱাটো নিবিচাৰো । দালাই লামা আহিবৰ সময়ত আমাৰ সৈনিকো নিৰস্ত্ৰ হৈ থাকিব । আপোনাৰ গা-ৰখীয়া সৈনিকক আপুনি সাঁকোখনৰ সীমালৈকে থিয় কৰাই ৰাখিব পাৰিব কিন্তু কোনো পৰিস্থিতিতে সাঁকোখন পাৰহৈ আহিব নোৱাৰিব । এই সমুদায় ব্যৱস্তা গোপন হৈ থাকিব লাগিব- বুজিছে ?”

সামৰিক শিবিৰৰপৰা উভতি আহি কুচুন ডেপনে যেতিয়া সকলো বিৱৰি ক'লে তেতিয়া শান্তিকামী দালাই লামাই সেই ব্যৱস্থাকো মানি লবলৈ বাধ্য হ'ল ।

কিন্তু লাচাবাসীক বুজাব কোনে ? দালাই লামাৰ যি কোনো ভ্ৰমণৰ কথা সদৰি হৈ পৰাৰ লগে লগে হাজাৰ হাজাৰ দৰ্শনপ্ৰাথী লাচাবাসী আহি বাটৰ দুয়োকাষে থিয় দি পৰে । দালাই লামা সৈনিক শিবিৰলৈ যোৱা কথাটো গোপন হৈ থকাটো সম্ভৱ নাছিল । মনলাম উৎসৱৰ অন্ত পৰিছিল যদিও লাচানগৰী সিদিনাও তীৰ্থ যাত্ৰীৰে উপচি আছিল । লাচা নগৰীৰ

জনসংখ্যা সিদিনা সর্বোচ্চ একলাখৰ সীমা পাইছিল। নৰবুলিংকা এৰি দালাই লামা বাহিৰ ওলালেই সেই বাতৰি নিমিষতে ৰত্নাহৰ নিচিনাকৈ লাচনগৰীত বিয়পি পৰিব বুলি সকলোৱে জানে। লগে লগে হাজাৰ হাজাৰ মানুহে সকলো কাম বাদ দি আহি বাটৰ কাষত থিয় দি পৰিব সেই কথাও নতুন নহয়। কিছুমানে হয়তো দালাই লামাৰ দোলা অনুসৰণ কৰোতে শিলৰ সাঁকোখনো পাৰ কৰি যাব। অলপ ভুল বুজাবুজিৰ ফলত মুহূৰ্তৰ ভিতৰতে সংঘৰ্ষৰ জুই জ্বলি উঠিব পাৰে বুলি আশঙ্কা কৰিলে দলাই লামাৰ ব্যক্তিগত বিষয়া সকলে।

এই সম্ভাৱনাপূৰ্ণ পৰিস্থিতিক চম্ভালিবলৈ পিচদিনা শিলৰ সাঁকোখনলৈ সশস্ত্ৰ আৰক্ষী নিয়োগ কৰাৰ সিদ্ধান্ত ললে বিষয়াসকলে। পিচদিনা যাতায়তৰ ওপৰত বিশেষ নিয়ন্ত্ৰণ আৰোপ কৰা হব বুলিও জনসাধাৰণক জনাই দিবলৈ আৰক্ষী লোককে দায়িত্ব দিয়া হ'ল।

কিন্তু দালাই লামাৰ সৈনিক শিবিৰ ভ্ৰমণ কৰাটো আৰু গোপন হৈ নাথাকিল। এই বিশেষ ব্যৱস্থাবিলাকে লাচাবাসীৰ মন সন্দিগ্ধ কৰি তোলাত সৰহ সময় নালাগিল। এই ভ্ৰমণৰ অন্তৰালত যে কিবা গভীৰ ষড়যন্ত্ৰ লুকাই আছে সেই সন্দেহত নিশাটোৰ ভিতৰতে লাচানগৰীৰ পৰিবেশ উত্তপ্ত হৈ পৰিল। হান শিবিৰলৈ গলে গ্যাল্লো ৰিম্পোচেক অপহৰণ কৰি চীন দেশলৈ লৈ যোৱা হব বুলিও উৰাবাতৰি বিয়পি পৰিল। লাচাৰ বাটে-পথে মানুহে জুম বান্ধিব ধৰিলে। চুকে-কোনে উত্তেজিত মানুহৰ সভা বহিল। হানৰ লাগনি খৰি মুঠিয়ে যেন গণ বিৰোধৰ বাৰুদত অগ্নি সংযোগ কৰি পেলালে। পিচদিনা দহ মাৰ্চত বিস্ফোৰণ ঘটিল যি বিস্ফোৰণে সমগ্ৰ তিব্বত দেশ কঁপাই তুলিলে।

দহ মাৰ্চৰ দিনা প্ৰাতঃ কালৰ পূজা পাঠ শেষ কৰি আনদিনৰ নিচিনাকৈ সিদিনাও দালাই লামা ওলাই আহিছিল ফুলনিবাগিচা খনলৈ। বসন্তৰ সেই সুকোমল প্ৰভাতেই যে তিব্বত দেশৰ হাজাৰ হাজাৰ বছৰীয়া শান্তিপূৰ্ণ ইতিহাসৰ শেষ প্ৰভাত হৈ পৰিব সেই আশঙ্কা তেতিয়াও দালাই লামাৰ অন্তৰত স্থান পোৱা নাছিল। হালধীয়া প্ৰাচীৰখনৰ অন্তৰালত পেখম তুলি নচা ময়ূৰী কেইজনীয়ে সিদিনাও দালাই লামাক দেখি ওচৰ চাপি আহিছিল। কোনেও নাজানিছিল যে এই মধুৰ সান্নিধ্যও দুদিন পিচতে চিৰদিনৰ বাবে শেষ হৈ যাব বুলি। উদিত সূৰ্য্যৰ স্নিগ্ধ কিৰণে সিদিনাও শিখৰবিলাকত ছটিয়াই দিছিল কাকুণ্ডিৰ ৰং। বাসন্তী প্ৰভাতৰ সিদিনাও দালাই লামাই শুনি মোহিত হৈছিল অজস্ৰ পক্ষীৰ বিনন্দীয়া

যাত।

হঠাতে দালাই লামাৰ কাণত আহি পৰিল অগণন মানুহৰ কোলাহল ধ্বনি - লাচাবাসীৰ খণ্ডাল আৰ্তনাদ নৰবুলিংকাৰ কাষ চাপি আহিব ধৰিলে। শঙ্কিত দালাই লামাই লগে লগেই উভতি গ'ল নৰবুলিংকা প্ৰাসাদৰ ভিতৰলৈ। ব্যক্তিগত পৰিচাৰিকাক পঠিয়াই দিলে কোলাহলৰ কাৰণ জানিবলৈ, অলপ পিচতে পৰিচাৰিকা উভতি আহি জনালে যে লাচা নগৰীৰ হাজাৰ হাজাৰ মানুহ আহি আছে নৰবুলিংকাৰ দিশলৈ। সেই উত্তেজিত জনতাৰ লক্ষ্য হৈছে দালাই লামাক ৰক্ষণাবেক্ষণ দিয়া- যাতে হানসকলে তেখেতক সামৰিক শিবিৰলৈ লৈ যাব নোৱাৰে। ক্ষন্তেক পিচতে জনসমুদ্ৰৰ সেই উত্তাল তৰংগৰাশি আহি নৰবুলিংকাৰ শৈল প্ৰাচীৰত আচাৰ খাই পৰিল। ত্ৰিশ হাজাৰ উত্তেজিত লাচাবাসীয়ে নৰবুলিংকা অৱৰোধ কৰি পেলালে। প্ৰবেশ দ্বাৰত নিয়ন্ত্ৰণ নিজৰ হাতলৈ নি জনসাধাৰণে ওলোৱা সোমোৱাত প্ৰতিবন্ধক আৰোপ কৰিলে। হতাশগ্ৰস্ত দালাই লামাই দেশবাসীৰ বাবে সুৰক্ষাৰ প্ৰাৰ্থনা জনাবলৈ নৰবুলিংকাৰ প্ৰাঙ্গনত থকা মহাকালৰ মন্দিৰত সোমাল। তিব্বতীয় বিশ্বাসৰ মহাকাল আৰু হিন্দুৰ সদাশিৱ একেই জন দেৱতা যদিও ৰূপ পৃথক। ইতিমধ্যে মহাকালৰ সুৰক্ষা বিচাৰি আঠজন ভিক্ষুৱে অখণ্ড পূজা অৰ্চনা আৰম্ভ কৰিছিল। সংকট তথাপি প্ৰশমিত নহ'ল। বেলি বাঢ়ি অহাৰ লগে লগে উত্তেজিত লাচাবাসী ক্ৰমান্বয়ে মাৰমুখী হৈ উঠিব ধৰিলে। সেই পৰিস্থিতিৰ মাজতে মন্ত্ৰীসভাৰ দুজন সদস্য চীনা জীপ গাড়ীত উঠি নৰবুলিংকাৰ ওচৰ চাপি অহা দেখি উত্তেজিত জনসাধাৰণ হিংসাত্মক হৈ উঠিব খুজিলে। মন্ত্ৰী দুজনে নানান বাধা অতিক্ৰম কৰি কোনো ক্ষয়-ক্ষতি নোহোৱাকৈয়ে নৰবুলিংকাৰ প্ৰাচীৰ আবৃত প্ৰংগনত সোমাই পৰিল আৰু হান চালকে গাড়ী ওভতাই লৈ গল সামৰিক শিবিৰলৈ। এই একে সময়তে চাম্‌ডুপ্ ফড়ৰাং নামৰ আন এজন মন্ত্ৰী আহক নৰবুলিংকালৈ। তাকো আহিল চীনা বিষয়া এজনৰ ৰক্ষণা-বেক্ষণত। চাড়ুপ্ ফড়্ৰাং নতুন মন্ত্ৰী - সকলোৱে চিনিও নাপায়। চীনা বিষয়াই গ্যাল্লো ৰিম্পোচেক ধৰি নিবলৈ আহিছে বুলি কোনোবাই উৰাবাতৰি উলিয়াই দিয়াৰ লগে লগেই মাৰমুখি জনতাই শিল গুটিৰে আক্ৰমণ কৰিলে সেই গাড়ীখন। শিলগুটিৰ আঘাতত চাম্‌ডুপ্ ফড়্ৰাং আহত হ'ল। অজ্ঞান হৈ পৰা আহত ফড়্ৰাঙক মাটিতে পেলাই থৈ হান বিষয়াইও গাড়ী ওভতাই নিলে।

ইতিমধ্যে নৰবুলিংকাত প্ৰবেশকৰা মন্ত্ৰী দুজনে দালাই লামাক

জনালে যে জনতাক সোনকালে শান্ত কৰিব নোৱাৰিলে পৰিস্থিতি নিয়ন্ত্ৰণৰ বাহিৰলৈ গুচি যাব। নৰবুলিংকা অৱৰোধ কৰা জনতাই এখন ষাঠী-সত্তৰ জনীয়া সমিতি গঠন কৰি এই সিদ্ধান্তও ললে যে চীনাসকলে দালাই লামাক বলপূৰ্বকভাবে সামৰিক শিবিৰলৈ নিৱৰ চেষ্টা চলালে তেওঁলোকে নৰবুলিংকা প্ৰাসাদকো অৱৰোধ কৰিব। গণনেতাসকলে দালাই লামাক এই বুলিও অনুৰোধ জনালে যে উত্তেজিত জনসাধাৰণৰ মাজেৰে সামৰিক শিবিৰলৈ যোৱাৰ চেষ্টা নকৰাও ভাল হ'ব। নৰবুলিংকাৰ প্ৰাচীৰৰ বাহীৰত জনতাই চিঞৰা ধ্বনি দালাই লামাইও শুনিলে। 'চীনাসকল যাব লাগিব'... .....'তিব্বতৰ অধিকাৰ তিব্বতবাসীক ওভতাই দিয়া'.......'দখলদাৰী হান নিপাত যাওক'................'গ্যাল্লো ৰিম্পোচেৰ শাসনত হান হস্তক্ষেপ নচলিব'........ ইত্যাদি ধ্বনিত সমগ্ৰ অঞ্চলটো মুখৰিত হৈ উঠিল। লাচাবাসী যে নিযন্ত্ৰণৰ বাহিৰ ওলাই গৈছে সেই কথাত দালাই লামাৰ আৰু কোনো সন্দেহ নৰ'ল। হিংসাত্মক হৈ উঠা জনসাধাৰণে 'ফাকপালা খেনচুং' নামৰ ধৰ্মীয় বিষয়া এজনক ইতিমধ্যে নিহত কৰিলে। সেইটো কোনো ইচ্ছাকৃত হত্যা নাছিল। ভুল কৰিলে ফাক্‌পালা খেনচুঙে। তিব্বতীয় চৰকাৰৰ এজন ধৰ্মীয় বিষযা হৈও ফাক্‌পালা হানসকলৰ লগত কৰা হলিগলিক লাচাবসীয়ে আগৰে পৰা সহজভাবে লব পৰা নাছিল। সেই ফাক্‌পালাক যেতিয়া হান পোছাক পিন্ধি, চকুত ক'লা চচমা ওলোমাই চাইকেলৰ টিলিঙা বজাই নৰবুলিংকাৰ দিশলৈ আহি থকা দেখা পালে তেতিয়া জনসাধাৰণৰ ধৈৰ্য্য হেৰাল। ফাক্‌পালাই কঁকালত লুকুৱাই অনা পিষ্টলটো যেতিয়া মানুহৰ চকুত পৰিল তেতিয়া কোনো বাধাই জনতাক ৰখাব নোৱাৰিলে। ফাক্‌পালা খেনচুং আক্ৰান্ত হ'ল। শিলাবৃষ্টিৰ আঘাতত ফাক্‌পালা নিহত হৈ বাটৰ ধূলিত পৰি থাকিল।

এনেদৰেই অতিবাহিত হ'ল অশান্তি জৰ্জৰিত আৰু চাৰিটা দীঘল দিন। কোনো পক্ষই নিজৰ স্থিতি এৰি নিদিলে। মন্ত্ৰী পৰিষদৰ চাৰিজন সদস্যই সামৰিক শিবিৰত উপস্থিত হৈ হান জেনেৰেলক সকলো সমস্যা বুজাই ক'বলৈ গ'ল। জেনেৰেল টান-কুৱাং-চেনে সেই বুজনি শুনাৰ বিপৰীতে মন্ত্ৰী কিজনক কঠিন সতৰ্কবাণীহে শুনালে।

"আপোনালোকে আমাক বুজনি দিবলৈ আহিছে নহয়নে ? অথচ ভিতৰি ভিতৰি আপোনালোকৰ চৰকাৰে কি কৰি আছে সেই কথা আমি নাজানো বুলি ভাবিছে নেকি ?"

উত্তেজিত জেনেৰেলজনৰ এই আক্ৰমণাত্মক উক্তিত মন্ত্ৰী

তিনিগৰাকী শঙ্কিত হৈ পৰিল । শক্তিশালী হান সৈন্যবাহিনীৰ জেনেৰেল গৰাকীয়ে উত্থাপন কৰা অভিযোগ প্ৰত্যাখ্যান কৰাৰ সাহসো তেওঁলোকে হেৰুৱাই পেলালে । যুক্তি থাকিও অযুক্তিৰ সম্মুখত নতশিৰ হৈ ৰ'ল দালাই লামাৰ সন্মানিত মন্ত্ৰী কিজন ।

"আপোনালোকৰ চৰকাৰে চীনা কৰ্তৃপক্ষৰ বিৰুদ্ধে জনসাধাৰণক যে উত্তেজিত কৰি তুলিছে সেই কথাও আমি নাজানো বুলি ভাবিছে নেকি ? আনকি খাম্পা বিদ্ৰোহীসকলকো তলে তলে সহায় কৰিছে আপোনালোকৰ চৰকাৰেই আপোনালোকৰ অকৰ্মণ্য বিষয়াসকলে লাচাত শিবিৰ পাতি থকা খাম্পাসকলক কিয় নিৰস্ত্ৰ কৰিব নোৱাৰিলে তাৰ কাৰণ বুজাই দিব পাৰিবনে ? গতিকে এতিয়া আমি কঠিন পদক্ষেপ লৱলৈ বাধ্য হম । আমাৰ শাসন ব্যৱস্থাক বিৰোধীতা কৰা সকলক সম্পূৰ্ণ বিনাশ কৰি পেলোৱা হব সেই কথা জানি থওক ।"

জেনেৰেল টান-কুৱাং-চেনৰ এই সতৰ্কবাণীত ভয়ানক পৰিণতিৰ ইংগিত যে মিহলি আছিল সেই কথা অতি সহজে বুজি পালে নিঃসহায় মন্ত্ৰী কিজনে । পূব তিব্বতত চলোৱা নৃশংস নিৰ্য্যাতনক সমগ্ৰ তিব্বত ভূমিত বিয়পাই দিয়াৰ এয়ে চৰম সঙ্কেত বুলিও বুজি পালে । গনহত্যা আৰু ঐতিহ্য বিনাশৰ সীমাৰেখাত আহি থিয় দি পৰা নিঃসহায় মন্ত্ৰী কিজনে জেনেৰেল চেনক এবাৰ অনুনয় কৰি চাব বিচাৰিলে । কিন্তু সহনশীলতা বা মানৱীয় সহানুভূতিক বুজি নোপোৱা হান সেনাপতি জনৰ বাবে সিদিনা তিব্বত বুলি কোনো এখন পৃথক দেশ নাছিল -- আছিল মাত্ৰ মহান চীন নামৰ এখন বিশাল ৰঙা মানচিত্ৰ । তিব্বতীয় বুলি কোনো স্বাধীন পৃথক জাতিৰ অস্তিত্ব আছে বুলি হান সেনাপতি গৰাকীয়ে ভাবিবই পৰা নাছিল । ধৰ্মীয় সংস্কৃতিৰ মাজতো পুঁজিপতি প্ৰবঞ্চনাৰ গোন্ধ পোৱা হান সেনাপতি গৰাকীয়ে সত্তৰ কোটি চীনবাসীৰ তুলনাত যাঠীলাখ ধৰ্মান্ধ বুলি ভবা তিব্বতীয়ক কোনো মূল্য দিবলৈ সাজু নাছিল ।

"আমাৰ প্ৰশাসনে ইমান দিনে বহুত সহ্য কৰিলে । এই প্ৰতিক্ৰিয়াশীল দুষ্ট চক্ৰটোক ধংস কৰি পেলোৱাৰ এতিয়া সময় আহি পৰিছে । তোমালোকৰ মানুহৰ এই আচৰণক আমি মুকলি বিদ্ৰোহ বুলি ধৰি লৈছো । সহ্যৰ সীমা তোমালোকে চেৰাই পেলাইছা । গতিকে আমি এতিয়াৰ পৰাই আমাৰ কাম কৰিম — তোমালোক মাত্ৰো সাজু থাকিবা ।"

ওচৰতে থিয় দি থকা আন এজন জেনেৰেলে যেতিয়া এই শেষ সকীয়নী শুনালে তেতিয়া ঙাবো নামৰ মন্ত্ৰীজনো তাতে উপস্থিত

আছিল। সেই আলোচনা কালত ঙাবো সম্পূৰ্ণ মৌন হৈ আছিল। তেওঁক মনে মনে থাকিবলৈ বাধ্য কৰোৱা হৈছিল নে তেওঁ সৈনিক প্ৰশাসনৰ এজন সহযোগী হৈ পৰিছিল সেই কথা কিন্তু বুজা নগ'ল। সচৰাচৰ পিন্ধা হান পোছাকৰ সলনি ঙাবোৰ পৰিধানত সিদিনা আছিল অতি মূল্যাৱান তিব্বতীয় কিংখাপ।

হান প্ৰতিহিংসাৰ আগন্তুক বা-মাৰলীৰ সন্মুখত থিয় দি চাচুৰ নামৰ মন্ত্ৰী গৰাকীয়ে আৰু এবাৰ মিনতি জনাই চাব বিচাৰিলে। গণ উত্তেজনাক ৰোধ কৰিব নোৱাৰিলে হাজাৰ হাজাৰ হান সৈনিকে যি কোনো মুহূৰ্ততে যে লাচাবাসীৰ ওপৰত জপিয়াই পৰিব তাত আৰু কোনো সন্দেহ নাথাকিল। সেই সাম্ভাব্য গণহত্যাৰ মাজৰপৰা দালাই লামাও যে সাৰি যাব নোৱাৰিব সিও স্পষ্ট হৈ পৰিল। দালাই লামাৰ কোনো হানি বিঘিনি হলে সমগ্ৰ তিব্বত দেশখনেই যে ৰাঙলী হৈ উঠিব সেই ভয়ঙ্কৰ কল্পনাত অস্থিৰ হৈ উঠিল মন্ত্ৰী চাচুৰ।

"আপোনালোকক অধৈৰ্য্য নহবলৈ আমি পুনৰ মিনতি জনাব বিচাৰোঁ। সাধাৰণ তিব্বতীয় মানুহৰ মন বুজি পাবলৈ আপোনালোক অলপ সহনশীল হব বুলি আমি আশা কৰিছোঁ। প্ৰতিশোধ লোৱাৰ চেষ্টা চলালে পৰিস্থিতিয়ে ভয়ানক ৰূপ লৈ পেলাব পাৰে। আমাৰ মন্ত্ৰী পৰিষদে সম্ভৱপৰ সকলো পদক্ষেপ গ্ৰহণ কৰিব যাতে পৰিস্থিতি নিয়ন্ত্ৰণৰ বাহিৰ হৈ নাযায়। সৈন্য বাহিনীৰ লগত যাতে সংঘৰ্ষ লিপ্ত হৈ নপৰে তাৰ বাবে আমি সকলো তিব্বতীয় মানুহক বুজাম। আপোনালোকে আমাক এই সুযোগ দিব বুলি আশা কৰোঁ।"

"এই বিলাক পৰামৰ্শৰ এতিয়া আৰু কোনো মূল্য নাই। সংঘৰ্ষৰ ভয় কাক দেখুৱাব বিচাৰিছে আপোনালোকে ? অপোনালোকৰ পৰামৰ্শ শুনাৰ বাবে আমাৰ এতিয়া কোনো সময় নাই। আপোনালোক উভতি যাব পাৰে আৰু লাচাবাসীক সকীয়াই দিব যে প্ৰতিক্ৰীয়াশীলৰ বিদ্ৰোহ কেনেদৰে দমন কৰিব লাগে তাক আমি ভালদৰে জানো।"

শেষ প্ৰচেষ্টা বিফল হৈ পৰাত মন্ত্ৰী তিনিগৰাকী উভতি আহিল নৰবুলিংকালৈ। উভতি আহি দেখিলে যে নৰবুলিংকা অবৰোধ কৰা জনসংখ্যা বহুত কমি গৈছে। অৱশ্যে প্ৰবেশ পথৰ প্ৰতিবন্ধক তেতিয়াও অব্যাহত আছিল। মানুহবিলাকে নৰবুলিংকা এৰি গৈছিল যদিও হানবিৰোধী উত্তেজনা প্ৰশমিত হোৱা নাছিল। লাচা নগৰীৰ বিভিন্ন অংশ সিদিনা গণসভা বিলাকেৰে উপচি পৰিছিল। পথে পথে ওলাই আহিছিল শ শ

উত্তেজিত মানুহৰ মসৃণল। মুকলি সভাবিলাকত সোতৰ দফীয়া চুক্তি বাতিল কৰি চীনাসকলক তিব্বত দেশ ত্যাগ কৰি গুচি যাবলৈ দাবী জনোৱা হৈছিল।

মাৰ্চ মাহৰ সেই ঐতিহাসিক দহ তাৰিখৰ সন্ধিয়াতে নৰবুলিংকাত আহি সমবেত হৈছিল গণ নেতা আৰু তিব্বত প্ৰশাসনৰ নিম্ন পৰ্য্যায়ৰ বিষয়াসকল। সেই সমাবেশতে আহি যোগ দি পৰিছিল দালাই লামাৰ ব্যক্তিগত নিৰাপত্তাৰ সশস্ত্ৰ সৈনিকসকল। গণ সভাবিলাকে গ্ৰহণ কৰা প্ৰস্তাৱসমূহৰ প্ৰতি এই লোক সকলেও সমৰ্থন জনোৱাত চূড়ান্ত সংঘৰ্ষৰ বাবে দুয়োপক্ষ যেন সাজু হৈ পৰিল। ব্যক্তিগত নিৰাপত্তা বাহিনীৰ সৈনিক সকলে চীনাসকলে দিয়া সামৰিক পোছাক খুলি থৈ তিব্বতীয় ৰণুৱাৰ পোছাক পিন্ধি ললে।

পিচদিনা এঘাৰ তাৰিখে জনসাধাৰণে নিয়োগ কৰা সশস্ত্ৰ প্ৰহৰী সকলে মন্ত্ৰীপৰিষদৰ কাৰ্য্যালয়টো অবৰোধ কৰি সকলোকে ঘেৰাও দি ৰাখিলে। অবৰুদ্ধ মন্ত্ৰীসকলে তাৰ মাজতে নৰবুলিংকাৰ অৱৰোধ তুলি লবলৈ জনসাধাৰণক সম্মত কৰালে যদিও জেনেৰেল চেনৰ পৰা অহা এখন চিঠিয়ে সেই প্ৰচেষ্টাকো ওলট পালট কৰি পেলালে। সেই চিঠিত জেনেৰেল গৰাকীয়ে অভিযোগ আনিলে যে লাচাবাসীয়ে চীনলৈ যোৱা মটৰ আলিত অৱৰোধ থিয় কৰাইছে। সেই অৱৰোধ তুলি লোৱা নহলে সকলো পৰিণতিৰ বাবে মন্ত্ৰী পৰিষদেই জগৰীয়া হব বুলিও সকীয়াই দিলে। এই সকীয়নীত জনসাধাৰণ আৰু অধিক উত্তেজিত হৈ উঠি যি কোনো ত্যাগৰ বিনিময়ত নৰবুলিংকা ৰক্ষা কৰিব বুলি সিদ্ধান্ত লৈ পেলালে। এনেদৰে আৰু দুটা দিন পাৰ হৈ গ'ল সম্ভাৱনা আৰু আতঙ্কৰ মাজেৰে। ষোল্ল তাৰিখে জেনেৰেল চেনৰ শেষ চিঠিখনৰ লগতে মন্ত্ৰী ঙাবোৰ চিঠি এখনো আহিল দালাই লামালৈ। চেই চিঠিত ঙাবোৱে শান্তিপূৰ্ণ সমাধানৰ কোনো সম্ভাৱনা নাই বুলি উল্লেখ কৰি নৰবুলিংকাৰ কোনটো ঘৰত দালাই লামা থাকব সেই কথা জানিব বিচাৰিলে। এই গোপন অনুসন্ধানৰ লক্ষ্য যে অৱৰুদ্ধ নৰবুলিংকা ধ্বংস কৰি পেলোৱা সেই কথা স্পষ্ট হৈ পৰিল। নৰবুলিংকা ধ্বংস হলে সেই ধ্বংসস্তূপৰ মাজত যে হাজাৰ হাজাৰ লাচাবাসীৰ মৃতদেশ সিঁচৰতি হৈ পৰি থাকিব সেই কৰুণ সম্ভাৱনাই দলাই লামাক অস্থিৰ কৰি তুলিলে। নৰবুলিংকাত সমবেত হোৱা হাজাৰ হাজাৰ মানুহে তেতিয়া হাতে হাতে লাঠি, দা, জোং আদি লৈ সংঘৰ্ষৰ বাবে সাজু হৈ পৰিছিল। সশস্ত্ৰ খাম্পাও আছিল সেই ৰণৰঙ্গী জনতাৰ মাজত। কেইটামান

মেচিন গান আৰু কেইটামান আৰণি-পুৰণি মৰ্টাৰও আনি বহুৱাই লৈছিল দলাই লামাৰ গা-ৰখীয়া সৈনিকসকলে। কিন্তু চীনা গণমুক্তি ফৌজৰ তুলনাত সেই প্ৰতিৰোধৰ আঁচনি যে চৰম বাতুলতা বাদে আন একো নাছিল সেই কথা বুজি পাবলৈ আৰু মাত্ৰ দুটা দিনহে বাকী আছিল।

সোতৰ তাৰিখে সূৰ্যোদয়ৰ লগে লগে সাম্ভাব্য হান আক্ৰমণৰ প্ৰতীক্ষাত মানুহবিলাকে প্ৰতিটো মূহূৰ্ত উৎকণ্ঠাৰে পাৰ কৰি যাব ধৰিলে। আবেলি পৰত নৰবুলিংকাৰ উত্তৰ দিশে থকা পিতনিতে দুটা শক্তিশালী মৰ্টাৰ শ্বেল পৰি বিস্ফোৰিত হ'ল। হান আক্ৰমণ আৰম্ভ হ'ল বুলি নৰবুলিংকা ৰক্ষাৰ বাবে জনসাধাৰণ অধিক দৃঢ় হৈ পৰিল। সাক্ষাৎ মৃত্যুৰ সৈতে মুখামুখি হৈও জনসাধাৰণে দালাই লামাক এৰি থৈ গুচি নগ'ল। নৰবুলিংকাৰ লগতে নিজেও শেষ হৈ যাব বুলি হাজাৰ হাজাৰ মানুহে আত্মজাহৰ পথকে বাচি ললে।

এনে চৰম মুহূৰ্তত শেষ সিদ্ধান্ত লোৱাৰ দাযিত্ব তেতিয়াও দালাই লামাৰ ওপৰতে নিৰ্ভৰ কৰিছিল। নিৰপৰাধী আৰু অনুগত জনসাধাৰণক ৰক্ষা কৰাৰ বাবে নৰবুলিংকা ত্যাগ কৰি যোৱাটোৱেই দালাই লামাৰ শেষ পথ হৈ পৰিছিল। নৰবুলিংকাত গ্যাল্লো ৰিম্পোচে নাই বুলি জানিলে জনসাধাৰণে হযতো অবৰোধ তুলি লব আৰু তেতিয়া সৈন্য বাহিনীৰ আক্ৰমণো বাতিল হৈ যাব। গণহত্যাক প্ৰতিৰোধ কৰাৰ এয়ে শেষ উপায হব বুলি বিবেচনা কৰি দালাই লামাই মন্ত্ৰী কিজনক আলোচনাৰ বাবে মাতি পঠালে। মন্ত্ৰীসকল আহি দালাই লামাকো লাচানগৰী পৰিত্যাগ কৰি নিৰাপদ দূৰত্বলৈ আঁতৰি যোৱাৰ পৰামৰ্শকে দিলে।

কিন্তু প্ৰশ্ন হ'ল দলাই লামা যাব ক'লৈ ? জনসাধাৰণক নিঃসহায অৱস্থাত পেলাই থৈ দালাই লামা অকলশৰে জীয়াই থাকিলেই তিব্বতীয জাতিৰ স্বতন্ত্ৰতা আৰু পৰিচয সংৰক্ষিত হব জানো ?

এই প্ৰশ্নবিলাকৰ সঠিক উত্তৰ সিদিনাথন কোনেও দিব পৰা নাছিল যদিও এটা অনুভৱ সকলোৰে মনলৈ আহিছিল যে দলাই লামা জীয়াই নাথাকিলে এজনো তিব্বতীয় মানুহ জীযাই নাথাকিব। তিব্বত দেশৰ স্বতন্ত্ৰ আৰু তিব্বতীয় জাতিৰ পৰিচয় সিদিনা নিৰ্ভৰ কৰিছিল সম্পূৰ্ণৰূপে দালাই লামাৰ ওপৰতে। গতিকে দালাই লামাই দেশ এৰি গুচি যোৱাটোৱেই চৰম সিদ্ধান্ত হৈ পৰিল। কিন্তু জনসাধাৰণৰ অবৰোধ নেওচি বা হান সৈনিকৰ চোকা পহৰাক বাগি দি যাব কোনপথে- এটা নিশাৰ ভিতৰতে নিৰাপদ দূৰত্বলৈ আঁতৰি যোৱাটো সম্ভব হবনে বুলি দালাই লামাও

চিন্তিত হৈ পৰিল। চিন্তা-ভাৱনাৰ মাজতে দিনান্তৰ পিচত সন্ধিয়াৰ আন্ধাৰ নামি আহিব ধৰিলে।

তিব্বতৰ হাজাৰ বছৰীয়া ইতিহাসত সেই সন্ধিয়াটোৱেই আছিল কাল সন্ধিয়া। মহাকালৰ মন্দিৰত বিদায় পৰৰ শেষ অৰ্ঘ্যৰূপে 'খাটা' এখন উচৰ্গা কৰি দালাই লামা উভতি আহিল নৰবুলিংকালৈ। দুটা দশক ধৰি পিন্ধি থকা ধৰ্মীয় অঙ্গবস্ত্ৰ পৰিহাৰ কৰি ছদ্মবেশ ধাৰণ কৰিলে এজন সাধাৰণ তিব্বতীয় সৈনিকৰ। মূৰত ফাৰৰ টুপী আৰু কান্ধত ৰাইফল এটা ওলোমাই লৈ দালাই লামা আহি থিয় দিলে হালধীয়া প্ৰাচীৰৰ প্ৰবেশ দ্বাৰত। লগত আহিল দুজন উচ্চ পদস্থ তিব্বতীয় বিষয়া আৰু পিচে পিচে অনুকৰণ কৰিলে দুজন বিশ্বস্ত সৈনিকে। উচ্চপদস্থ বিষয়াৰ ইংগিতত দ্বাৰৰক্ষী প্ৰহৰী আঁতৰি গ'ল। সদায় পিন্ধি থকা চচ্‌মাযোৰ খুলি লোৱাত দালাই লামাৰ ছদ্মবেশ আৰু নিখুত হৈ পৰিল। সাধাৰণ সৈনিকৰ পদক্ষেপেৰে অৱৰোধকাৰী জনতাৰ মাজেৰে আগবাঢ়ি গ'ল ছদ্মবেশী দালাই লামা। ইয়াৰো দুৱাৰ ৰক্ষক প্ৰহৰীয়ে আগে আগে গৈ থকা উচ্চ পদস্থ বিষয়াক বাট এৰি দিলে। উচ্চ পদস্থ বিষয়াৰ পিচে পিচে দালাই লামাইও নৰবুলিংকা এৰি লাচাৰ পথত থিয় দিলে। পূৰ্বৰ তেৰ গৰাকী দলাই লামাৰ তিনিশ পঞ্চাছ বছৰীয়া ঐতিহ্যক গচকি থৈ চতুৰ্দশ দালাই লামা আহি থিয় দিলে লাচা নগৰীৰ ধূলিত। ছয়ত্ৰিছজনীয়া দোলাভাৰীয়ে কঢ়িয়াই অনা হালধীয়া দোলা এৰি খোজ ললে লাচা নৈৰ পাৰলৈ। পিচপিনে এৰি থৈ আহিল সহস্ৰ কোটি মুদ্ৰাৰ অফুৰন্ত ভাণ্ডাৰ। এৰি থৈ আহিল সোণ পাতেৰে চাউনী দিয়া পোতালাৰ তেৰমহলীয়া নিভৃত কক্ষ। আৰু এৰি থৈ আহিল নৰবুলিংকাৰ প্ৰঙ্গনত সহস্ৰ সহস্ৰ দেশৰ মানুহ— ৰণজেউতিৰ উন্মাদনাত মতলীয়া হৈ উঠা গয়াল ৰণুৱা।

গ্যাল্লো ৰিম্পোচে নৰবুলিংকাত নাই বুলি জানিব পাৰিলে জনসাধাৰণে হয়তো অৱৰোধ তুলি ললেহেঁতেন। তাৰ পিচত হান আক্ৰমণ আৰম্ভ হলেও অবিচাৰ গণহত্যা হয়তো নহ'লহেঁতেন। কিন্তু সম্ভাৱনা ফলৱতী নহ'ল। দালাই লামাই লাচা নৈ পাৰ কৰি 'চে-লা' গিৰিপথ অতিক্ৰম কৰাৰ পিচতে ৰাতি পুৱাল।

ইপিনে দলাই লামাই নৰবুলিংকা পৰিত্যাগ কৰি যোৱাৰ সংবাদ প্ৰচাৰ হবলৈ নৌ পাওতেই দোক- মোকালি পৰতে আৰম্ভ হ'ল হানৰ নিৰ্বিচাৰ গোলাগুলী আক্ৰমণ। সমগ্ৰ দিন ধৰি চলা সেই বিধ্বংসী আক্ৰমণত নিঃশেষ হৈ গল নৰবুলিংকাৰ তিনিশ বছৰীয়া স্থাপত্য কলা আৰু নিঃচিন্ন হৈ গল

গৃহ, মন্দিৰ পূজাভৱন। সেই বিশাল ধ্বংসস্তুপৰ মাজত কোনো ক্ষয়-ক্ষতি নোহোৱাকৈ তেতিয়াও থিয় দি থাকিল অকল মহাকাল মন্দিৰ। নৰবুলিংকাৰ ভিতৰে বাহিৰে সিঁচৰতি হৈ পৰি ৰ'ল শত শত মানুহৰ চিন্ন ভিন্ন মৃতদেহ।

নৰবুলিংকা শেষ কৰি হান গোলগুলী আক্ৰমণৰ দিশ পৰিৱৰ্তন কৰা হ'ল লাচা নগৰীৰ পিনে। সেই পুৰণি নগৰখনেও অব্যাহতি নাপালে সাম্যবাদী হানৰ সংস্কাৰ কাৰ্য্যসূচীৰ পৰা। মৰ্টাৰৰ গোলাৰে উৰুৱাই দিয়া হ'ল তিব্বত দেশৰ জগন্নাথ মন্দিৰ স্বৰূপ জখাং দেৱালয়ৰ একাংশ। মূল মন্দিৰৰ সোণৰ চাল ফুটুৱালে হানৰ গোলাই। তিব্বতীয় স্থাপত্য সুনিপুনতাৰ তাজমহল স্বৰূপ পোতালা প্ৰসাদকো অব্যাহতি নিদিলে সাম্যবাদী সংস্কাৰে। চাৰি হাজাৰ ভিক্ষুৰ আবাস স্থান 'চেৰা' মঠকো মিলাই দিলে মাটিৰ লগত। তিব্বতীয় চিকিৎসা বিজ্ঞানৰ বিশ্ববিদ্যালয় স্বৰূপ 'চাগ্‌পোৰী'ৰো চিনচাব চিৰ দিনৰ বাবে মচি পেলোৱা হ'ল লাচা নগৰীৰ মানচিত্ৰৰ পৰা। ইমানৰ পিচতো হান প্ৰতিহিংসাৰ নিৰ্মমতা ভাগৰি নপৰিল। এইবাৰ অক্ৰান্ত হ'ল লাচানগৰীৰ আবাসিক অঞ্চল। আত্মৰক্ষাৰ সুযোগ নাপালে নিৰীহ জনসাধাৰণে। সেই অকস্মিক নিৰ্মম আঘাটত লাচা নগৰীৰ প্ৰতিটো চুকে-কোণে ধৰাশায়ী হ'ল অজস্ৰ মানুহ– ল'ৰা-বুঢ়া, পুৰুষ-মহিলা নিৰ্বিশেষে। স্বামী মৰিল স্ত্ৰীৰ কোলাত। স্তন্যপায়ী সন্তানক বুকুত লৈ মাতৃ মৰিল বুকুভৰা আলিঙ্গনৰ লৌহ বন্ধনেৰে। বৃদ্ধ মৰিল জপৰ মালা মুঠিত লৈ। আৰু শ শ ভিক্ষু মৰিল 'ওম মণি পদ্মে হুম' মন্ত্ৰ মুখত লৈ।

সূৰ্য্যাস্তৰ পিচত হান সৈনিক দল প্ৰবেশ কৰিলে নৰবুলিংকাৰ ধূমায়িত ধ্বংসস্তুপৰ মাজত। প্ৰতিটো মৃতদেহ লুটিয়াই লুটিয়াই চাই গ'ল কোনো এখন পৰিচিত মুখ বিচাৰি। গেৰুৱা বস্ত্ৰ পৰিহিত প্ৰতিজন নিহত মানুহৰ মাজত বিচাৰি ফুৰিলে পঁচিছ বছৰীয়া এজন যুৱকৰ মৃতদেহ। কিন্তু ক'তো বিচাৰি নাপালে সেইখন মুখ। অভীস্ত সিদ্ধিৰ বিফলতাত ধূৰ্ত হান সেনাপতিও হতবুদ্ধি হৈ পৰিল। বন্দুকৰ নলীৰে ৰাজনৈতিক ক্ষমতা জয় কৰা কমিউনিষ্ট হান সেনাপতিয়ে এই ৰাজনৈতিক প্ৰথম পৰাজয়ৰ দুৱাৰ দলিত থিয় দি দাঁত কৰিচি উঠিল। বিৰাই ধৰা মানুহৰ নিচিনাকৈ অসংলগ্ন হৈ পৰিল হান সেনাপতিৰ আচৰন। আদেশ জাৰি কৰিলে নৃশংস গণহত্যাৰ। অৱৰোধ কৰিব দিলে তিব্বত দেশৰ সকলো বাট ঘাট আৰু অলঙ্ঘনীয় গিৰিপথ। জ্বলাই দিবলৈ আদেশ দিলে প্ৰতিখন গাঁও, প্ৰতিটো আবাসগৃহ আৰু মঠ মন্দিৰ। দেশ জনশূন্য কৰি হ'লেও বিচাৰি

উলিয়াব দিলে সেইজন যুৱকক যি জনৰ অবিহনে তিব্বত সমস্যাৰ হয়তো কেতিয়াও সমাধান নহ'ব।

কিন্তু চচুমা শিষ্ট আৰু শান্ত শিষ্ট সেইজন যুৱক তেতিয়া লাচাৰপৰা আঁতৰি গৈছিল বহু নিলগলৈ। নৰবুলিংকা ত্যাগ কৰি সন্ধিয়াৰ আন্ধাৰতে পাৰ কৰিছিল লাচা নৈ। দালাই লামা গুচি গৈছিল 'চে-লা' পাহাৰৰ দক্ষিণ ঢাললৈ। ৰাতিপুৱাৰ স্নিগ্ধ পোহৰত গৈ থিয় দিছিল চাংপো নৈৰ পাৰত। শ শ সশস্ত্ৰ খাম্পা যুঁজাৰুৰ ৰক্ষণাবেক্ষণৰ মাজেৰে চাংপো নৈও পাৰ হৈ গৈছিল সেই যুৱকে। চাংপো নৈৰ দক্ষিণ পাৰৰ পৰাই আৰম্ভ হৈছে বিশাল হিমালয় পৰ্বত। এই বিশাল আৰু অলঙ্ঘনীয় পৰ্বতমালাৰ অচিন গৰ্ভত লাহে লাহে সোমাই গৈছিল দালাই লামাই। চুছি-গ্যানদ্ৰুক যোদ্ধাৰ অধ্যুষিত এই অঞ্চলত প্ৰবেশ কৰিহে কিছু নিৰাপদ অনুভৱ কৰিলে ছদ্মবেশী যুৱকজনে। এইবাৰ ছদ্মবেশ খুলি থৈ পিন্ধি ল'লে গেৰুৱা বস্ত্ৰ। চাৰিও দিশৰপৰা আহি সমবেত হোৱা জনগণে উচুপি উচুপি কান্দিব ধৰিলে। যিজনক এবাৰ চাবলৈ আজীৱন যাৰ হাবিয়াস, সেইজন গ্যাল্পো ৰিম্পোচে নিজে আহি থিয় দিলে জনগণৰ সন্মুখত। যিজনে খোজ কাঢ়ি যোৱা বাটৰ ধূলিকো মানুহে টোপোলা বান্ধি লৈ যায় পবিত্ৰ সম্পদ বুলি, সেই গ্যাল্পো ৰিম্পোচে আহি নিজেই থিয় দিলেহি লাচা দেখি নোপোৱা কোনোৱা নিঃকিন মানুহৰ চোতালত।

লাচা নৈ পাৰ কৰিয়েই দালাই লামাই লগ পাইছিল খাম্পা যুৱক ওৱাংচুগ শ্বেৰিঙক। বিশ বছৰীয়া এই অদম্য সাহসী যুৱকজনেই নেতৃত্ব দিছিল প্ৰায় এহেজাৰ খাম্পা যোদ্ধাক। শ্বেৰিং আছিল সেই বিদ্ৰোহী অধ্যুষিত অঞ্চলৰ কামাণ্ডাৰ। চাৰিশ যোদ্ধাক লগ লৈ শ্বেৰিং আগবাঢ়ি গ'ল দলাই লামাৰ যাত্ৰাপথ নিষ্কণ্টক কৰিবলৈ। তিনিশ যোদ্ধাক পঠিয়াই দিলে পশ্চিম দিশলৈ- হানৰ সাম্ভাব্য যেৰাওক প্ৰতিহত কৰি দিবলৈ। বাৰ বছৰীয়া লাচাং ইচিকো দালাই লামাই লগ পালে লাচা নৈৰ সিপাৰে। পাঁচ বছৰ বয়সতে লাচাৰ সামৰিক প্ৰশাসনে লাচাঙক পঠিয়াই দিছিল পিকিংলৈ। শিক্ষাৰ নামত সাম্যবাদী চিন্তাধাৰাক সুমুৱাই দিব বিচাৰিছিল লাচাঙৰ মগজুত। কিন্তু পাঁচ বছৰ পিচত লাচাং তিব্বতলৈ উভতি আহি দলিয়াই পেলাইছিল কমিউনিষ্ট পোছাক। চুবা পিন্ধি লৈ যোগ দিছিল চুছি-গ্যানদ্ৰুকৰ বিদ্ৰোহী দলত। এই দুৰন্ত ল'ৰাটোক লগ পাই দালাই লামাই আশীৰ্বাদ কৰিলে দীৰ্ঘজীৱী হ'বলৈ। লাচাং ইচি দীৰ্ঘজীৱী হ'ল সঁচা- কিন্তু সিও এক কিংবদন্তি ৰূপেহে। দালাই লামাই আশীৰ্বাদ কৰাৰ

দুদিন পিচতেই হানৰ আক্ৰমণত নিহত হ'ল যাৰ বহুবীয়া লাচাং ইচি -এৰি থৈ গ'ল সাহসিকতা ত্যাগ আৰু নিৰ্মল দেশ প্ৰেমৰ এক অমৰ লোক কথা ।

পাঁচদিন অবিৰাম যাত্ৰাৰ পিচত দালাই লামা আহি উপস্থিত হ'ল 'চেনে' নামৰ গাঁৱত । তাতো নিৰাপদ যেন নাভাবি আৰু এদিনৰ বাট আগুৱাই গৈ চংগে গাঁৱত উপস্থিত হ'ল । পূব তিব্বতৰ বিদ্ৰোহী খাম্পাক নিৰস্ত্ৰ কৰিবলৈ গৈ নিজেই হাতত অস্ত্ৰ তুলি লোৱা চেপন নামচেলিঙক তাতেই প্ৰথম লগ পালে দালাই লামাই । বিষয়বাব ধন-সম্পদ ত্যাগ কৰি বিদ্ৰোহী হৈ পৰা নামচেলিঙৰ গাত নাছিল মূল্যৱান কাপোৰ । খহতা চুৰা পিন্ধি কান্ধত ৰাইফল লৈ সেৱা জনালে দালাই লামাক । বিধস্ত লাচা নগৰীৰ বাতৰি শুনাই লাচা নগৰীৰ পৰা কঢ়িয়াই অনা চিঠি এখন দালাই লামাৰ হাতত তুলি দিলে । লাচা নগৰীৰ মৰ্মান্তদ বিৱৰণ পঢ়ি দালাই লামাই দেশ ত্যাগ কৰি ভাৰতত ৰাজনৈতিক আশ্ৰয় লোৱাৰ সিদ্ধান্ত লবলৈ বাধ্য হ'ল । কিন্তু ভাৰতলৈ যাব কোন পথেৰে ? নেপাল বা ছিকিমৰ সীমান্তৰে ভাৰতত প্ৰবেশকৰা সম্ভৱ নাছিল, যিহেতু সামৰিক প্ৰশাসনে ইতিমধ্যে সেই দিশত আলি সজা কাম হাতত লৈছিল । ভূটান আৰু অৰুণাচল প্ৰদেশৰ পথেই আছিল নিৰাপদ । কিন্তু এই পথ আছিল অতি দুৰ্গম । চাৰিখন সু-উচ্ছ পথেই আছিল নিৰাপদ । কিন্তু এই পথ আছিল অতি দুৰ্গম । চাৰিখন সু-উচ্ছ পৰ্বতমালা হিমাবৃত গিৰিপথ সমূহেই আছিল কঠিন অন্তৰায । বসতি যি আছিল সিও সেৰেঙা । একমাত্ৰ লুণ্ঠেজং আছিল এই সীমান্ত অঞ্চলৰ সৰ্ব বৃহৎ বসতি পূৰ্ণ ঠাই । লুণ্ঠে জংক দূৰ্গটো আছিল অতি বৃহৎ আৰু শক্তিশালী । এই শক্তিশালী দুৰ্গটোৰ নিৰ্ভয আশ্ৰযতে গঢ়ি উঠিছিল বসতিপূৰ্ণ অঞ্চলটো । শিলাময় এক উচ্চ টিলাৰ ওপৰত অৱস্থিত এই বিশাল দুৰ্গটোৰ অভ্যন্তৰতে আছিল লুণ্ঠেজং মঠটো । দালাই লামাক আদৰিবলৈ এই প্ৰশাসনীয় দুৰ্গটোৰপৰাই সমতললৈ নামি আহিছিল ভিক্ষু আৰু প্ৰশাসনীয বিষযাসকল । কিছুমান ভিক্ষুৱে দুৰ্গটোলৈ উঠি যোৱা বাটৰ খটখটিতে থিয় দি ধৰ্মীয় গীতৰ সুৰ বজাইছিল দীঘল দীঘল তামৰ চদং বা পেঁপাত । দুৰ্গটোলৈ উঠি যোৱা অকোৱা-পকোৱা বাটৰ দুয়োকাষে আহি থিয় দিছিল অগণন গৃহবাসী জনতা । তেওঁলোকৰ হাতে হাতে আছিল সুগন্ধি ধূপ কাঠি । শাৰী শাৰী তামৰ পাত্ৰত সুগন্ধি কাঠৰ গুড়ি জ্বলাই ধূমায়িত কৰি তুলিছিল সমস্ত পথ ।

পিছত এই দুৰ্গৰ অভ্যন্তৰত থকা সভাগৃহতে আহি গোট খালে

অজস্র মানুহ। ধৰ্ম গ্ৰন্থ আনি স্থাপন কৰা হ'ল সুশোভিত বেদীত। সিংহাসনত বহি দালাই লামাই ক্ষমতাৰ প্ৰতীক স্বৰূপ ৰাজকীয় মোহৰ গ্ৰহণ কৰিলে ভিক্ষুসকলৰপৰা। ৰাজ অভিষেকৰ পৰম্পৰাগত প্ৰাৰ্থনা জনালে জ্ঞানী লামাসকলে। তাৰ ক্ষন্তেক পিচতেই লগত অহা মন্ত্ৰী পৰিষদৰ সদস্য-সকলৰ উপস্থিতিত এখন অস্থায়ী চৰকাৰ স্থাপন কৰাৰ ঘোষণা কৰিলে দালাই লামাই। সেই ঘোষণাক গভীৰ আনুগত্যৰে শুনিলে লুঠেজং অঞ্চলৰ গণনেতাসকলে। দালাই লামাৰ স্বাক্ষৰিত সেই ঘোষণা পত্ৰৰ প্ৰতিলিপিও লগে লগে পঠিয়াই দিয়া হ'ল তিব্বত দেশৰ চাৰিও পিনে। নতুন চৰকাৰৰ সৌভাগ্য কামনা কৰি মঞ্চস্থ কৰা হ'ল বিখ্যাত ড্ৰচে নৃত্য।

লুঠে জঙৰপৰা ভাৰত সীমান্তৰ দূৰত্ব আছিল পাঁচ দিনৰ পথ। এই পথছোৱাতো আছিল দুটা উচ্চ গিৰিপথ। এই অৱশিষ্ট পথখিনিয়েই আছিল অতি দুৰ্গম। এই পথছোৱাতেই দালাই লামাৰ ক্ষুদ্ৰ দলটোৱে সন্মুখীন হৈছিল প্ৰবল তুষাৰ ধুমুহাৰ। শৰীৰৰ তেজ হিম কৰি পেলোৱা শীতৰ লগতে আছিল দৃষ্টি অন্ধ কৰি পেলোৱা বৰফৰ উজ্জ্বলতা। ৰ'দৰ পোহৰ যেতিয়া বৰফত প্ৰতিবিম্বিত হয় তেতিয়া সেই উজ্জ্বল প্ৰতিবিম্বই নগ্ন চকুৰ দৃষ্টি অন্ধ কৰি পেলাব পাৰে। তেনে পৰিস্থিতিত তিব্বতবাসীয়ে ৰঙীন কাপোৰ চকুত বান্ধিলয় নতুবা মূৰৰ দীঘল চুলিৰে চকু ঢাকি লবলৈ বাধ্য হয়। সেই উচ্চতাত ঘোঁৰাৰ ঘাঁহো পোৱা নাযায় কাৰণে দালাই লামাৰ লগতে নিয়া ঘোঁৰা বিলাকো দুৰ্বল হৈ পৰিল। মানুহে ঘোঁৰাৰ পৰা নামি খোজ কাঢ়ি যাব ধৰিলে। বহুতৰ হাত-ভৰিৰ আঙুলি প্ৰচণ্ড শীতে অকামিলা কৰি পেলালে। ওঁঠ ফাটি তেজ ওলাল। মুখৰ ছাল খহতা খহতি হ'ল। অৰ্দ্ধাহাৰ, অনিদ্ৰা আৰু ক্ৰমাগত পদযাত্ৰাত সকলো মানুহ চনস্ত কঙ্কালৰ নিচিনা হৈ পৰিল। এনেদৰেই পাঁচ দিনৰ অন্তত আহি দালাই লামা উপস্থিত হ'ল তিব্বত দেশৰ শেষ গাঁও মাংমাঙত। ভাৰত সীমান্তলৈ আগবাঢ়ি যোৱা দালাই লামাৰ প্ৰতিনিধি উভতি আহিল মাংমাঙলৈ। দালাই লামাৰ হাতত তুলি দিলে ভাৰত চৰকাৰৰ অনুমতি পত্ৰ। প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৰ স্বাক্ষৰিত সেই অনুমতি পত্ৰৰ সংক্ষিপ্ত কথাখিনি আছিল এনেধৰণৰ –

"মোৰ সহকৰ্মী আৰু মই আপোনাক স্বাগতম জনাইছো। ভাৰতত আপোনাৰ নিৰাপদ উপস্থিতিক অভিনন্দন জনালোঁ। আপোনাক, আপোনাৰ পৰিয়ালক আৰু লগত অহা সকলো সহযাত্ৰী ভাৰতত বসবাস কৰাত

প্ৰয়োজনী সুবিধা দিবলৈ পালে আমি সুখী হ'ম । আপোনাৰ প্ৰতি গভীৰ শ্ৰদ্ধা থকা ভাৰতবাসীয়ে নিঃসন্দেহে তেওঁলোকক পৰম্পৰাগত সন্মান জনাব ।"

দালাই লামাৰ যাত্ৰী দলটো আহি মাংমাঙত উপস্থিত হোৱাৰ কিছু সময় আগতে এখন চীনা সামৰিক বিমান উৰি গৈছিল মাংমাঙৰ ওপৰেৰে । সেইখন হয়তো অনুসন্ধানী বিমান আছিল । এই আকস্মিক ঘটনাত দালাই লামাৰ সহযাত্ৰীসকল আশঙ্কিত হৈ উঠিল । যদি বিমান উভতি আহি শতাধিক ব্যক্তিৰে গঠিত যাত্ৰীদলটোৰ ওপৰত মেচিন্ গানেৰে আক্ৰমণ চলাই তেনেহলে সেই মুকলি ঠাইত ৰক্ষা পৰাৰ কোনো সম্ভাৱনাই নাছিল । সীমান্ত পাবলৈ তেতিয়াও এদিনৰ বাট বাকী আছিল । গ্ৰহনী আৰু জ্বৰৰ প্ৰকোপত দালাই লামাৰ অৱশিষ্ট শক্তিখিনিও শেষ হৈ যাব ধৰিছিল । তাতে আৰম্ভ হ'ল প্ৰবল বৃষ্টিপাত । লগতে তুষাৰপাতো । অসুস্থ দালাই লামাই বিশ্ৰাম লোৱা তম্বুটো বৰষুণৰ পানীৰে উপচি পৰিল । সকলোৱে ধৰি-মেলি দালাই লামাক লৈ গ'ল পুৰণি ঘৰলৈ । অভাৱগ্ৰস্ত গাঁওবাসীৰ কাৰণে দালাই লামাক দিবলৈ খুদ কণ এটাও নাছিল । সিহঁতৰ বাবে দালাই লামাৰ আগমন আছিল এটা সপোনৰ নিচিনা । এই মহান আলহী গৰাকীক দিবলৈ একোৱেই নাছিল যদিও বুকুত আছিল  বিমল ভক্তি আৰু আনুগত্য । মাটিত দীঘল দি ভক্তিৰ শ্ৰদ্ধাঞ্জলী নিবেদন কৰাৰ বাদে আন কোনো সম্বলেই নাছিল এই অজান্তিমুলুকৰ মানুহখিনিৰ ওচৰত ।

আকাশ মাৰ্গৰ পৰা বিমান আক্ৰমণৰ সম্ভৱনাতে অতিবাহিত হ'ল মাংমাঙৰ নিশাটো । অসুস্থতাৰ বাবে পিচদিনাও বিশ্ৰাম লবলৈ দালাই লামা বাধ্য হ'ল । সীমান্ত অতিক্ৰম নকৰালৈকে বিপদৰ অন্ত নপৰিব বুলি অনুভৱ কৰি অসুস্থ গাৰেই পিচদিনা সীমান্ত অতিক্ৰম কৰাৰ সিদ্ধান্ত ল'লে দালাই লামাই । য়াক আৰ গৰুৰ সংমিশ্ৰণত জন্ম হোৱা 'জো' এটাৰ বহল পিঠিতে বহি সীমান্ত পাৰ হবলৈ দালাই লামা সাজু হ'ল । তাৰ পিচত আহিল আনুষ্ঠানিক বিদায়ৰ মুহূৰ্ত । অচল-অটলভাৱে থিয় দি থকা খাম্পা যোদ্ধাসকললৈ চালে দালাই লামাই । সীমান্তলৈকে ৰক্ষণাবেক্ষণ দিয়াৰ দায়িত্ব লৈ আহিছিল এই অসীম সাহসী যোদ্ধাসকলে । সেই পৱিত্ৰ দায়িত্ব শেষ কৰি সিহঁতে উভতি যাবলৈ ওলাল জন্মভূমিৰ বুকুৰ মাজলৈ - হানৰ সৈতে মুখা-মুখি হবলৈ ।

ভাৰত চৰকাৰে আগবঢ়োৱা ৰাজনৈতিক আশ্ৰয় আৰু কোটি কোটি

শ্ৰদ্ধাশীল ভাৰতবাসীৰ মাজলৈ আগবাঢ়ি যোৱাৰ আগমুহূৰ্তত দালাই লামাই আৰু এবাৰ চাই লব বিচাৰিলে সোণালী দেশখনলৈ । তেওঁ জানে তিব্বতব্যাসীয়ে হানৰ ওচৰত কেতিয়াও আত্মসমৰ্পণ নকৰে । দেশত গ্যাল্লো ৰিম্পোচে নাথাকিলেও তেওঁৰ অস্তিত্বৰ বাবেই তিব্বতবাসীয়ে অবিৰাম সংগ্ৰাম চলাই যাব সেই কথাও দালাই লামাই জানে । সিহঁত মৰি মৰি শেষ হৈ যাব পাৰে, তথাপি তিব্বতবাসীয়ে ধৰ্মক পৰিহাৰ নকৰে বুলি ভাবি দালাই লামাৰ মন শোকাকুল হে উঠিল । হানসকলে লাচা নগৰীত আৰম্ভ কৰা গণহত্যাক যে অচিৰে সমগ্ৰ তিব্বত দেশত বিয়পাই তুলিব সেই দুঃচিন্তাও দালাই লামাৰ মনলৈ আহিল ।

কিন্তু তিব্বতবাসীৰ কথা পৃথিবীৰ মানুহক বুজাই ক'বলৈ হলে হান শিবিৰত আবদ্ধ হৈ থাকিলেই নহব । এই নৃশংস জাতিহত্যাৰ বিৱৰণক মানুহৰ সমাজত দাঙি ধৰিব পাৰিলেহে অকলশৰীযা হৈ পৰা তিব্বতবাসীৰ ওচৰত আহি এদিন কোনোবাই থিয় দিবহি পাৰে ।

চিংত্ৰোৰ নামত তিব্বতীয়ৰ পৰিচয মচি পেলোৱাটোৱেই যে চীনা কমিউনিষ্ট চৰকাৰৰ মূল লক্ষ সেই কথাও বুজাই ক'ব লাগিব পৃথিৱীৰ মানুহক । এই ঐতিহ্য বিনাশকাৰী ৰাজনীতিক পৰাজিত কৰিব লাগিলে, তিব্বত দেশৰ চাৰিসীমাৰ বাহিৰত হলেও তিব্বতীয সংস্কৃতিক সংৰক্ষণ কৰি ৰাখিব লাগিব । সাংস্কৃতি বৰ্তি থাকিলে শতবৰ্ষৰ পিচতো তিব্বতীয় মানুহ নিজৰ জন্মভূমিলৈ উভতি আহিব পাৰিব । এযে হ'ব অস্থায়ী চৰকাৰৰ মূল দাযিত্ব বুলি ভাবি ল'লে দালাই লামাই । দেশ ব্যাপি নিৰ্যাতন আৰম্ভ হ'লে হাজাৰ হাজাৰ তিব্বতীয়ই সিদিনা আৰ্যভূমিলৈ আশ্ৰয বিচাৰি গুচি আবিহলৈ বাধ্য হ'ব সিদিনা এইসকল সৰ্বহাৰা মানুহৰ দাযিত্ব ল'ব কোনে এই বুলি ভাবি দালাই লামা উঠি বহিল 'জো'ৰ আহল বহল পিঠিত । লগত চাৰি কুৰি মানুহ লৈ দালাই লামা আগবাটি গ'ল ভাৰত সীমান্তৰ কাষলৈ । আৰম্ভ হ'ল তিব্বতীয মুক্তি সংগ্ৰামৰ এক নতুন অধ্যায । জাতীয অস্তিত্ব সংৰক্ষণৰ এক সীমাহীন সময়ৰ যাত্ৰা ।



"এয়া তোমাৰ মোৰ আৰু পেমাদোৰ কথা নহয় নিংমা । এয়া জাতি আৰু এখন দেশৰ কথা । দেশ আৰু জাতি থাকিলে তুমি, মইও থাকিম আৰু আমি থাকিলে দেশ আৰু জাতিও থাকিব জানিবা ।"

"কিন্তু এনেদৰে জানো জাতিৰ সমস্যা সমাধান হ'ব ?" গিৰিয়েকক ওলোটাই প্ৰশ্ন কৰিলে নিংমাই ।

"সমাধান কি হব নাজানো — সমাধান কিবা হবনে বা কেতিয়াকৈ হব সেই কথা কোনেও নাজানে । কিন্তু এটা কথাত আমি সকলো এক মত হৈছোঁ যে হান প্ৰভুত্ববাদক আমি কেতিয়াও মানি নলওঁ ।" নিজৰ সিদ্ধান্তত চোনাম নৰবু আৰু অধিক দৃঢ় হৈ পৰিল ।

"তেনেহলে কি কৰিব খুজিছা ? নিংমাৰ নিৰাশা মিশ্ৰিত প্ৰশ্নৰ কোনো উত্তৰ নিদিলে নৰবুৱে । মাত্ৰ কাণ পাতি শুনি গ'ল নিংমাৰ প্ৰশ্নবিলাক ।

"হানৰ নিৰ্দয় আক্ৰমণৰ সন্মুখত তোমালোকে কিমান দিন থিয় দি থাকিব পাৰিবা বুলি ভাবিছা ? সিহঁতে এফালৰ পৰা গাঁও-ভূঁই, মঠ-মন্দিৰ জ্বলাই দি আহিব ধৰিছে । হত্যাৰ আনন্দত সিহঁত এতিয়া বলিয়া হৈ উঠিছে । এনে বলিয়া মানুহৰ সন্মুখত তোমালোকৰ নিচিনা এমুঠি মানুহে কেইটামান পুৰণি ৰাইফল হাতত লৈ আৰু কিমান দিন থিয় দি থাকিব পাৰিবা ?"

আগন্তুক বিচ্ছেদৰ বেদনাই নিংমাৰ অৱশিষ্ট মনোবলখিনিকো নিঃশেষ কৰি পেলাব বিচাৰিলে । চুৰ্খাং এৰি অহাৰ পিচত ছটাকৈ বছৰ পাৰ হৈ গৈছে দুখ-কষ্টৰ মাজেৰে । থান্ থিত্ হেৰুৱাই অনাই বনাই ঘূৰি ফুৰা এই ছটা বছৰৰ দুখ-কষ্টকো নিংমাই সহজভাবেই লৈছিল । নৰবুৰ কাৰণে সকলো দুখ-কষ্টৰ মাজতো নিংমাই হাঁহিব পাৰিছিল । কায়েৰি মঠত নৰবুৰ পিঠিত বেত্ৰাঘাতৰ দাগবিলাক যেন নিংমাৰ অন্তৰতো মচি পেলাব নোৱাৰা চিন হৈ বহি গৈছিল । প্ৰতিশোধ লোৱাৰ বাবে তাইও আহি থিয় দিছিল নৰবুৰ কাষতে । কিন্তু আগন্তুক বিচ্ছেদৰ বেদনাই নিংমাৰ সকলো দৃঢ়তাক যেন নিঃশেষ কৰি পেলাব বিচাৰিলে । তাই হুকহুকাই কান্দি দিলে । ওচৰতে শুই থকা নৰবুৱে ঘৈণীয়েক মুখত হাত থৈ— "আহঃ —কান্দিছা কিয়, তাই সাৰ পাই উঠিব নহয় ।"

কোঠালিটোৰ ভিতৰত জ্বলি থকা পাইন কাঠৰ জুইকুৰাৰ কাষতে তেতিয়া পেমা আচন্ন হৈ আছিল নিশ্চিন্ত নিদ্ৰাত । 'ডকি' গাঁৱৰ এই

ঘৰটোতে নৰবুক থাকিবলৈ গাঁৱৰ মানুহে ঠাই কৰি দিছিল । জেঠাং গাঁও এতিয়া হানৰ দখলত । সেই জেঠাং গাঁও এৰি নৰবুৰ গৰিলা বাহিনীটোৱে নতুন ঘাটি পাতিছিল ডুকি গাঁৱৰ আশে পাশে । ডুকিৰপৰা জেঠাঙৰ দূৰত্ব তিনিদিনৰ বাট । ডুকি গাঁৱৰপৰা ভাৰত সীমান্ত পাবলৈ চাৰি দিন লাগে ।

পেমাই গাত লৈ থকা উনী কম্বলখন চুৰ্খাঙৰপৰাই অনা । পূৰণি হৈছে যদিও এটা সময়ত মূল্যৱান আছিল বুলি বুজিব পাৰি । পেমাই এতিয়া চৌদ্ধ বছৰ বয়সত ভৰি দিছে । লাজ, সংকোচ আৰু আকস্মিক উদাসীনতাই কেতিয়াবা তাইক জুমুৰি দি ধৰে । শুই থকা পেমাৰ মাক-বাপেকৰ কথা-বিলাক শুনা নাছিল যদিও কিবা এটা সমস্যাই যে তাইৰ মাক আৰু বাপেকক এটা আহুকালত পেলাইছে সেই কথাটো হলে তাই দুদিনমানৰ পৰা মন কৰিব পাৰিছে । মাকৰ উদাসীন মন আৰু বাপেকৰ ঘনেপতি অন্তৰ্দ্ধানক তাইও সহজে লব পৰা নাছিল । লাচানগৰীৰ দিশৰপৰা অহা মানুহৰ বৰ্দ্ধিত সংখ্যাই তাইক অধিক চিন্তিত কৰি তুলিছিল ।

“আমা, ইমান মানুহ আহিব ধৰিছে কিয়- লাচাত ডাঙৰ যুদ্ধ লাগিছে নেকি ?”

“লাগিছে হব পায় । হানৰ শাসন কোনেও মানি নলয় । এজন হানো এই দেশত থাকে মানে আমাৰ মানুহে যুদ্ধ নেৰে চাবি ।”

নিংমাই দিয়া উত্তৰত বুজনিৰ পৰিৱৰ্তে খাম্পাসুলভ দমনীয় মনোভাৱেই অধিক প্ৰকাশ পালে ।

“আমাৰ তেনেহলে কি হ'ব আমা- আমি ক'লৈ যাম ?”

যৌৱনৰ প্ৰবেশ মুখত আহি প্ৰতিগৰাকী পাট গাভৰুৱেই ৰঙীন কল্পনা কৰিবলৈ আৰম্ভ কৰে এয়ে হ'ল নাৰীৰ স্বভাৱগত চৰিত্ৰ । যেতিয়া এই কল্পনাবোৰ ওলট পালট হৈ যাব বিচাৰে তেতিয়াই নাৰীসত্ত্বা বিদ্ৰোহী হৈ পৰিব খোজে ।

“সেইটো তোৰ পাপাৰ কথা- মই একো নাজানো ।”

“পাপাই আজি কালি ঘনেপতি নোহোৱা হৈ যায় কিয়, ক'লৈ গুচি যায় আমা ?

“কলৈনো যাব, দেশৰ কামতে ওলাই যায় ।”

“টেন্‌জিং আৰু উভতি নাহে নেকি আমা ? কিমান বছৰ হ'ল তাক নেদেখা- কেতিয়াবা তাৰ মুখখনকে যেন পাহৰি যাওঁ ।”

কুম্‌বুম্ মঠৰ পৰা নিৰুদ্দেশ হৈ যোৱা একমাত্ৰ পুতেকৰ কথা মনত পেলাই দিয়াত নিংমাৰ হিয়া দুখে খুন্দা মাৰি দিলে । হাজাৰ হলেও

মাতৃমন । পোৱালি হেৰালে হাবিৰ বাঘিনীয়েও গুজৰি গুমৰি বিচাৰি ফুৰে ।

"তাৰ কথা মনত পেলাই নিদিবি পেমা । জীয়াই আছে যদি......."
নিংমাই বাক্যটো শেষ কৰিব নোৱাৰিলে । ডিঙিটো যেন শোকে সোপা মাৰি ধৰিলে । সাত বছৰ আগতেই টেন্‌জিঙে কুম্বুম্ মঠ এৰি পৰ্বতলৈ গুচি গৈছিল । লাচালৈকো যোৱা নাছিল । পূব তিব্বতৰ পৰা লাচাত গৈ আশ্ৰয় লোৱা বহুতো খাম্পাক নৰবুৱে পুতেকৰ কথা সুধিছিল যদিও কোনেও একোকে ক'ব পৰা নাছিল ।

নিদ্ৰাহীন নিংমাই আকৌ এবাৰ সুধিলে—

"তেনেহলে আমি সঁচাকৈয়ে এৰাএৰি হব লাগিব নেকি ?" নিংমাৰ এই পোনপটিয়া প্ৰশ্নৰ উত্তৰ দিবলৈ নৰবুৱে অলপ সময়ৰ বাবে টলকা মাৰিলে ।

"চোৱা নিংমা এয়া এৰা এৰিৰ কথা নহয় । এতিয়া আমি হানৰ লগত মুখামুখি সংঘৰ্ষত জড়িত হৈ পৰিছোঁ । গ্যাল্লো ৰিম্পোচে দেশ এৰি গুছি গৈছে যেতিয়া শান্তিপূৰ্ণ মীমাংসাৰ সম্ভাৱনাৰে অন্ত পৰিল । যুদ্ধই এতিয়া একমাত্ৰ পথ ।"

"যুদ্ধ কৰি হানক খেদিব পাৰিবা জানো ?"

"হয়তো সহজে নোৱাৰিম । তথাপি হানক শান্তিৰে এই দেশত থাকিব নিদিম । আমাৰ মানুহে সীমান্তৰ কাষে কাষে বহুত শক্তিশালী ঘাটি সাজিব লৈছে । এতিয়াৰ পৰা যুদ্ধখন বহুত দীঘলীয়া হব । আমি ক'ৰপৰা ক'লৈ যাব লাগিব তাৰ কোনো নিশ্চয়তা নাই । এই কাৰণতেই পৰিয়ালৰ মানুহক সীমান্তৰ সীপাৰে পঠাই দিবলৈ আমি সিদ্ধান্ত লৈছোঁ ।"

নৰবুৰ সকলো কথা নিংমাই নুবুজিলে । ভাৰত সীমান্তৰ বিভিন্ন স্থানত মুক্তি যোদ্ধাসকলে ইতিমধ্যে ঘাটি পাতি লৈছিল । নেপাল দেশৰ পশ্চিম সীমান্তৰ মুষ্টাং নামৰ ঠাইত গৰিলা প্ৰশিক্ষণ কেন্দ্ৰ এটাও স্থাপন কৰা হৈছিল । মুক্তি যোদ্ধাসকলৰ গৰিলা যুদ্ধৰ প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থাও এই মুষ্টাং শিবিৰতে কৰা হৈছিল । প্ৰশিক্ষণৰ দায়িত্ব লৈছিল মাৰ্কিন চোৰাংচোৱা সংস্থাই । অস্ত্ৰ-পাতিও আহিছিল গুপ্ত পথেৰে । এই শিবিৰতে বেটাৰ যোগাযোগৰ প্ৰশিক্ষণো দিয়া হৈছিল শিক্ষিত তিব্বতীয় যুৱকসকলক। প্ৰশিক্ষণৰ অন্তত বেটাৰ যন্ত্ৰ পিঠিত বান্ধি লৈ এই যুৱক সকলে গৈ যোগ দিছিল বিভিন্ন গৰিলা গোটত ।

এনেতে বাহিৰত মানুহৰ পদ শব্দ শুনি 'কোন সেয়া' বুলি নৰবুৱে

প্ৰশ্ন কৰিলে । তেতিয়া নিশা ন মান বাজিছিল । বছৰৰ সেই সময়ছোৱাত নিশা ন বজাৰ লগে লগে চাৰিওপিনৰ পৰিবেশ নিমাওমাও হৈ পৰে । ডুকে গাঁৱৰ মানুহবিলাক সন্ধিয়াতে শুই পৰে । অকল দূৰে দূৰে বিয়পি থকা গৰিলা প্ৰহৰীবিলাকেই উজাগৰে থাকি হানৰ চালচলনত সতৰ্ক দৃষ্টি ৰাখিব লগা হয় । আঠ দহ মাইল দূৰত্বলৈ বিয়পি থকা এই সজাগ প্ৰহৰীসকলে হান চালাচল মুহূৰ্তৰ ভিতৰতে নৰবুহঁতক সতৰ্ক কৰি দিয়াৰ ব্যৱস্থা ৰাখিছে । বিপদৰ সঙ্কেত পালেই নৰবুৰ গৰিলা দলটোৱে সহজতে নিৰাপদ দূৰত্বলৈ আঁতৰি যাব পাৰে ।

"মই লবচাং আহিছোঁ-"

বন্ধ দুৱাৰখন খুলি দিয়াৰ লগে লগে এচাটি হিম শীতল বতাহ হুৰহুৰাই সোমাই আহিল গৰম কোঠালীটোৰ ভিতৰলৈ । পাইন গছৰ পাতবিলাক তুষাৰে ঢাকি পেলোৱাত সোঁ সোঁৱনি শব্দটোও নোহোৱা হৈ পৰিছিল । পাইন গছৰ ডালে পাতে ওলমি পৰা তুষাৰবিলাক টপ্ টুকে তললৈ সৰি পৰি পাতল বৰষুণ পৰাৰ নিচিনা শব্দৰ সৃষ্টি কৰি তুলিছিল ।

"অ' লবচাং । ভিতৰলৈ সোমাই আহা' বুলি কৈ নৰবুৱে প্ৰবেশ পথৰ পৰা অলপ আঁতৰি দিলে । দুৱাৰখন বন্ধ কৰি লবচাং নামৰ ওঠৰ বছৰীয়া ল'ৰাটোলৈ উভতি চালে ।

"কোৱা এতিয়া- কি সংবাদ আনিছা ?"

"নিইংচিত শক্তিশালী হান বাহিনী সমবেত হৈছে বুলি বেতাঁৰ খবৰ আহিছে । চাংপো নৈ পাৰ হৈয়ে ডাঙৰ অস্থায়ী শিবিৰ পাতিছে । গাড়ী মটৰৰ সলনি ঘোঁৰাহে আনিছে এহেজাৰ মান ।"

লবচাঙে কোৱা কথাকিটা শুনাৰ পিচতো নৰবুক অকণো বিচলিত হোৱা দেখা নগ'ল ।

"কেতিয়া পালা এই বাতৰি ।?"

"আজি সন্ধিয়া পৰত ।"

লবচাং হ'ল নৰবুৰ গৰিলা গোটৰ বেতাঁৰ যন্ত্ৰী । মুষ্টাং শিবিৰত প্ৰশিক্ষণপ্ৰাপ্ত । চি, আই, এ, বিশেষজ্ঞৰ অধীনত ছমাহ প্ৰশিক্ষণ লৈছিল । লবচাং অভিজাত ঘৰৰ ল'ৰা । বাপেক লাচা চৰকাৰৰ উচ্চ পদস্থ বিষয়া আছিল এটা সময়ত । পুতেকক দাৰ্জিলিংৰ মিচনেৰী স্কুলতে পঢ়ুৱাইছিল । প্ৰথম বিভাগত প্ৰবেশিকা পাচ কৰাৰ পিছত কাঠমাণ্ডু কলেজতে উচ্চ শিক্ষাৰ কাৰণে নাম লিখাই দিছিল বাপেকে । দেশত অশান্তি আৰম্ভ হোৱাত বাপেকে লবচাঙক তিব্বতলৈ উভতি নাযাবলৈ চিঠি লিখিলে ।

চ্যুছি গ্যানদ্রুকৰ সদস্যাই পাই লবচাঙক লৈ গ'ল মুস্তাং শিবিৰলৈ। শিক্ষিত আৰু বুদ্ধিমান ল'ৰা পাই চি, আই, এ, ৰ বিশেষজ্ঞই অতি কম সময়ৰ ভিতৰতে লবচাঙক এজন সুদক্ষ বেতাঁৰ যন্ত্ৰী কৰি তুলিলে। বয়স কম যদিও লবচাঙৰ বুকুত অপাৰ প্ৰেৰণা থূপ খাই আছে। খাম্পা নহয় যদিও দেশপ্ৰেমত মতলীয়া হৈ পৰা ল'ৰা এই লবচাং। দেহৰ ভাঁজে ভাঁজে ফুটি ওলায় তিব্বতীয় আভিজাত্যৰ স্বতন্ত্ৰ চানেকী। লবচাঙে স্ব-ইচ্ছাৰে বাচি লৈছিল কংপো অঞ্চলটো। চোনাম নৰবুৰ নিচিনা গৰিলা নেতা এজন পাই লবচাঙৰ মনোবল আৰু বাঢ়ি গৈছিল। আত্মবিশ্বাসত বলীয়ান হৈ পৰিছিল তাৰ তৰুণ মন। পাহৰি পেলাইছিল যে সি এটা অভিজাত পৰিয়ালৰ ল'ৰা আৰু চোনাম নৰবু এজন সাধাৰণ শ্ৰেণীৰ প্ৰজা। নৰবুৱে নিজৰ ভাষাটোৰ বাদে আন একো ভাষা ক'ব নাজানে। লবচাঙে হিন্দী, নেপালী আৰু ইংৰাজী ফৰফৰাই ক'ব পাৰে। নৰবুৱে তিব্বত দেশৰ চাৰিসীমাকো চিনি নাপায়। আৰু সি ভাৰতবৰ্ষ দেখিছে - দিল্লী বোম্বেও ফুৰি আহিছে। নৰবুৱে চাংপো নৈ খনহে মাত্ৰ দেখিছে- আৰু সি দেখি আহিছে দিগন্তহীন সাগৰ। তথাপি নৰবুৰ প্ৰতি আছে তাৰ অগাধ শ্ৰদ্ধা। তাৰ মনত নৰবু এজন অসাধাৰণ ব্যক্তি- এজন আদৰ্শ তিব্বতীয়।

"নিইংচি বেতাঁৰ যন্ত্ৰীৰ লগত আৰু কেতিয়া তোমাৰ যোগাযোগ হ'ব লবচাং ?"

যি কোনো ৰণাঙ্গনত বিভিন্ন যুদ্ধৰত গোটৰ বেতাঁৰ যন্ত্ৰীসকলে সকলো সময়তে মুখ্য কাৰ্যলয়ৰ লগত বেতাঁৰ যোগাযোগ অব্যাহত ৰাখিব লাগে। নৰবুৱে কংপো ৰণাঙ্গনৰ দায়িত্ব থকা কাৰণে সকলো অগ্ৰৱৰ্তী গোটৰ বেতাঁৰ যন্ত্ৰীসকলে লবচাঙৰ লগত অহৰহ যোগাযোগ ৰাখিব লাগে।

"নিইংচিৰ লগত আজিৰ অন্তিম যোগাযোগ নিশা এঘাৰ বজাত আছে।"

কথাটো শুনি নৰবুৱে হাতৰ ঘড়ীটোলৈ চালে।

"এতিয়া আঠ বাজিছে। তুষাৰপাতো আৰম্ভ হৈছে। ক'বলৈ বেয়া লাগিছে তথাপি কাম এটা দিওঁ, কৰি দিবানে লবচাং ?" তিব্বতীয় ভাষাত লবচাং মানে জ্ঞানী ব্যক্তি।

"নিশ্চয় কৰিম- আপুনি মাত্ৰ কওক কি কৰিব লাগে।"

"নিইংচিয়ে দিয়া বাতৰিৰ ওপৰত আমি আজি ৰাতিয়েই জৰুৰী

আলোচনা কৰিব বিচাৰোঁ। ওচৰে-পাঁজৰে থকা গোটবিলাকৰ দলপতিসকলক মাতি দিব লাগে।"

"মাতি দিবলৈটো সময় লাগিব।"

"সময়টো লাগিবই। গতিকে নিশা বাৰ বজাত সকলোকে মঠলৈ আহিব ক'বা।"

"হ'ব বাৰু। সকলো গোটৰ লগত বেতাঁৰ যোগাযোগ নহ'ব পাৰে। তথাপি চেষ্টা কৰিম যাতে এয়ন্টাৰ ভিতৰতে এই নিৰ্দেশ সকলো গোটে পায়। তেনেহলে মই যাব পাৰোঁনে ?"

"অলপ ৰ'বা। নিইংচিৰ লগত যোগাযোগ হ'লে এটা কথা সিহঁতক জনাবলৈ ক'বা যে হানবিলাকে চাংপো নৈ পাৰ হৈছে কি ব্যৱস্থাৰে। এইটো খবৰ কাইলৈ পুৱাতে দিবলৈ কবা।"

"হ'ব, তেনেদৰেই কৈ দিম।"

"দেশদ্ৰোহী ট্ৰাচি এতিয়াও নিইংচিতে আছে নে ক'ৰবালৈ গ'ল সেইটো খবৰো দিব ক'বা। যদি ক'ৰবালৈ গৈছে তেনেহলে ক'লৈ গৈছে সেই খবৰটো পাৰিলে জনাব ক'বা।"

"হ'ব, মই কৈ দিম- আপুনি নিশ্চিন্ত থাকক।"

নৰবুৱে দুৱাৰখন খুলি দিয়াত লবচাং ওলাই গ'ল। খোলা দুৱাৰখনতে থিয় দি নৰবুৱে তালৈ চাই থাকিল। ল'ৰাটোলৈ বৰ মৰম ওপজে। লাচালৈ সি আৰু কেতিয়াও উভতি যাব নোৱাৰে- মাক-বাপেককো দেখা পোৱাৰ সম্ভাৱনা নাই। বাপেক এতিয়া লাচাৰ ড্ৰাপচি কাৰাগাৰত। হানৰ সাম্যবাদী সংস্কাৰে বাপেকক হয়তো তুলা ধুনা দি ধুনাধুন কৰিছে। মাকক ধৰি নি তিব্বতীয় অনাথ শিশুবিলাকৰ শিবিৰত ৰান্ধনি কৰি ৰাখিছে। ভায়েক এটা আছিল তাকো পঠিয়াই দিছে পিকিঙলৈ- ৰেডগাৰ্ডৰ প্ৰশিক্ষণ ল'বলৈ। এনেদৰে তিনিমাহৰ ভিতৰতে ছেদেলি ভেদেলি হৈ গৈছে এটা সুখী পৰিয়াল। লবচাঙৰ বাপেকৰ অপৰাধ ইমানেই মাত্ৰ আছিল যে দালাই লামাই লাচা এৰি গুচি যোৱাত লবচাঙৰ বাপেকেই হেনো নাও আৰু নাৱৰীয়া যোগাৰ কৰি থৈছিল। এই সকলো লবচাঙেও শুনিছে। কেতিয়াবা অকলে অকলে থাকিলে মন মাৰি থকা যেন দেখে নৰবুৱে। কিন্তু কামৰ নিৰ্দেশ পালে নিমিষতে সি সলনি হৈ পৰে। চট্‌ফটীয়া ল'ৰা, দায়িত্ব দিলে আনতকৈ এখোজ হ'লেও আগত যাব বিচাৰে।

"অকলে অকলে থিয় দি কি ভাবি আছা। দুৱাৰখন বন্ধ কৰি দিয়া বৰ ঠাণ্ডা সোমাইছে।"

নিংমাৰ কথাকিটাই নৱবুৰ তন্ময়তা ভাঙি দিলে। দুৱাৰখন জপাই দি সি ভিতৰলৈ সোমাই আহিল। কিন্তু বিছনাখনলৈ নগ'ল।

"কথাবিলাক হ'লে মই বৰ ভাল দেখা নাই। তুমি এই অঞ্চলতে আছা বুলি হানে হয়তো গম পাইছে।"

"এই অঞ্চলতে আঁছো বুলি গম পাইছে যদিও এই ভুকে গাঁৱতে আছো বুলি হয়তো নাজানে।"

"ল'ৰাটোৱে কিবা বেয়া খবৰ দি গ'ল নেকি ?" চিন্তিত নিংমাই বিছনাতে উঠি বহিল।

"খবৰটো ভাল নহয় যদিও বিশেষ ভয় কৰিবলগীয়া একো নাই। সিহঁতৰ ডাঙৰ বাহিনী এটাই চাংপো পাৰ কৰি শিবিৰ পাতিছে বোলে। গাড়ী অনা নাই ঘোঁৰাহে আনিছে। তাৰ মানে সিহঁতে কোনোবাটো পৰ্বতীয়া অঞ্চল দুই এদিনতে ঘেৰাও দিবলৈ পাং পাতিছে। চাংপোৰ এইটো পাৰত আক্ৰমণ আৰম্ভ হ'ব বুলি আমিও ঠাৱৰ কৰিছলোঁ। কিন্তু ইমান সোনকালে আৰম্ভ হ'ব বুলি ভবা নাছিলোঁ।

নৱবুৰ মন্তব্যৰ ওপৰত নিংমাৰ ক'বলগীয়া একো নাছিল। যুদ্ধৰ বিষয়ত নিংমাই কোনো দিনে একো মাত মতা নাই। কেতিয়াবা সময়তকৈ পলমকৈ উভতি আহিলে নৱবুৰ কাৰণে চিন্তা হৈছিল। সময়ত উভতি নাহিলে গাঁওখনৰ পশ্চিমে প্ৰবেশ পথৰ মুখত থকা শিলৰ তোৰণখনত গৈ নিংমাই থিয় দিছিল। অকাই পকাই নামি যোৱা হাবিতলীয়া ঘোঁৰাপথটোলৈ উৎকণ্ঠাৰে চাই থাকে বহুত পৰলৈ। নিশা গাঁৱৰ কুকুৰে ভৌ-ভৌৱাই উঠিলেই নিংমাই দুৱাৰ খুলি চায় নৱবু আহিল বুলি। ভয় আৰু ভালপোৱাৰ মাজত থিয় দি নিংমাই এনেদৰেই পাৰ কৰি দিছে পাঁচটা দীঘল বছৰ। তথাপি তাই কোনো দিনে নৱবুক অস্ত্ৰ ত্যাগ কৰিবলৈ কোৱা নাই। য'লৈকে যায় ত'লৈকে নৱবুৰ গাৰ ছাঁৰ নিচিনা হৈ থাকিব বুলি এক অনাবিল অনুৰক্তিক সদায় মনত পুহি ৰাখিছে।

'তেনেহলে কি কৰিবা ?' হানৰ আক্ৰমণ আৰম্ভ হ'লে নৱবুৱে কি কৰিব সেই কথা নিংমাই জানিব বিচাৰিলে। গণমুক্তি ফৌজৰ ধাৰাবাহিক আক্ৰমণৰ ফলত গৰিলা গোটবিলাক ক্ৰমান্বয়ে সঙ্কুচিত হৈ পৰিব ধৰিছিল। দক্ষিণ-পূব তিব্বতত গৰিলা গোটৰ প্ৰাধান্যতো ক্ৰমাৎ কমি আহিব ধৰিছিল। নাম্‌চে-বাৰওৱা পৰ্বতমালাই এতিয়া শেষ আশ্ৰয় স্থান হৈ পৰিছে।

"আজি মাজ নিশা সকলোকে আলোচনালৈ মাতিছোঁ। কি কৰা

হ'ব সেইটোকেই আলোচনা কৰিম।"

"মাজ নিশালৈকে সময় বহুত বাকী আছে। অলপ শুই লবা বলা' বুলি নৰবুক হাতত ধৰি বিছনাখনলৈ লৈ আহিল। কম্বল এখন গাত জাপি দি নিংমাই জুইকুৰা বঢ়াই তুলিবলৈ জুহালতে বহিল।

"যদি এৰাএৰি হ'ব লগা হয় তেনেহলে সীমান্তলৈকে মষে তোমালোকক আগুৱাই থৈ আহিম, চিন্তা নকৰিবা।"

"তুমি কি কৰিবা তাৰ পিচত ?"

"সেইটো পিচৰ কথা। প্ৰথমতে তোমালোক নিৰাপদ হ'ব লাগিব।"

"আমি গৈ ক'ত থাকিম কেনেকৈ চলিম- কোনে আমাক আশ্ৰয় দি ৰাখিব এইবিলাক সমস্যাৰ কি হ'ব ?"

অনিশ্চয়তা ভৰা ভৱিষ্যতৰ আশঙ্কাই নিজতকৈ গাভৰু জীয়েকৰ ভাবনাই নিংমাক অস্থিৰ কৰি তুলিলে।

"সীমান্তৰ পিনে ইতিমধ্যে শ শ পৰিয়াল গুচি গৈছে। ভাৰত চৰকাৰে কাকো ওভতাই পঠোৱা নাই বুলি শুনিছোঁ। ইমান মানুহ তাতগৈ যেনেদৰে আছে তোমালোকো তেনেদৰেই থাকিব পাৰিবা। সেই দেশত ধৰ্ম আছে যেতিয়া আশ্ৰয় প্ৰাৰ্থীক নিজৰ মানুহৰ নিচিনাকৈয়ে নিশ্চয় ৰাখিব। ইয়াত খোপনি হেৰুৱাই যুঁজিব নোৱাৰা হ'লে আমিও পাৰ হৈ যাম সীমান্তৰ সিপাৰলৈকে। তাতে ঘাটি পাতি হলেও আমি যুদ্ধখন চলাই যাব লাগিব। কিন্তু যুদ্ধখন এৰি থৈ তোমালোকৰ সৈতে মই কেতিয়াও গুচি যাব নোৱাৰিম নিংমা। মই ধৰ্মহীন মানুহ হ'ব নোৱাৰোঁ।"

নৰবুৱে ঘড়ীটোলৈ চাই উঠি বহিল।

"সময় হ'লেই নেকি ?"

"হ'লেই বুলি ধৰা।"

নিংমাই লডা চাহ এডোখৰ সিজায় ৰঙা চাহ এবাটি কৰি দিলে। মাখনবিহীন চাহ বাটি নৰবুৰ সন্মুখত থৈ-

"কিবা অকণ খাবানে ?" এইবুলি তামৰ ঘূৰণীয়া টেমাটো আনি নৰবুৰ সন্মুখত খুলি ধৰিলে। জুইৰ তাপত শুকানকৈ সেকা বাৰ্লিৰ 'খাব্‌চে এটা হাতত তুলি ললে নৰবুৱে। খাব্‌চে তাৰ প্ৰিয় খাদ্য। পাঁচ বছৰীয়া অভাৱ অনাটনৰ মাজতো নিংমাই এই খাব্‌চে নৰবুক সেকি দিছে। নিংমালৈ চাওঁতে নৰবুৰ মুখত বিষাদ মিশ্ৰিত হাঁহিৰ আভাষ অকণ ফুটি ওলাল। সেই হাঁহিত নিৰাশাতকৈ মৌন কৃতজ্ঞতাই যেন বেছি আছিল।

নিংমাৰ সতে বিয়া হোৱা পঁচিছটা বছৰ পাৰ হৈ গৈছে যদিও প্ৰথম নিশাৰ সেই অনুৰাগ যেন আজিও সেউজীয়া হৈয়ে আছে । নিংমাক কুম্বুমৰ মেলাতে প্ৰথম লগ পাইছিল নৱবুৱে । নৱবু তেতিয়া পঁচিছ বছৰীয়া গভালীয়া ডেকা । সেন্দুৰীয়া গাল আৰু হাতী দাঁত যেন পুৱঠ বাহুৰে নৱবু আছিল জাকত জিলিকা । গাভৰুৰ মন কাঢ়ি ল'ব পৰা মনোৰম ডেকা । ঘোঁৰা দৌৰত অঘৰী গোলোকপা চোৱাৰীকো পিচ পেলাই থৈ যেতিয়া ঘৰ্মাক্ত নৱবু আহি থিয় দিছিল কুম্বুম মঠৰ খেন্‌পোৰ সন্মুখত তেতিয়া ওঠৰ বছৰীয়া নিংমাই অজানিতে মনটো তুলি দিছিল নৱবুৰ হাতত । পুৰস্কাৰৰূপে সোণৰ অঙ্গীযোৰ খেনপো গৰাকীয়ে তুলি দিছিল নৱবুৰ হাতত তেতিয়াই নিংমা হৈ পৰিছিল মনে প্ৰাণে বাগদত্তা । পুৰস্কাৰ বিতৰণৰ অন্তত নৱবুৱে যেতিয়া নগৰীয়াৰ সতে সভাস্থলিৰ পৰা ওলাই যাব ধৰিছিল তেতিয়াই গাভৰুজাকৰ মাজৰ পৰা কোনোবাই মন্তব্য দিলে -"ডেকা ল'ৰাৰ ঘৰ বা ক'ত ?"

থত্‌মত্‌খাই বৈ গ'ল চোনাম নৱবু । ওঠৰ বছৰীয়া সুগঢ়ী নিংমাৰ চকুত চকু পৰোতেই ৰোমাঞ্চিত হ'ল নৱবুৰ মন । লগৰ লগৰীয়াই উত্তৰ দিলে 'চুৰ্খাং গাঁৱতে ঘৰ' বুলি ।

"নামটো বা কি ?" সুধিলে নিংমাই ।

'নাম জানিবলৈ হ'লে পাপা আমা কে পঠিয়াই দিবা । আৰু মন জানিবলৈ হ'লে লগৰ বান্ধৱীকে পঠিয়াবা ।" নৱবুৰ উত্তৰত হাঁহি দিলে ডেকা জাকে । হাঁহিলে গাভৰু জাকেও ।

কথা ইমানতে শেষ নহ'ল । এমাহ পিচতে নিংমাৰ বান্ধৱী আহি চুৰ্খাং পালেহি । নিংমাই পঠোৱা উপহাৰ আনি তুলি দিলে নৱবুৰ হাতত । উভতি গৈ সিহঁতে নিংমাক ক'লে নৱবু অভিজাত ঘৰৰ ল'ৰা, মন পোৱা কঠিন হ'ব । কিন্তু এমাহ পিচতেই নৱবু গৈছিল নিংমাহঁতৰ গাঁৱলৈ । এদিনৰো বাট নহয় । পানী ঘাটতে লগ পাইছিল নিংমাক । সেইবিলাক কথা এতিয়া পুৰণি হ'ল ।

ডুকে গাঁৱৰ সৰু মঠটোৰ ভিক্ষু থকা কক্ষতে গৰিলা দলপতিসকলৰ আলোচনা বহিছিল । মঠৰ স্থায়ী বাসিন্দা তিনিজন মাত্ৰ । এজন বৃদ্ধ লামাই মঠৰ অধিকৰ্তা । বৰ উচ্চ পৰ্যায়ৰ লামা নহয় বা অৱতাৰী পুৰুষো নহয় । তান্ত্ৰিক কালচক্ৰৰ অধ্যয়নো কৰা নাই । তথাপি সৰু-সুৰা পূজা পাতল কৰি দিয়ে আৰু বেমাৰ আজাৰৰ বিধি বিধানো দিব পাৰে । লামা গৰাকী বজ্ৰযান পন্থাৰ অনুগামী যদিও গোলুকপা আদৰ্শকে অনুকৰণ কৰে

অর্থাৎ ঘৰ সংসাৰ কৰিব পাৰিও আজীৱন ব্ৰহ্মচাৰী হৈয়ে থাকিল । মঠটো সৰু যদিও লামাগৰাকীৰ আয় বহুত । ব্যয় বুলিবলৈ একো নাই কাৰণে দান-দক্ষিণাৰ পৰা পোৱা সম্পদ গোটি খাই অলেখ হ'ল । লামা গৰাকী মৰিলে এই সম্পদ কি হ'ব বা কোনে পাব সেই প্ৰশ্ন কোনেও নকৰে । মানুহে জানে মঠৰ সম্পদ মঠতে থাকিব বুলি ।

এতিয়া কিন্তু কথাবিলাক অলপ বেলেগ হৈ পৰিছে । সম্পদৰ ভঁৰাল স্বৰূপ এই মঠবিলাকৰ ওপৰতেই হানৰ সেন চকু পৰিছে । সেই ভয়তে লামা গৰাকীয়ে মঠৰ সম্পদখিনি নিৰাপদ ঠাইলৈ ইতিমধ্যে আঁতৰাই থৈছে ।

"আপোনালোকৰ ধনৰ প্ৰয়োজন হ'লে মোৰ সম্পদখিনিকো লৈ যাব পাৰিব । এই সম্পদ দেশৰ কামত লাগিলে মোৰ পূণ্য হ'ব । স্বধৰ্ম ৰক্ষাত এই সম্পদ কামত লাগিলে মোৰ পুণ্য হ'ব । স্বধৰ্ম ৰক্ষাত এই সম্পদ কামত লাগিলে মই মৰিলেও মোৰ আত্মাই শান্তি পাব ।"

আলোচনাৰ আৰম্ভণিতে গৰিলা দলপতিসকলে সেৱা জনাওতে লামা গৰাকীয়ে তেনেদৰে ক'লে । 'স্বধৰ্ম ৰক্ষাত জয়ী হোৱা' বুলি আশীৰ্বাদো কৰিলে । আলোচনা পুৱতি নিশালৈকে চলিল । আলোচনাত পৰিয়ালসমূহক ভাৰত সীমান্তলৈ পঠোৱাৰ সিদ্ধান্ত লোৱা হ'ল । আৰু হানৰ সাম্ভাব্য অভিযানক পলম কৰাবলৈ নিইংচিৰ আশে পাশে গৰিলা আক্ৰমণ বৃদ্ধি কৰি তুলিবলৈ সকলোকে নিৰ্দেশ দিয়া হ'ল ।

পাঁচ দিন পিছত নিংমা আৰু পেমাক লৈ নৰবু গৈ উপস্থিত হ'ল ভাৰত সীমান্তত । চাৰিদিনৰ বাট যদিও পাঁচ দিন লাগিল । মাজ বাটত সি দুই এখন গাঁও পালে তাতো ঘৰবিলাক উদং দেখিলে । যি দুই চাৰিজন মানুহ ৰৈ গৈছিল সিহঁত শাৰীৰিকভাৱে অক্ষম অথবা বৃদ্ধ লোক আছিল । নৰবুহঁতে দেখা পালে চাৰিওপিনে এক বিশৃঙ্খল আৰু অৰাজকতাৰ পৰিবেশ । শ শ মানুহ গুচি গৈছে গাঁও-ভূঁই পৰিত্যাগ কৰি । কৃষি পথাৰ বিলাক উদং হৈ পৰি আছে । তাতে মুকলিভাৱে চৰি আছে য়াক আৰু ভেৰাৰ পাল । এই সকলো স্থাবৰ অস্থাবৰ সম্পত্তি এৰি থৈ গাঁওবাসীয়ে লগত লৈ গৈছে মাত্ৰ মূল্যৱান সম্পদখিনি । ঘোঁৰাৰ পিঠিত তুলি খাদ্য সামগ্ৰী যিমানখিনি পাৰে লৈ গৈছে বাকী ভঁৰালতে এৰি থৈ গৈছে ।

ভাৰতত আশ্ৰয় বিচাৰি যোৱা মানুহ কিছুমানৰ লগত গৈ নৰবুৰ পৰিয়ালটোও লগ লাগিল । সোৱণশিৰি নৈৰ পাৰে পাৰে যোৱা পৰিত্যক্ত ঘোঁৰাপথটোৰেই মানুহবিলাক গৈ আছিল । সীমান্ত ইপাৰ সিপাৰ কৰা এই

পথটোৱেই আছিল সীমান্তবাসীৰ বাবে প্ৰধান যাতায়তৰ পথ । হানৰ আতঙ্ক যিয়পি পৰাৰ লগে লগে মুক্ত যাতায়তত বাধা পৰিছে । ভাৰতৰ সীমান্তবাসী লোক এতিয়া আৰু নাহে- তাৰ চৰকাৰে আহিব নিদিয়ে । এই ঘোঁৰা বাটেৰে আঠ কিঃমিঃ মান গলেই ভাৰত সীমান্তৰ লাকচিঙ বোলা ঠাইখন পায় । সেই লাকচিঙতে হেনো ভাৰতীয় সৈন্য বাহিনীৰ শিবিৰ এটাও আছে । লাকচিঙৰ মানুহবিলাক 'না' মানুহ । মাত কথা তিব্বতীয় নহয় যদিও ধৰ্ম একেটাই ।

'বিনি থাং গাঁৱতে নৰবুহঁতৰ দুপৰীয়া হ'ল । ত্ৰিশটা মান ঘৰ থকা এই গাঁওখনৰ বাসিন্দা সকলো 'না' মানুহ । গাঁওখন অৱস্থাপন্ন । আহল বহল পথাৰ । মঠটো সৰু যদিও ধুনীয়া ।

নৰবুহঁতে গাঁওবাসী এঘৰতে আলহী হ'ল । চিনা পৰিচয় হওঁতে নৰবুৱে সাধাৰণ মানুহ বুলিয়েই পৰিচয় দিলে । হান মানুহ এতিয়ালৈকে বিনিথাং অঞ্চল আহি নাইপোৱা কাৰনেই হব পায় এই অঞ্চলবাসীৰ মাজত কোনো আতঙ্কৰ ভাৱ নৰবুৱে দেখা নাপালে । বিনিথাংবাসী তিব্বতীয় মুলৰ মানুহ নহয় কাৰণেই হান উপদ্ৰপৰ পৰা ৰক্ষা পৰি যাব বুলিও হয়তো নিশ্চিত হৈ বহি আছে ।

পিচদিনা পুৱা আৰু এশজনমান তিব্বতীয় ভগনীয়া মানুহৰ লগতে নৰবুহঁতো  সীমান্তৰ দিশলৈ আগবাঢ়ি গ'ল । সকলো ভগনীয়াই লগত ঘোঁৰা লৈ আহিছিল । মানুহ আৰু ঘোঁৰাৰে গঠিত হোৱা দীঘল সমদলটোৱে বিনিথাং এৰি  যোৱা দৃশ্যটো বৰ শোক লগা হৈ পৰিল । নিজৰ দেশ এৰি অচিন দেশৰ উদ্দেশ্যে যাত্ৰা কৰা লোকসকলৰ মাজত কোনো উৎসাহ নাছিল । বিনিথাং কৃষি পথাৰৰ মাজেৰে পাৰহৈ যোৱা ঠেক পথটোৰেই সমদলটো গৈ আছিল । কৃষি পথাৰখন পাৰ হৈয়ে ঘোঁৰা বাটটো ক্ৰমান্বয়ে উঠি গৈছে সীমান্ত পাৰ কৰা গিৰিপথটোলৈ । সীমাৰেখা অতিক্ৰম কৰি ভগনীয়া দলটোৱে ক্ৰমান্বয়ে নামি যাব ধৰিলে লাকচিং গাঁৱৰ পিনে । লাকচিং গাঁওখন অলপ ওখত কাৰণে দূৰৈৰ পৰাই দেখি ।

এক কিঃমিঃ মান নামি যোৱাৰ পিচতে ই সমদলটো আহি উপস্থিত হ'ল ভাৰতীয় সীমান্তৰক্ষীৰ পৰীক্ষা চকীত । দহজন সশস্ত্ৰ আৰক্ষী লৈ বিষয়া এজন বহী আছে পৰীক্ষা চকীটোত । পৰীক্ষা চকীটো অস্থায়ী । দুটা তম্বুত আৰক্ষী লোক কিজন থাকে আৰু বেৰ নথকা সৰু তম্বুটোৱেই অস্থায়ী কাৰ্য্যালয় । ঘোঁৰা বাটটোৰ ওপৰতে পথালিকৈ দিয়া আছে বাহৰ ডাং এডাল ।

ভগনীয়াসকল গৈ ডাং ডালৰ ওচৰতে জমা হৈ পৰিল । নৰবুৱে কিন্তু সিমান ওচৰলৈ নগ'ল । যথেষ্ট নিলগত সি ঘোঁৰা তিনিটা ৰখাই দিলে । ইতিমধ্যে পৰীক্ষা চকীৰ কাষত গৈ থিয় দিয়া মানুহবিলাকক বিষয়াজনে এজন এজনকৈ মাতি নিলে। প্ৰয়োজনীয় বিৱৰণখিনি কাগজত লিখি লৈ এজন এজনকৈ সকলোকে ডাংডাল পাৰ হ'ব দিলে । অস্থায়ী শিবিৰটোত চাহ-ৰুটিৰো ব্যৱস্থা কৰা হৈছিল । ভগনীয়াসকলক যথেষ্ট আন্তৰিকতাৰে আদৰিব ধৰিলে বিষয়াজনে । তিব্বতীয় ভাষা ক'ব জনা চৰকাৰী দোভাষীজনৰ সহায়ত ভগনীয়াসকল ক'ত থাকিব কি কৰিব লাগিব এই সকলো কথা বুজাই ক'লে বিষয়াজনে ।

'এইখিনিতে অলপ সময় বহি লোৱা ।' ঘোঁৰা ৰখাই নৰবু নামি পৰিল । ঘৈণীয়েক জীয়েককো ঘোঁৰাৰ পৰা নামোতে সহায় কৰি দিলে । টালি-টোপোলাবিলাকো নমালে ।

"পালা আমাৰ কি হ'ব ?" বুলিকৈ পেমাই বাপেকক সাৱট মাৰি ধৰি কান্দিব ধৰিলে । আমাক এৰি থৈ তুমি অকলে ক'লৈ উভতি যাবা পালা......তোমাক যাব নিদিওঁ.......তুমিও আমাৰ লগতে যাব লাগিব ।"

মৰমী জীয়েকৰ কান্দোনে নৰবুৰ মনৰ দৃঢ়তাকো যেন চুৰমাৰ কৰি পেলাব বিচাৰিলে । তাৰ জীৱনত এনে এটা দুৰ্বল মূহূৰ্ত কেতিয়াবা আহি পৰিব বুলি সি কল্পনাও কৰা নাছিল । জীয়েকৰ অবুজ অনুনয়ৰ কোনো উত্তৰ সি বিচাৰি নাপালে । পেমাৰ সুকোমল হাত দুখনৰ আবেষ্টনীৰ মাজত নৰবুৱে শিলৰ মূৰ্তিৰ নিচিনাকৈ কিছুসময় থিয় দি থাকিল । তাৰ পেশীবহুল হাতৰ খহতা আঙুলিকিটাৰে সেই সুকোমল হাত দুখন আঁতৰাই দিবলৈ সি মনোবল বিচাৰি নাপালে । শেষবাৰৰ কাৰণে নৰবুৱে মৰমী জীয়েকৰ মূৰৰ চুলিৰ গোন্ধটো আকৌ এবাৰ শুঙি চালে । তাৰ চকু চলচলীয়া হৈ পৰিল ।

"পা-লা ঐ এনেদৰে মোক এৰি থৈ গলে মই কান্দি কান্দি মৰি যাম............."

পেমাৰ এই কথাই নৰবুৰ অন্তৰত যেন শেলে বিন্ধাদি বিন্ধিলে । পৰৰ দেশত আশ্ৰয় লবলৈ পঠোৱা জীয়েকৰ অনিশ্চিত ভবিষ্যতৰ আশঙ্কাই তাকো উদ্বিগ্ন কৰি তুলিলে । সিপিনে ঘোঁৰাৰ পৰা নামি শিল এটাৰ ওপৰত বহি নিংমাইও নিৰবে চকু পানী মচি আছিল । নৰবুৱ ওচৰ চাপি যোৱাৰ লগে লগে নিংমাৰ বিষাদ উপচি পৰিল ।

"এই এৰা এৰিৰ পিচত আমাৰ বাবে আৰু কি বাকী থাকিব

কোৰা । ঘৰ এৰিলো - সা-সম্পদ পেলাহ থৈ আহিলো তাতো দুখ নাপালোঁ । দেশ এৰি অচিন দেশলৈ যাব ওলাইছোঁ........ ইমান দুখ সহিম কেনেদৰে ?"

ঘৈণীয়েকক একো উত্তৰ দিব নোৱাৰি নৰবুৱে পেমাক বুজনি দিব খুজিলে ।

"চোৱা পেমাদো, ইমান মানুহ যে গৈ আছে তাৰ মাজত তোমাৰ বয়সৰ ল'ৰা-ছোৱালীও আছে, সিহঁতক তোমাৰ নিচিনা অধীৰ হোৱা দেখিলা জানো ? কান্দিব নাপায় নহয় যুদ্ধখন অলপ কমিলেই মই তোমালোকৰ লগ লাগিম ।"

নৰবুৰ বুজনিত পেমাৰ কান্দোন কমিল যদিও বাপেকক এৰি নিদিলে ।

"চাবা এদিন আমি আকৌ চুৰ্খাঙলৈ উভতি যাম । তোমাৰ লগৰ ল'ৰা-ছোৱালীবিলাকক গৈ আকৌ লগ পাবা- আগৰ নিচিনা কৈ খেলিবা- মোৰ লগত পথাৰলৈ যাবা- নৈতগৈ গা ধুবা ............."

"সঁচা কৈছানে পালা ?"

নিৰাশাৰ মাজতো যেন পেমাই অলপ শান্ত্বনা বিচাৰি পালে । বাপেকৰ গাৰ পৰা তাইৰ বাহুবন্ধন শিথিল হৈ পৰিল ।

মৰমৰ জীয়েকক প্ৰৱঞ্চনা কৰাৰ দুখত নৰবুৱে মুখ ঘূৰাই পেলালে । জীৱনত নৰবুৱে কাকো প্ৰৱঞ্চনা কৰা বুলি মনত নপৰে । আজি জীয়েকক প্ৰৱঞ্চনাৰে এৰি থৈ যাব বিচাৰিছে যেন দেখি তাৰ মনত ধিক্কাৰ ওপজিল । চুৰ্খাঙলৈ যে সিহঁত আৰু কেতিয়াও উভতি যাব নোৱাৰিব সেই কথা বুজি পাৰলৈ নৰবুৰ আৰু কোনো সন্দেহ নাই । হান বাহিনীয়ে যে তিব্বত দেশ এৰি কেতিয়াও গুচি নাযায় আৰু এই যুদ্ধখনৰ মাজত যে এদিন সিও পুতেকৰ নিচিনাকৈ হেৰাই যাব লাগিব সেই উপলব্ধিকো নৰবুৱে ঘুনাক্ষৰেও প্ৰকাশ পাব নিদিলে ।

"এই টোপোলাটো লগত লৈ যোৱা । বিপদে আপদে কামত আহিব ।" নৰবুৱে পিন্ধি থকা চুবাটোৰ ভাঁজৰ পৰা ৰঙা কাপোৰেৰে বন্ধা টোপোলা এটা উলিয়াই আনি নিংমালৈ আগুৱাই দিলে । টোপোলাটো দেখিয়েই নিংমাই চিনি পালে । টোপোলাটো বহুদিনীয়া পুৰণি । সাঁচি সাঁচি থৈ দিছিল কাঠৰ বৰ পেৰাটোৰ ভিতৰত । চুৰ্খাং এৰি গুচি আহিবৰ সময়ত সেইটো নৰবুৱে উলিয়াই লৈ আহিছিল ।

টোপোলাটোত দুই কেঃজিঃ মান সোণ গুড়ি আছে । এই সোণ

গুড়িখিনি নববুৱে উত্তৰাধিকাৰী সূত্ৰে বাপেকৰ পৰা পাইছিল । নৈৰ বালি ধুই সোণ গুড়ি বোটলা কামত বৰ আগ্ৰহী আছিল নববুৰ বাপেক । এই কামত নববুৰ বাপেকে বহুত মানুহ খটাইছিল । কায়েৰি পৰ্বতৰ পৰা বৈ অহা নিজৰাৰ সোণ চেকুৰা বালিতে নববুৰ বাপেকে সোণ ধুৱাইছিল । এই হাজাৰ বছৰীয়া পুৰণি পদ্ধতিৰে বালি ধুই যিখিনি সোণ উলিয়াইছিল তাৰ হাজাৰগুণ বেছি সোণ পেলাই দিছিল বালিৰ লগত । এনেদৰে সোণ উলিয়াই চৰকাৰি ভাগটো দিয়াৰ পিচতো যি খিনি নববুৰ বাপেকে পাইছিল সেয়ে বহুত আছিল । এনেদৰে প্ৰতিবছৰে কেইবা কেঃজিঃও সোণ পাইছিল নববুৰ বাপেকে । কিন্তু পুতেক নববুৰ বাবে এৰি থৈ গৈছিল মাত্ৰ এই দুই কেঃজিঃ সোণ গুড়ি । নববুৰ বাপেক আছিল এজন প্ৰসিদ্ধ 'মাহ্জং' জুৱাৰী । মনলাম উৎসৱৰ সময়ত এপাল ঘোঁৰাৰ পিঠিত নানা সামগ্ৰী বান্ধি লৈ কুম্বুমৰ মেলাত 'মাহজং' জুৱা খেলিবলৈ গৈছিল নববুৰ বাপেকে । এদিন দুদিনেই যে খেলিছিল এনে নহয় । মেলা শেষ হোৱাৰ পিচতো কুম্বুম মঠৰ নিৰ্দেশ জাৰি নোহোৱালৈকে খেলিছিল মাহজং জুৱা । এই জুৱাতেই নববুৰ বাপেকে ঢালি দিছিল সকলো সোণ গুড়ি ।

মাহজং জুৱা অতীততে তিব্বতবাসীৰ জাতীয় নিচা আছিল । এতিয়া নাই । দালাই লামাৰ এটা মাত্ৰ আদেশত নিৰ্মূল লৈ গৈছিল মাহজং জুৱা । অন্ত পৰিছিল এক হাজাৰ বছৰীয়া অপ-সংস্কৃতিৰ ।

"আৰু এইযোঁৰাও লগত লৈ যোৱা ।"

"এই বুলি নববুৱে কাণৰ পৰা সোলোকাই আনিলে সোণৰ অন্তী-যোৰা । কুমবুম মঠৰ ঘোঁৰা দৌৰ প্ৰতিযোগীৰ পৰা সি জিকি আনিছিল এই যোৰ সোণৰ অন্তী । অন্তীযোৰাৰ লগতে সিদিনা নববুৱে জিকি আনিছিল গাভৰু নিংমাৰো মন । পঁচিছ বছৰে কাণত পিন্ধি ফুৰা অন্তীযোৰ ঘৈণীয়েকৰ হাতত তুলি দিওতে সি বুজি নাপালে কিয় খুলি দিলে বুলি । তাৰ শেষ স্মৃতি বুলি দিলে নে অভাৱত পৰিলে বেচি খাবলৈ দিলে সেই কথা সিও নুবুজিলে ।

নববুৱে অন্তীযোৰ সোলোকাই ল'লে যদিও নিংমাই সেই যোৰ হাত পাতি লোৱাৰ পৰিৱৰ্তে দুহাতে মুখ ঢাকি কান্দিব ধৰিলে । মাকক কন্দা দেখি পেমাইও মাকক সাৱটি ধৰি কান্দিব ধৰিলে । এই এৰা এৰিৰ পৰিণতি যে এদিন শোকাবহ হ'ব তাৰেই আগলি বাতৰি যেন প্ৰকাশ পালে নববুৱে আগবঢ়োৱা এই অন্তিম উপহাৰত ।

"নালাগে তোমাৰ অন্তী । তোমাৰ কাণৰ গহনা বেচি মই জীয়াই

থাকিব নোখোজো। আন দেশলৈ পঠিয়াব ওলাইছা তাকো মানি লৈছোঁ .... কিন্তু তোমাৰ স্মৃতিখিনি এনেদৰে মচি থৈ যাব ওলাইছা কিয় ?”

এই অন্তীযোৰ কাণত ওলোমাই লৈ নৰবুৱে কিমান তৃপ্তি পাইছিল সেই সকলো কথা নিংমাৰ মনত পৰিব ধৰিলে । পঁচিছ বছৰত নৰবুৱে এই গহনাযোৰ কেতিয়াও কাণৰ পৰা খুলি থোৱা নাছিল। মানুহক দেখুৱাই অহঙ্কাৰ কৰিছিল ............... 'জানানে, বিশটা ঘোঁৰা একেলগে দৌৰাইছিল, কায়েৰিৰ পৰা কুম্বুমলৈ। পঁচিছ মাইল আছিল দূৰত্ব। 'দ্রুগ'পা' -ব্রগপা' এই সকলো জাতিৰ মানুহেই দৌৰাইছিল চিনিঙৰ তেজী ঘোঁৰা। সকলোকে চেৰপেলাই ময়ে প্রথমতে কুম্বুম পাইছিলোঁ। নৰবুৰ এনে আত্মশ্লাঘাত নিংমাৰ হাঁহি উঠিছিল। 'একেটা কথাকে কিমান কৈ থাকা তুমি,' বুলি খঙো কৰিছিল। আজি সেই অন্তিযোৰো নৰবুৱে খুলি দিবলৈ ওলাওতে নিংমাৰ অন্তৰ ভাঙি যাব খুজিলে ।

নিংমাৰ আপত্তি নৰজিল। নৰবুৱে জোৰ কৰি অন্তীযোৰ নিংমাৰ হাতৰ মুঠিত সুমুৱাই দিলে। অনতি দূৰৰ পৰীক্ষা চকীত বহি ভাৰতীয় বিষয়াজনে নৰবুহঁতৰ আলেখলেখ চাই আছিল। সকলোৰে নাম লিখা হৈ গৈছিল- বাকী আছিল মাত্র নৰবুহঁতৰ ।

“ব'লা নিংমা পলম নকৰিবা। পলম হলে উভতি যাবলৈ মোৰ বাবে অসুবিধা আহি পৰিব । তোমালোকক সীমান্ত পাৰ কৰাই দিয়াৰ পিচতহে মই উভতিব পাৰিম । মোৰ ওপৰত বহুত দায়িত্ব আহি পৰিছে। পাঁচশ খাম্পা মোৰ তলত যুদ্ধত নামিছে। লগৰ মানুহখিনিক এৰি থৈ মই যাব নোৱাৰোঁ- নাযাওঁ।”

চোনাম নৰবু দৃঢ় হৈ পৰিল । ঘোঁৰা তিনিটাক সীমান্ত চকীটোৰ পিনে টানিলৈ সি আগবাঢ়িল- পিচলৈ উভতিও নাচালে। উপায়হীন নিংমাই জীয়েকক হাতত ধৰি পিচে পিচে যাবলৈ বাধ্য হ'ল ।

“আপোনাৰ নাম ?”

“চোনাম নৰবু ।”

“কোন ঠাইৰ বাসিন্দা ?”

“চুৰ্খাং।” চুটি আৰু স্পষ্ট উত্তৰ দিলে। হঠাতে নৰবু সলনি হৈ পৰিল। সাংসাৰিক সম্পৰ্কৰ পৰা যেন নিজকে বিচ্ছিন্ন কৰি পেলালে । মায়া, মমতাৰ পৰা বহু দূৰলৈ আঁতৰি যাব বিচাৰিলে।

'চুৰ্খাং এখন গাঁও নে অঞ্চল ?”

“চুৰ্খাং এখন গাঁও - পূব তিব্বতৰ ।”

নৰবুৰ গোটা গোটা উত্তৰ শুনি ভাৰতীয় বিষয়াজনে থত্মত্ খালে। ভগনীয়া মানুহ এজনৰ পৰা এনে দাম্ভিকতাপূৰ্ণ উত্তৰ আশা কৰা নাছিল। কিন্তু ওখ পাখ আৰু নিৰ্ভীক মনৰ মানুহ জন যে সাধাৰণ ভগনীয়া মানুহৰ নিচিনা নহয় সেই উপলব্ধিও লগে লগে আহি পৰিল।

"এওঁলোক দুগৰাকী কোন ?"

"এইজনী পেমা, মোৰ ছোৱালী। এয়া তাইৰ মাক, নিংমা।" বিষয়াজনে উত্তৰবিলাক লেখি ললে।

"ৰাইফলটো জমা দিব লাগিব- হেৰা ৰাইফলটো জমা লোৱা" বিষয়াজনে তলতীয়া মানুহক নিৰ্দেশ দিলে।

"গুলী যি আছে তাকো উলিয়াই দিয়া। এই ৰাইফল আৰু গুলী এতিয়া চৰকাৰৰ ঘৰত জমা থাকিব।"

"ৰাইফলটো মই জমা নিদিওঁ।"

"সেইটো নহব। এইদেশৰ আইন বেলেগ। ৰাইফল কিয় জমা নিদিবা ?'

"মইটো আশ্ৰয় বিচাৰি অহা নাই। এওঁলোকক আগুৱাই থবলৈহে আহিছোঁ।"

"তাৰ মানে ............?" ভাৰতীয় বিষয়াজন হতবুদ্ধি হৈ পৰে। নৰবুৰ কান্ধত ওলমি থকা ৩০৩ ৰাইফলটো আৰু বলিষ্ঠ হাত দুখনলৈ চাই বিষয়াজজনে শুকান ঢোক গিলিব ধৰিলে। নৰবুৰ প্ৰতি অলপ শ্ৰদ্ধাও ওপজিল।

"হয়, মই এজন বিদ্ৰোহী – জাতিত খাম্পা। হানৰ বিৰুদ্ধে যুজিব ওলাইছোঁ।"

"হয়নেকি ? তেনেহলে বহক,– ইয়াতেই বহক' বুলি কাঠৰ টুল এখন আগুৱাই দিলে। ভাৰতীয় বিষয়াজনৰ ভদ্ৰ আচৰণত নৰবু মুগ্ধ হ'ল। এনে মৰমিয়াল মানুহৰ আশ্ৰয়ত আৰু এনে ভদ্ৰ মানুহৰ দেশত পেমাহঁত নিৰাপদেই থাকিব বুলি তাৰ আস্থা ওপজিল।

"মই নবহো। ইয়াৰ পিচত যি কৰিব লাগে আপোনালোকেই কৰিব – মোৰ সময় নাই।"

এই বুলি কৈ নৰবুৱে নিংমা আৰু পেমালৈ চালে। কিন্তু মনৰ দৃঢ়তা ভাঙি পৰে বুলি পেমাৰো ওচৰ চাপি নগ'ল। তাইৰ মূৰটো এবাৰ পিহি দিবৰ বাসনা ওপজিল যদিও চোনাম নৰবুৱে মুখখন ঘূৰাই ললে। তলৰ ওঁঠটো দাঁতেৰে কামুৰি ধৰি অন্তিম বাসনাকো দমন কৰি পেলালে।

চকু দুটা চল্‌চলীয়া হৈ উঠিল যদিও — চকু জপাবলৈ ভয় কৰিলে চকুলো সৰি পৰাৰ আশঙ্কাত। নিজৰ ঘোঁৰাটোৰ ওপৰত একেজাঁপেই উঠিলে ৰাইফলৰ পেটিদাল মূৰৰ ওপৰেৰে সৰকাই ললে।

'কেলি চু' পেমাদো, 'কেলি চু নিংমা' বুলি কৈ নৰবুৱে ঘোঁৰাটোৰ পেটত দুই আঁঠুৰে খুন্দিয়াই দিলে। তাৰ তজবজীয়া ঘোঁৰাটোৱে উচপ্‌খাই উঠি নিমিষতে তিব্বতৰ দিশলৈ চেকুৰি গুচি গ'ল।

হতভম্ভ হৈ পৰা ভাৰতীয় আৰক্ষী বিষয়াজনে ক'ব নোৱাৰাকৈ বহাৰ পৰা থিয় দি উঠিল। এজন অচিন দেশপ্ৰেমিক যোদ্ধাৰ প্ৰতি সন্মান জনাই আৰক্ষী বিষয়াজনৰ অভ্যস্ত হাতখন লাহে লাহে কপালৰ ওপৰলৈ উঠি আহিল। নিংমা আৰু পেমাৰ উচুপনিও যেন নুশুনিলে।

□□□□□□□

২য় খণ্ড

## 'পেমা-দো'

# শব্দাৰ্থ

চুবা ——— দীঘল পচমি চোলা। তিব্বতীয়ৰ জাতীয় পোচাক।
টাঙ্কা ——— এবিধ ধৰ্মীয় কাপোৰ। চিত্ৰাঙ্কন।
দাগাম —— মঠৰ লামা সকলে পিন্ধা গেৰুৱা বস্ত্ৰ।
খেণপো —— ধৰ্মীয় ডাঙৰ মঠৰ অৱতাৰী লামা।
চাং ——— তিব্বতীয় লাওপানী।
চাম্পা —— ভজাবাৰ্লিৰ গুড়ি। তিব্বতীয় সকলৰ প্ৰধান খাদ্য।
গংলি —— তিব্বতীয় দূৰত্বৰ জোখ। প্ৰায় $\frac{1}{2}$ কিঃমিঃ।
কুটেন্ —— তান্ত্ৰিক সাধক আৰু ভবিষ্যত বক্তা।
চিংত্ৰো —— চীনা কমিউনিষ্ট সকলে তিব্বত দেশত প্ৰয়োগ কৰা আধুনীকিকৰণ কাৰ্য্যসূচীৰ নাম।
চুকে ——— গধুলীৰ প্ৰাৰ্থনা সভাৰ ধৰ্মীয় আহ্বান।
জিঝাং —— চীনাসকলে তিব্বত দেশক জিঝাং বুলি কয়।
চিলিংপা —— বিধৰ্মীক তিব্বতীয় সকলে চিলিংপা বুলি কয়।
খাটা ——— তিব্বতীয় মান ধৰা বগা কাপোৰ বা সৰু চাদৰ।
জং ——— দূৰ্গ।
হুহু ——— পূব তিব্বতৰ মুছলমান উপজাতি।
ৰিম্পোচে – অবতাৰী লামাৰ উপাধি।
টুল্‌কু —— সৰু মঠৰ অৱতাৰী লামা।
গোমো —— তিব্বতীয় মুদ্ৰা।
নাংপা —— ধৰ্মত থকা মানুহ।
ছিপা ——— জাতিদ্ৰোহী।
গুলাগ —— চীনা বন্দীৰ মানসিক সংশোধন কেন্দ্ৰ।
টুফান ——— বৰ্ব্বৰ। চীনা সকলে তিব্বতীয়ক বৰ্ব্বৰ বুলি গন্যকৰে।
কেলিচু —— তিব্বতীয় ভাষাত– 'বিদায়'।

# সহায় লোৱা কিতাপ

১। SEVEN YEARS IN TIBET : HEINRICH HARRER.

২। MY LAND AND MY PEOPLE : H.H.XIV DALAI LAMA.

৩। CULTURAL HISTORY OF TIBET

: DAVID SNELLGROVE & HUGH RICHARDSON.

৪। TIBET & ITS HISTORY :HUGH RICHARDSON.

৫। চীনেৰ দীৰ্ঘায়ত সাংস্কৃতিক বিপ্লব ঃ এডগাৰ স্নো অনুবাদক বি,মিত্র; এচ,ৰয়।

৬। SELECTED MILITARY WRITINGS OF MAO TSE -TUNG :FOREIGN LANGUAGES PRESS. PEKING 1967.

৭। লিখকৰ ব্যক্তিগত সীমান্ত অভিজ্ঞতা।